# ASAMIYA SAHITYAR CHANEKI

OR

# TYPICAL SELECTIONS

FROM

# ASSAMESE LITERATURE

## Vol. II

## PERIOD OF EXPANSION

## Part III


EDITED BY

HEMCHANDRA GOSWAMI

ASSAM CIVIL SERVICE






PUBLISHED BY THE

UNIVERSITY OF CALCUTTA

1924

# নিৰ্ঘণ্ট।

## ৰামচন্দ্ৰ বড়পাত্ৰ গোহাঞি।



## ৰঙ্গনাথ দ্বিজ।



## নীলকণ্ঠ দাস।



## কেশৱ দাস।



## অনন্ত আচাৰ্য্য।



## লক্ষ্মীনাথ দ্বিজ।



## পিথুৰাম দ্বিজ।

## ৰাম দ্বিজ।



## বিষ্ণুৰাম দ্বিজ।



## জয়নাৰায়ণ।



## কামদেৱ বিপ্ৰ।



## ভদ্ৰচাৰু দাস।



## কালিদাস।



## ৰামানন্দ।



## কবিৰাজ চক্ৰবৰ্ত্তী।



## ৰামানন্দ দ্বিজ।



## ৰাম মিশ্ৰ।

---

# অসমীয়া সাহিত্যৰ চানেকি।

## ৰামচন্দ্ৰ বড়পাত্ৰ গোহাঞি।

১৬০৮ শঁক।

আত্ম পৰিচয়।

কেন্দুগুৰি নামে গ্ৰাম।
শস্যে, মৎস্যে অনুপাম।
বহে নদী অবিশ্ৰাম।
দিলীহ যাহাৰ নাম॥
তাৰ তীৰে কৰি ঘৰ।
আছিলন্ত পাত্ৰবৰ॥
যুদ্ধত যাহাৰ মন।
অৰিকুল বিমৰ্দ্দন॥
বহু সংগ্ৰামত জয়।
অদ্যাপি যশস্যা কয়॥
কৰতোৱা নদী কাষে।
অদ্যাপি পুখুৰী আছে॥
যাক ব্ৰহ্ম পুত্ৰবৰ।
দিলা কৰি দয়াতৰ॥
তীৰ্থ ৰাজ মহামানী।
নাগ ফণা দিলা আনি॥

১০৫

দেৱৰোপ্ৰসাদ পাই।
অৱনত কৰি কায় ॥
সেৱা কৰিলন্ত পৰি।
পাৰক আসিলা লৰি ॥
ইকথা বিস্ময় নুই।
জানা ইতো সত্য হুই ॥
তেন্তে মোৰ আদি মূল।
বংশৰ কমল ফুল ॥
তাহান সন্ততি ধাৰা।
চলি আছে পৰম্পৰা।
বৰপাত্ৰ নাম লৈল।
অনেক পুৰুষ গৈল ॥
অধিকাৰী পদ পাই।
গৈলা লোক প্ৰবৰ্ত্তাই ॥
সেহি বংশে ভৈলো জাত।
ৰামচন্দ্ৰ নামে খ্যাত ॥
বৰপাত্ৰ নাম ধৰি।
আছো ৰাজসেৱা কৰি ॥

---

সৌমাৰ পাঠৰ গড়গ্ৰাম নাম যাৰ।
সেহি স্থানে থাকি মই ৰচিলো পয়াৰ
নামত যোগিনী তন্ত্ৰ মহেশ্বৰ বাণী।
পৰম সাদৰে যাক শুনিলা গোসানী ॥
আৰু এক কথা কওঁ শুনিয়ো সম্প্ৰতি
যি কালত পুস্তক ভৈলন্ত সমাপতি ॥
প্ৰপঞ্চ কৰিয়া আৰ ৰচিবো পয়াৰ।
তিথি, মাস, বাৰ, অব্দ কৰিবো প্ৰচাৰ
নক্ষত্ৰাদি যোগফল, সকলো বৰ্ণিবো।
ই সবক দিয়া পদ ৰচনা কৰিবো ॥

বসুগণ প্ৰথমে মিলিয়া যেবে আছে।
তাৰ বাম পাশে মহা আকাশ প্ৰকাশে ॥
তাত পাছে ঋতু সব যাই কালে ক্ৰমে।
তাত অনন্তৰে চন্দ্ৰ চলে শশা সমে ॥
ক্ৰমে চলি যান্ত ইটো কৰি বাম গতি।
এহি ভাবে জানিবাহা অঙ্কৰ যুকুতি ॥
উত্তৰ ফাল্গুনী, কন্যা, সমে দিবাকৰ।
তাৰ লগে হস্তা সমে আছে শশধৰ ॥
শুক্ল প্ৰতিপদ তিথি, ছয় দিন গতে।
বুধবাসৰৰ দিন দণ্ডেক আছন্তে ॥
কুম্ভে লগ্ন পৰবেষ্টি যোগ সেহি বেলা।
আত পাছে শুনা গ্ৰহ সকলৰ মেলা ॥
সূৰ্য্য শশী বুধ শনি, আছে কন্যাৰাশি।
বৃশ্চিকত আছে গুৰু বৃহস্পতি আসি ॥
কুম্ভে লগে বুধে ৰাহু হুয়া আছে স্থিতি।
সিংহে শুক্ৰ মঙ্গলক দেখিয়ো সম্প্ৰতি ॥
আত পাছে নবাংসকে আছে যিবা গ্ৰহ।
তাৰ কথা কওঁ এবে কৰিয়া সংগ্ৰহ ॥
মীনত আছন্ত সূৰ্য্য পুত্ৰ সমে আসি।
বৃষভত ৰাহু চন্দ্ৰে আছন্ত প্ৰকাশি ॥
লগ্ন সমে শুক্ৰ ঋষি আছে মিথুনত।
গুৰু ভূমি পুত্ৰ আছে সিংহৰ লগত ॥
প্ৰমদা ৰাশিত আছে চন্দ্ৰ পুত্ৰবৰ।
লগ্নৰ চতুৰ্থে আছে হুয়া একেশ্বৰ ॥
দিলোহোঁ ই সব লেখা পঞ্জিকাত পায়।
বৎসৰ বুজিবা বস্তু আছে যিবা ঠাই ॥
বুলিবাহা ইসবত কিবা প্ৰয়োজন।
দিবো এবে পূৰ্ব্ব সাক্ষী কৰিয়োক মন ॥
পূৰাণৰ সূৰ্য্য যিটো শ্ৰীভাগৱত।
ব্যাসদেৱ দিয়া আছে পঞ্চম মুখত ॥

এতেকে কৰিলো আক পৰম সাদৰে
পুস্তক সমাপ্ত কাল বুজিবাৰ তৰে ।।
মোৰ যত বঢ়া টুটা দোষক নধৰি।
কহয় শ্ৰীৰামচন্দ্ৰে বোলা হৰি হৰি ॥

---

## হয়গ্ৰীব মাধৱ।

ঘোষা ॥ গোৱিন্দ মাধৱ গৰুড় কেতু।
কেশৱ অচ্যুত হৰি ॥

পদ ॥ মহেশে বোলন্ত শুনিয়ো পাৰ্ব্বতি,
তুমি মোৰ প্ৰিয় অতি।
মাধৱক পাই যিসব সাধনে,
তোমাত কহোঁ সম্প্ৰতি ॥
শ্ৰীফল, খাজুৰি, আৰু হৰিতকী,
নাৰিকেল বেল আম।
ডিম্বৰু, কেশৰু, কণ্টক, পিয়াল,
পদ্মবীজ তাল জাম ॥
ইক্ষুদি, বদৰী, ডাড়িম্ব, আমৰা,
পিতশালা আদি যত।
নানাবিধ ফল, একত্ৰ কৰিয়া,
সমৰ্পিব মাধৱত ॥
মূলা সৰষপ. ত্ৰিবিধ মৰিচা,
পালঙ্গ আদি শাকক।
পৰম যতনে. ৰন্ধন কৰিয়া,
নিবেদিবা মাধৱক ॥
সোম ধান্যবৰ, শালি ৰক্তশালি
ৰাজধান্য, যৱধান।
তিল. মাস, শুদ্ধ. কলা, বৰকলা,
কচুক আদি প্ৰধান ॥

সৰ্ষি ধান্যদেৱ, বলি, ভজিৰক,
মধুকৰ অনুদিৱ।
সিদ্ধাৰ্থক আদি. নানা উপহাৰ,
মাধৱত সমৰ্পিব ॥

হৰিৰ মন্দিৰ, মাৰ্জ্জনাৰ ফল,
কহোঁ শুনা বৰাণনে।
যিটো গতি পাৱে স্ত্ৰীয়ে বা পুৰুষে,
নিশ্চয় কৰিয়া মনে ॥

হৰিৰ গৃহৰ মৃত্তিকাৰ ধূলি,
মাৰ্জ্জন কৰয় যত;
তাৱত হাজাৰ বৎসৰ পূজিত,
হোৱয় শাকদ্বীপত ॥

কাষ্ঠ পাত্ৰ জল বস্ত্ৰৰ অঞ্চল,
বিৰিণা বন যোজন।
ইসব সহিতে হৰিৰ গৃহক,
নকৰিবে সন্মাৰ্জ্জন ॥

ধেনুৰ গোৱৰে আনিয়া সি স্থান,
লিপয় আতি সাদৰে।
একবাৰ লিপি বাৰ ফলে নৰে,
গৰুত জনম ধৰে ॥

স্নান কৰি যিটো লিপিবাক লাগি,
জল দেয় যত্ন কৰি।
তাহাৰ পুন্যক কহিবো তোমাত,
শুনিয়ো আবে শঙ্কৰী ॥

লিপিবাৰ বেলা জলৰ কণিকা,
হোৱয় যত প্ৰমাণ।
তাৱত হাজাৰ বৎসৰ স্বৰ্গত
দেৱৰ লভে সন্মান ॥

জল মৃত্তিকাক একত্র কৰিয়া
সেচন কৰে যি জনে।
পাপ হন্তে মুক্ত হুয়া বৰুণৰ,
থানত থাকে সিজনে॥

তুলসী মালতী ধাতৃত কেতকী,
আৰু নাগেশ্বৰ যুতি।
কার্ত্তিক মাসত ইসব পুষ্পৰ,
মালাক দিব সম্প্রীতি॥

কতো পাট সূত্রে কত আঁৰা সূত্রে,
গাঁথি পুষ্প কৰবীৰ।
যিটো পূজা কৰে মাধৱৰ পাৱে,
হোৱয় পুণ্য শৰীৰ॥

সিটো পুৰুষক দেখিবা মাত্রকে,
নৰকাগ্নি নষ্ট হয়।
শুনিয়ো পার্ব্বতি সিটো পুৰুষক,
অঞ্জলি ইন্দ্রে কৰয়॥

কার্ত্তিক মাসত ৰক্ত কৰবীৰে,
পূজা কৰে ভক্তি ভাৱে।
তাৰ ফলে সর্ব্বে পাপ নষ্ট কৰি,
কেশৱ চৰণ পাৱে॥

বৈশাখ কার্ত্তিক উভয় মাসত,
অর্চ্চা কৰে যিটোজনে।
অশ্বমেধ যজ্ঞ কৰিবাৰ ফল,
পাৱয় সিটো তেখনে॥

বেলপত্র দিয়া কৃষ্ণক পূজিয়,
যি গতি পাৱে পার্ব্বতী।
পৰম সাদৰে সি সবে পূজিয়া,
হাততে পাৱে মুকুতি॥

ধাতৃ ফল পত্ৰ কৰিয়া একত্ৰ,
বৈশাখত পূজা কৰি।
দশ অশ্বমেধ যজ্ঞৰ ফলক,
পাৱয় সিটো সুন্দৰী॥

শ্বেত ৰক্ত কৰ— বীৰ পুষ্প দিয়া,
হৰিক অৰ্চ্চা কৰয়।
যতুৰ্যুগ মান জানিবা পাৰ্ব্বতি,
মাধৱ সন্তোষ হয়॥

আম জাম তৰু কোমল পুত্ৰক,
আনিয়া একত্ৰ কৰি।
আনো পত্ৰ ফল আনিয়া সকল,
পূজিবেক মহাহৰি॥

শুনা সভাসদ তন্ত্ৰৰ মাহাত্ম্য,
পৰম গুহ্য সম্প্ৰতি।
যাক শুনি নৰে সংসাৰ নিস্তাৰে,
পাৱয় বৈকুণ্ঠ গতি॥

মহেশে আপুনি কৈলা পাৰ্ব্বতীত,
পৰম ৰহস্য কথা।
ইহাক শ্ৰৱণে পাইবাহা মুকুতি,
নাহি আন অন্যৱথা॥

এতেকে সাদৰি হেলা পৰিহৰি,
শুনিয়োক সৰ্ব্বজনে।
মাধৱৰ দুই অৰুণ চৰণ,
সুমৰিয়া ৰঙ্গমনে॥

হৰিৰ চৰিত্ৰ পৰম পৱিত্ৰ,
কীৰ্ত্তনত দিয়া মন।
কহে ৰামদাসে বোলা হৰি হৰি,
নাযাইবা যম-সদন॥

ঘোষা ॥ এ ৰাম নিৰঞ্জন ।
তযু কথা অমৃত পৰম মনোহৰ ॥
পদ ॥ বিতোপন থান অনুপাম ।
দৰশনে পুৰে মন কাম ॥
আৰাম বটিকা যত যত ।
শুনাকহো থানৰ মহত ॥
দৌল গৃহ শুনিয়োক পাছে ।
যাক যৈত নিবন্ধিয়া আছে ॥
কহে শ্রীৰামচন্দ্রদাসে ।
যাতে মাধৱৰ কথা আছে ॥
এতেকে শুনিয়ো দৃঢ় কৰি ।
মাধৱৰ কথাক সাদৰি ॥
এৰিয়োক আন অন্য কথা ।
এবে শুনা মাধৱৰ কথা ॥
জগ উদ্ধাৰণ কার্য্যে আসি ।
পৰ্ব্বতত আছন্ত প্ৰাকাশি ॥
জগত বিদিত মণিকূট ।
গিৰিবৰ অতি অদভুত ॥
অনন্ত আপুনি যোগবলে ।
মণিকূট হয়া ৰবিতলে ॥
গিৰিৰূপ ধৰিলা আপুনি ।
যাত মৃত্যু দেৱৰো বাঞ্ছনি ॥
দৰশনে হোৱে পাপ ক্ষয় ।
আৰোহনে মুকুতি মিলয় ॥
পুষ্পাঞ্জলি কৰে যিটোজনে ।
নাষায় সিটো যমৰ সদনে ॥
পৰ্ব্বত শিখৰে বিদ্যামান ।
দিব্য দৌল বিচিত্র নিৰ্ম্মাণ ॥
প্ৰৱন্ধে সাজিলা নানা ভাৱে ।
মুৰ্ত্তিগণ আছে ঠায়ে ঠায়ে ॥

দৌলৰ আগৰ গৃহ খান।
মনোহৰ দেখিতে সুথান ॥
বিশ্বকৰ্ম্মে যাক নিৰ্ম্মি আছে।
গড় কৰি আছে চতুৰ্পাশে ॥
উত্তৰ দিশৰ দ্বাৰ খান।
নিৰ্ম্মি আছে দেখিতে সুঠান ॥
অৰু এক দ্বাৰ পচিমত।
তাৰ কথা কহিবোহো কত ॥
দিক্ষিণৰ যিবা দ্বাৰ খান।
প্ৰৱন্ধে যে কৰিছে নিৰ্ম্মাণ ॥
গড় মাজে আছে গৃহ কৰি।
যাত ভক্তে থাকে নাম ধৰি ॥
ঠাই ঠাই আমাৰ পতিয়া।
নানা বৃক্ষ আছন্ত ৰোপিয়া।
নাৰিকেল বেল আমলকী।
শ্ৰীফল খাজুৰী হৰিতকী ॥
কণ্টকী, লেতেকু, পনিয়াল।
আম, জাম, আছে ভাল ভাল ॥
হেলঞ্চ, আমৰা, কৰদৈই।
ডিম্বৰু লাগিছে থোক হই ॥
তেন্তেলী, থেকেৰা জৰা তাল।
বদৰী আছয় ভাল ভাল ॥
জেনৰ জামীৰ যত ৰস।
সুমিত্ৰা যে পৰম সুৰস ॥
কমলা কপুৰা নেমুজাত।
ত্ৰিবিধ মধুৰী অংসখ্যাত ॥
নাৰেঙ্গ সোৰেঙ্গ নানা জাতি।
ৰোৱা আছে পান্তি পান্তি ॥
গুৱা পাণ ৰুপিছে অপাৰ।
তাৰ মাঝে ডাৰিম্বৰ জাৰ ॥

আনো নানা জাতি বৃক্ষচয়।
প্ৰবন্ধে যে ৰুপিয়া আছয় ॥
আৰু এক কথা দিয়া কাণ।
পুষ্প বাৰী কৰিছে নিৰ্ম্মাণ ॥
পুষ্পচয় কৰে জ্যোতিকাৰ।
মধু লোভে গুঞ্জৰে ভ্ৰমৰ ॥
চম্পা, নাগেশ্বৰ বক জাই।
শিৰীষ সেৱতী ঠাই ঠাই ॥
বকুল কদম্ব আম জাম।
সোল কুঞ্চি দেখিতে সুঠান ॥
শেৱালী নেৱালী, গুটিমালী।
দয়ামানী, বন্দুলী, গুটিমালী ॥
সুগন্ধ মালতী কৰবীৰ।
বিহৰলী কেতেকী ৰুচিৰ ॥
কাঞ্চন, অশোক সূৰ্য্যকান্তি।
তগৰ ৰোপিছে পান্তি পান্তি ॥
ৰাঙ্গল মকৰা মণিৰাজ ॥
মাধৰী, লৱঙ্গ; ভৃঙ্গৰাজ ॥
জয়ন্তী, কাঞ্চন, যূতি, বাগী।
বহুতৰ পুষ্প আছে লাগি ॥
শ্বেততৰ মণি ৰক্ততৰ।
বিষ্ণুক্ৰান্তা পুষ্প ভদ্ৰতৰ ॥
ইন্দ্ৰমালতী, ৰঙ্গ চঙ্গ।
ভ্ৰমৰা নাছাড়ে যাৰ সঙ্গ ॥
তুলসী গোবিন্দ প্ৰিয়তৰ।
জগত পাৱনী পাপহৰ ॥
আনো নানা জাতি পুষ্পচয়।
কি কহিবো অনেক আছয় ॥
যি কিছু জানিলো দিলো লেখা।
কোনে কহি কৰিবোক সংখ্যা ॥

শুনা এবে মাধৱৰ কথা।
দৌল মাজে থাকন্ত সৰ্ব্বথা॥
প্ৰভাতত ব্ৰাহ্মণ সকলে।
স্নান কৰাৱয় শুদ্ধজলে॥
পাছে ভাল বস্ত্ৰ পিন্ধাৱয়।
বেশাৱয় অলঙ্কাৰ চয়॥
বিষ্ণু পুণ্ডৰীকাক্ষ হৰি।
শুদ্ধ হুয়া মূল মন্ত্ৰ স্মৰি॥
অঙ্গন্যাস আবাহন কৰি।
মাধৱৰ ৰূপ মনে ধৰি॥
অনুস্থান সমস্তে কৰয়।
অনন্তৰে পূজা আৰম্ভয়॥
গন্ধ, পুষ্প, ধূপ, দিয়া।
বিবিধ সম্ভাৰে নিবেদিয়া॥
পাদ্য, অৰ্ঘ, আচমন দিলা।
পাছে বিপ্ৰে, পূজা বিমৰ্জ্জিলা॥
সেৱা কৰি কৰে স্তুতি নতি।
শঙ্খ, ঘণ্টা, বজায়ে সপ্ৰতি॥
বাজনীয়া গণে এক ঠাই।
বহুবিধ বাজনা বজাই॥
শুনিয়োক আক অনন্তৰে।
নাটমন্দিৰত যিবা কৰে॥
ভক্ত সবে হুয়া এক ঠাই।
বহুবিধ বাজনা বজাই॥
কতো তাল ধৰি নাম গাৱে।
ৰসত মজিয়া প্ৰেমভাৱে॥
সাক্ষাততে ৰাজহংস প্ৰায়।
প্ৰেমানন্দে হৰি গুণ গায়॥
পাছে নাম অবসান কৰি।
নিৰন্তৰে বোলা হৰি হৰি॥

নাম সাঙ্গে জন্মাষ্ট ডাকয় ।
পাছে বিপ্রে ভাগৱত কয় ॥
নিৰন্তৰে শুনে কৰ্ণ ভৰি ।
মন-বুদ্ধি সাৱধান কৰি ॥
ভাগৱত অমৃত সাগৰে ।
ডুব দিয়া থাকে নিৰন্তৰে ॥
ক্ষুধা, তৃষ্ণা, একোৱে নবাধে ।
কৰ্ণৰ তৃপিতি মাত্র সাধে ॥
পাছে ভাগৱত অৱসানে ।
আগুৱাই গায়ন বায়নে ॥
সেহি বেলা প্রভু ৰঙ্গ কৰি ।
দোল হস্তে বাজ হুয়া হৰি ॥
আসি পাছে নাট মন্দিৰত ।
বসে প্রভু সিংহ আসনত ॥
যি ঠাইত বসে দেৱ হৰি ।
আছে তাত চন্দ্রাতপ তৰি ॥
দণ্ড, ছত্র ধৰে কতো নৰে ।
দুয়ো পাশে ঢুলায় চামৰে ॥
কতো কতো খাণ্ডা বাৰু ধৰি ।
মাধৱক থাকন্ত আৱৰি ॥
নানা উপায়ন বস্তু থয় ।
পাছে সবে প্রণাম কৰয় ॥
হাতে তাল ধৰি গীত গাৱে ।
বায়নেও বাজনা বজাৱে ॥
নৰ্ত্তকী সকলে নৃত্য কৰে ।
ভাৱ দিয়া নানা ভঙ্গি কৰে ॥
হাসি কতো দেয় চক্ষুঠাৰ ।
কতো বস্ত্রে কৰে মুখ আৰ ॥
লাসে বেশে দৰশাৱে গাৱ ।
ভক্তৰ নোপজে তাত ভাৱ ॥

পাছে প্ৰভু সভাক ছাড়িয়া।
ব্ৰাহ্মণৰ স্কন্ধে চড়ে গৈয়া॥
সঙ্গে চলে ভক্ত সমস্তয়।
পুনু দৌলে প্ৰবেশ কৰয়॥
অনন্তৰে বিৰহৰ চিয়া।
গীত গাৱে ৰাগ আলাপিয়া॥
পাছে পদ কৰয় কীৰ্ত্তন।
সন্তোষিয়া সজ্জনৰ মন॥
পুৰাণ, ভাৰত, ভাগৱত।
ৰামায়ণ আনো শাস্ত্ৰ যত॥
পদবন্ধে গাৱে অবিৰাম।
মাধৱৰ কথা অনুপাম॥
এবে শুনিয়োক নিৰন্তৰে।
তাত পাছে সংকীৰ্ত্তন কৰে॥
কৃষ্ণ চৈতন্যৰ গুণ গাৱে।
কতোহো বাগৰে প্ৰেমভাৱে॥
খনো কান্দে, খনো লাজ এৰি।
গোৰা বুলি দেই ধাউ গেৰি॥
কৃষ্ণ ৰূপ হৃদয়ত ধৰি।
কতোহো বোলয় হৰি হৰি॥
প্ৰসঙ্গ সংহৰি এবে থওঁ।
মধ্যাহ্ন কালৰ কথা কওঁ॥
ৰন্ধন শালাত বিপ্ৰগণ।
ৰান্ধে নানা বিবিধ ব্যঞ্জন॥
দধি, দুগ্ধ, ঘৃত যে পায়স।
পঞ্চামৃত, মধু, ষড়ৰস॥
থালত থোৱয় ভাগে ভাগে।
নিবেদয় মাধৱৰ আগে॥
পূজা পায়া আনন্দ লভয়।
পাছে প্ৰভু ভোজন কৰয়॥

মাধৱে ভুঞ্জিলা হেন জানি।
বিপ্রসবে বাহিৰক আনি ॥
ভাগ কৰি সবে বাণ্টি দেই।
কতো খাই, কতো গৃহে নেই ॥
দিনে দিনে জানা এহিনয়।
পূৰ্ব্বাৱধি চলিয়া আছয় ॥
শুনিয়োক সভাসদ জন।
কৃষ্ণ কথা কৰিয়ো কীৰ্ত্তন ॥
তাহান চৰিত্ৰ শুনা কৰ্ণে।
হৰিৰূপ চিন্তিবোহো মনে ॥
হস্তে কৰা তান কৰ্ম্ম নিতে।
পদে যাইবা হৰিৰ নিকটে ॥
হৰিৰ মূৰ্ত্তি চক্ষুয়ে চাহিবা।
নাসিকায়ে নিৰ্ম্মাল্য ঘ্ৰাণিবা ॥
জিহ্বায়ে প্ৰসঙ্গ স্বাদ লয়।
তেৱে তনু সাফল হোৱয় ॥
শিৰে নমিয়োক হৰি পদ।
তেবে পাইবা মুকুতি সম্পদ ॥
সততে কৰিবা ইটো কথা।
আত কিছু নাহিকে অন্যথা ॥
ৰামচন্দ্ৰ দাসে এহি ভণে।
হৰি হৰি ঘুষিয়ো সঘনে ॥

---

# ৰঙ্গনাথ দ্বিজ



## আত্মপৰিচয়

আছিলা কাশ্যপ নামে ব্ৰহ্মঋষি এক ।
বিদ্যাবলে জানে সৰ্ব্বশাস্ত্ৰৰ তত্ত্বক ॥
জানে ভূত ভবিষ্যত আৰু বৰ্ত্তমান ।
ত্ৰৈলোক্য ভিতৰে নাহি যাহাৰ সমান ॥
পৰম ধাৰ্ম্মিক জানে ব্ৰহ্মতত্ব সাৰ ।
অদ্যাপিও প্ৰকাশয় যশস্যা যাহাৰ ॥
তাহান গোত্ৰত এক বিপ্ৰ ভৈলা জাত ।
শিবচন্দ্ৰ নামে তান জগতে প্ৰখ্যাত ॥
মস্তকত চন্দ্ৰ সাখ্যাততে শিব সম ।
সিকাৰণে ভৈলা তান শিবচন্দ্ৰ নাম ॥
ৰূপে গুণে শ্ৰেষ্ঠ সৰ্ব্ব শাস্ত্ৰত চতুৰ ।
কুল কুমুদৰ মধ্য চন্দ্ৰ পটন্তৰ ॥
পৰম বিশিষ্ট বিপ্ৰ কুলত প্ৰধান ।
নীলাচল যাৰ নিজ আশ্ৰমৰ স্থান ॥
গিৰি মধ্যে শ্ৰেষ্ঠ সিতো নীলগিৰি বড় ।
ফলেফুলে জাতিস্কাৰ দেখিতে সুন্দৰ ॥
অনেক মণ্ডপগণ যাহাত আছয় ।
চন্দ্ৰৰ সদৃশ সবে প্ৰকাশ কৰয় ॥
সৌভাগ্য আছয় তাত পাপ বিমোচন ।
কামাখ্যা গোসানী আছে আনো দেৱগণ ॥
সেহি পুণ্য ভূমি জানা জগতৰ সাৰ ।
পৃথিবী মণ্ডলে তাৰ সম নাহি আৰ ॥
দ্বিজগণ আছে তাত সবে শুদ্ধ মতি ।
দুৰ্গাৰ চৰণে সদা কৰন্ত ভকতি ॥

মহাসুখে থাকি বিপ্ৰ সেহি পৰ্ব্বতত।
কৰিলা ভকতি কামাখ্যাৰ চৰণত ॥
প্ৰতিদিনে ভক্তিভাবে নানা উপচাৰে।
কৰন্ত দেবীক পূজা পৰম সাদৰে ॥
এহি মতে কতো দিন কৰন্ত ভকতি।
তাহান সেবাত তুষ্ট ভৈলা ভগৱতী ॥
তুষ্ট হুয়া ভগৱতী জগত জননী।
ভৈলন্ত সাক্ষাত আসি দেবী নাৰায়ণী ॥
প্ৰতিনিতে ভগৱতী বিপ্ৰৰ আগত।
পৰম কৃপায়ে দেবী হৱয় বেকত ॥
দেবীক দেখিয়া বিপ্ৰ আনন্দিত চিত্তে।
প্ৰেম ভাৱে তাঙ্ক সেবা কৰে প্ৰতি নিতে ॥
এহি মতে তাতে যদি আছে বিপ্ৰবৰ।
শুনা যেন কথা ভৈলা তাত অনন্তৰ ॥
ধৰ্ম্মপতি নামে এক আছিল নৃপতি।
সৰ্ব্বগুণে শ্ৰেষ্ঠ কামৰূপ অধিপতি ॥
প্ৰাগল্‌ভ পুৰত জানা তাৰ নিজ পাট।
নৰকৰ বংশে যাত জগত প্ৰখ্যাত ॥
ধৰ্ম্মক পালন সিতো কৰে সৰ্ব্বকাল।
সি কাৰণে তাহাঙ্ক বোলয় ধৰ্ম্মপাল ॥
এক দিনা গোসানীক দেখিবাক প্ৰতি।
নীলা পৰ্ব্বতক লাগি আসিলা নৃপতি ॥
আসি নীলকুটে ধৰ্ম্মপাল মহাৰাই।
শিৱচন্দ্ৰ ব্ৰাহ্মণক আনিলা মাতাই ॥
মাতি নিয়া পৰম সাদৰে নৃপবৰ।
কৰিলন্ত ব্ৰাহ্মণক সন্মান বিস্তৰ ॥
নম্ৰভাৱে পাছে তান আগে নৰপতি।
কৰযোৰে ৰহিলন্ত কৰি বহু নতি ॥
আশ্বাস বচনে পাছে নৃপ মহাশয়।
ধীৰে ধীৰে ব্ৰাহ্মণক বচন বোলয় ॥

ধৰ্ম্মপাল বদতি শুনিয়ো বিপ্ৰবড়।
কৰো তযু চৰণত এগুটি গোচৰ ॥
যদি মোক কৃপা তযু আছে মহামানী।
সাক্ষাতে দৰ্শন আজি কৰাও গোসানী ॥
ৰাজাৰ বচনে পাছে বিপ্ৰ মহামতি।
নৃপতিক প্ৰতি কৃপাদৃষ্টি ভৈলা আতি ॥
দেখুৱাইবো বুলি পাছে কৰি অঙ্গিকাৰ।
ছল কৰি ৰাজাক থৈলন্ত কৰি আৰ ॥
আৰ কৰি নৃপতিক থৈয়া বিপ্ৰবড়।
নানা উপসাৰ লৈয়া পশিলা ভিতৰ ॥
বিধিৱতে ব্ৰাহ্মণে পূজিলা নানা মত।
পূৰ্ব্বৱতে দেবী আসি ভৈলন্ত বেকত ॥
সিবেলা সাক্ষাতে ৰাজা দেবীক দেখিলা।
ৰাজাই দেখিলা হেন দেবীয়ে জানিলা ॥
ক্ৰোধ দৃষ্টি চাহি পাছে ব্ৰাহ্মণক প্ৰতি।
তেতিক্ষণে অন্তৰ্ধ্যানে ভৈলা ভগৱতী ॥
ক্ৰোধ দৃষ্টি গোসানীৰ লাগি ব্ৰাহ্মণৰ।
ভৈলা কাল বৰ্ণ আতি ইন্দু মস্তকৰ ॥
জাতো মস্তকত ইন্দু ভৈলা কাল বৰ্ণ।
কেন্দুকালে নাম তাৰ ভৈলা সিকাৰণ ॥
পুনুৰপি বিপ্ৰেবড় কৰিলা ভকতি।
তাহান সেৱাত তুষ্ট ভৈলা ভগৱতী ॥
তুষ্ট হুয়া মহামায়া দিলা তাঙ্ক বৰ।
পূৰ্ব্বৱতে সাক্ষাত নভৈলা দেবী আৰ ॥
দেবী নিগদতি শুনিয়োক বিপ্ৰবৰ।
মোৰ বৰে অমঙ্গল নহৈব তোহোৰ ॥
প্ৰসন্ন হৈলো মই তোহোৰ কুলত।
নকৰিবি কিছো তই সংশয় মনত ॥
মোহোৰ প্ৰসাদে জানা তোহোৰ কুলৰ।
আয়ু শ্ৰী যশস্যা ধৰ্ম্ম বাঢ়িব বিস্তৰ ॥

বৰ পায়া ব্ৰাহ্মণেও আনন্দিত চিত্তে ।
দেবীৰ চৰণ সেবি বৈলা প্ৰতি নিতে ॥
তাহান গোত্ৰত এক বিপ্ৰ জন্মিলন্ত ।
সমস্ত শাস্ত্ৰত পটু নামত ৰেবন্ত ॥
ৰেবন্তৰ পুত্ৰ ধৰ্ম্মধ্বজ দ্বিজবৰ ।
পৰম ধাৰ্ম্মিক সৰ্ব্বগুণে শ্ৰেষ্ঠতৰ ॥
ভৈলন্ত শ্ৰীৰাম নামে ধৰ্ম্মধ্বজ পুত্ৰ ।
ৰূপে গুণে শ্ৰেষ্ঠ আতি শোভনে চৰিত্ৰ ॥
শ্ৰীৰামৰ পুত্ৰ ভৈলা নামে নৰোত্তম ।
নৰতে উত্তম যশস্যাত চন্দ্ৰ সম ॥
তাহান তনয় ভৈলা দ্বিজ ৰত্নেশ্বৰ ।
কামৰূপ মাজে শ্ৰেষ্ঠ ব্যাস পটন্তৰ ॥
লোকত প্ৰক্ষাত তান ৰামদেৱ নাম ।
দেবীৰ পৰম ভক্ত সৰ্ব্ব গুণধাম ॥
ৰামভদ্ৰ নামে তান তনয় হৈলন্ত ।
সমস্ত শাস্ত্ৰত পটু পৰম মহন্ত ॥
বিদ্যাই পৰম তান ভৈলন্ত ভূষণ ।
দিলা বিদ্যাভূষণ যে নাম সি কাৰণ ॥
দ্বিজগণ মাজে শোভে সদা শুদ্ধমতি ।
দেৱ সকলৰ মাজে যেন বৃহস্পতি ॥
প্ৰজ্ঞাতে উত্তম আতি মহা পুণ্যশালি ।
কুলপদ্ম মাজে সাক্ষাততে হেমমালী ॥
ধৰ্ম্মৱন্ত ৰূপৱন্ত ব্ৰাহ্মণ বৎসল ।
দশোদিশে প্ৰকাশন্ত যশস্যা সকল ॥
কামাক্ষ্যা দেবীৰ পাদপদ্ম যুগলত ।
প্ৰণতি কৰিয়া ভোগ কৰিলা সতত ॥
তাহান তনয় মই জানা স্বৰূপত ।
ৰঙ্গনাথ নাম মোৰ জানে জগতত ॥
অল্পমতি হুয়া পদ কৰো নিবন্ধন ।
হেন জানি দোষ নধৰিবা বুধজন ॥

দুৰ্গাৰ চৰিত্ৰ পদ পৰম মঙ্গল।
এহি কথা শুনি কৰা চিত্তক নিৰ্ম্মল॥
বিৰচিলা দ্বিজ ৰঙ্গনাথ চক্ৰবৰ্ত্তি।
দুৰ্গা দুৰ্গা ঘুষি সদা সাধিয়োক গতি॥

---

## চণ্ডী।

মেধষ বদতি কথা শুনা নৰেশ্বৰ।
মহিষ ভৈলন্ত যদি ৰাজা অশ্বৰ॥
দেৱৰ ঈশ্বৰ যদি হৈল পুৰন্দৰ।
যেন পূৰ্ব্বকালে যুদ্ধ ভৈলা পুৰান্দৰ॥
মিলিলা দুৰ্ঘোৰ যুদ্ধ দেৱ অসুৰৰ।
নাহিকে উপমা পুনু শতেক বৎসৰ॥
সেহি যুদ্ধে বলৱন্ত অসুৰ সকল।
সাবশেষে জিনিলন্ত দেৱতা সকল॥
সমস্ত দেৱক যিনি মহিষ অসুৰ।
নৈলা দেৱতাৰ ইন্দ্ৰপুৰি সুৰপুৰ॥
তাত পৰাজিত হুয়া যত দেৱগণ।
ব্ৰহ্মাক আবৰি সবে কৰিলা গমন॥
তথাকে গৈলন্ত যৈত আছে হৰিহৰ।
কহিলা বৃত্তান্ত সবে আগে তাসম্বাৰ॥
কহিলা বৃত্তান্ত যত দেবে মহিষৰ॥
দেৱতাৰ পৰাভব কহিলা বিস্তৰ॥
দেৱগণে বোলে দুয়ো শুনাহা কাহিনি।
আমাক মহিষাসুৰে ঘোৰ ৰণে জিনি॥
কাঢ়ি নৈলা আমাৰ সমস্তে অধিকাৰ।
হৈলেক মহিষাসুৰ দ্বিতীয় পুৰন্দৰ॥
সূৰ্য্যক খেদাই সূৰ্য্য পদ কাঢ়ি নৈলা।
যমক খেদাই সেই অধিকাৰী ভৈলা॥

হৈলা অধিকাৰী অনলক কৰি দূৰ।
সবে অধিকাৰ কাঢ়ি লৈলেক বাউৰ ॥
চন্দ্ৰক খেদাই চন্দ্ৰপদ কাঢ়ি লৈলা।
যমক খেদাই সেই অধিকাৰী ভৈলা ॥
বৰুণক নিকলিয়া লৈলা তাৰ পদ।
কুবেৰক খেদাই লৈলা কুবেৰৰ পদ ॥
আনো দেৱতাৰ যত আছে অধিকাৰ।
বলে কাঢ়ি লৈলা জিনি অসুৰ দুৰ্ব্বাৰ ॥
ইন্দ্ৰ আদি কৰিয়া দেৱতা সকলক।
সবাকো মহিষে স্বৰ্গ হন্তে খেদাইলেক ॥
ঘোৰ পৰাভৱ পাইলা সবে দেৱচয়।
পৃথিবীত ভ্ৰমে দুখে মনুষ্যৰ নয় ॥
দেৱক সদাই হিংসা কৰে দুৰাচাৰ।
নিবেদন কৰিলোহো আগত তোমাৰ ॥
লৈলোহো শৰণ প্ৰভু তোমাৰ চৰণে।
চিন্তা মহিষৰ বদ্ধ আপুনাৰ মনে ॥
এহি বাক্যচয় শুনি দেৱ সকলৰ।
কৰিলন্ত কোপ মধুসূদনে ডাঙ্গৰ ॥
হৰেও কৰিলা কোপ আতি ভয়ঙ্কৰ।
ভ্ৰূকুতি কুটিল মুখ দেখি লাগে ডৰ ॥
তাত অনন্তৰে ক্ৰোধে আতি মাধৱৰ।
মুখ হন্তে বাহিৰাইলা তেজ মহত্তৰ ॥
বাহিৰাইলা তেজ আৰু ব্ৰহ্মাৰ মুখৰ।
সেহিমতে ব্যক্ত হৈলা তেজ শঙ্কৰৰ ॥
ইন্দ্ৰ আদি কৰি আনো দেৱসকলৰ।
তেতিক্ষণে ব্যক্ত হৈলা তেজ শৰীৰৰ ॥
সবে দেৱতাৰ তেজ ভৈলা একস্থান।
আতি উচ্ছ পুঞ্জ তেজ পৰ্ব্বত সমান ॥
দেখে দেৱগণে তাতে সেহি তেজচয়।
জ্বলন্তে আছয় যেন কোটি সূৰ্য্যময় ॥

জ্বালায়ে ব্যাপিছে সবে দিগ নিৰন্তৰ ॥
নাহিকে তত্তুল্য আতিশয় ভয়ঙ্কৰ ॥
চাহিবে নোৱাৰি তেজ আতি ভয়ানক।
কান্তিয়ে ব্যাপিলা তাৰ তিনিও লোকক ॥
একঠাই হুয়া সবে দেবতেজ চয়।
ভৈলা এক গোটা নাৰী পৰম বিস্ময় ॥
সৰ্ব্বদেব তেজমই দেবী কাত্যায়নী।
দেখি আনন্দিত হোৱে দেবৰ ৰমনী ॥
কাত্যায়ন ঋষিৰ আশ্ৰমে ভৈলা জাত।
সিকাৰণে ভৈলা কাত্যায়নী নাম খ্যাত ॥
মহেশৰ তেজে তান ভৈলেক বদন।
যমৰ যে তেজে ভৈলা কৰ্ণ উতপন্ন ॥
বাহু সব ভৈলা তান তেজে মাধৱৰ।
আদিত্যৰ তেজে দশ আঙ্গুলী পাৱৰ ॥
ধৰণীৰ তেজে ভৈলা নিতম্ব তাহান।
ব্ৰহ্মা তেজে ভৈল তান ভৰি দুই খান ॥
চন্দ্ৰ তেজে ভৈলা তান পিন পয়োধৰ।
ইন্দ্ৰ তেজে ভৈল মাজ ভাগ শৰীৰৰ ॥
জঙ্ঘা সমে উৰু ভৈলা তেজে বৰুণৰ।
অষ্টবসু তেজে ভৈলা আঙ্গুলী হাতৰ ॥
কুবেৰৰ তেজে ভৈলা নাসিকা তাহাৰ।
পৰম সুঠান আতি দেখিতে সুন্দৰ ॥
দক্ষ আদি কৰি প্ৰজাপতি গণ যত।
তাসম্বাৰ তেজে ভৈলা দশন সমস্ত ॥
পাবকৰ তেজে ভৈলা এতিনি নয়ন।
পূৰ্ব্বাপৰ তেজে ভৈলা ভ্ৰুব উতপন্ন ॥
কেশসব ভৈলা তান তেজে বৰুণৰ।
প্ৰকাশ কৰন্ত আতি দেখি ৰুচিকৰ ॥
আনো যত দেৱগণ শেষ আছিলন্ত।
তাসম্বাৰ তেজে ভৈলা শৰীৰ সমস্ত ॥

দেৱগণ তেজপুঞ্জে জগত গোসানী ।
ভৈলা উতপন্ন শিৱ কল্যাণ কাৰিণী ॥
তাঙ্ক দেখি মহিষে পীৰিত দেৱ ময় ।
লভিলা আনন্দ বোলে দুখ ভৈলা ক্ষয় ॥
আনন্দ লভিয়া পাচে দেৱ সকলৰ ।
সাবহিতে তাঙ্ক স্তুতি কৰিলা বিস্তৰ ॥
অনন্তৰে তাহাঙ্ক সকল দেৱগণে ।
কৰিলেক অস্ত্র দান মহাৰঙ্গ মনে ॥
কতো অস্ত্র দেই কতো দেৱে দেই বস্ত্র ।
কতো আভৰণ দেই কতো দেই বস্ত্র ॥
প্ৰথমে দিলেক শূল আতি তীক্ষ্ণতৰ ।
নিজ শূল হন্তে কাঢ়ি দেৱ মহেশ্বৰ ॥
তাত পাচে দিলা শৰ দেৱ নাৰায়ণ ।
সুদৰ্শন চক্ৰ হন্তে কৰি উপোদন ॥
বৰুণে দিলেক শঙ্খ আতি ভয়ানক ।
যাৰ বাগ্তে প্ৰাণ হৰে দানৱ বৰ্গক ॥
অগ্নিয়ে দিলেক শক্তি উল্কাসম জ্বলে ।
বৃহত্তৰ ধনু পাছে দিলেক অনলে ॥
শৰে পৰিপূৰ্ণ আৰো দিলা দুই টোন ।
কদাচিতো ক্ষয় নোহে যেন শৰগণ ॥
ঐৰাৱত হন্তে ঘণ্টা দিলা দেৱৰাজে ।
শব্দে দৈত্যতেজ হৰে সংগ্ৰামৰ মাজে ॥
কালদণ্ড হন্তে যমে দিলা দণ্ড এক ।
তাত পাছে নাগপাশ বৰুণে দিলেক ॥
অক্ষমালা দিলা পাছে ব্ৰহ্মা লোকেশ্বৰ ।
দিলা কমণ্ডলু আৰ তাত অনন্তৰ ॥
সমস্ত ৰোমৰ কুপে নিজ ৰশ্মি চই ।
দিলন্ত আদিত্যে আতি প্ৰকাশ কৰই ॥
অৰ্দ্ধ চৰ্ম্ম দিলা কালে তাত অনন্তৰে ।
চিকিমিকি কৰে আতি দেখিতে সুন্দৰে ॥

দিলা ক্ষীৰ সমুদ্ৰে নিৰ্ম্মল একহাৰ।
আৰু দিলা বস্ত্ৰচয় ক্ষয় নাহি যাৰ॥
দিলা চূৰামণি শিৰে পৰম উজ্জ্বল।
হাতত বলয়া দিলা কৰ্ণত কুণ্ডল॥
অৰ্দ্ধচন্দ্ৰ দিলা শিৰে নূপুৰ পাৱত।
সুন্দৰ পঙ্কজ মালা দিলেক কণ্ঠত॥
সবে আঙ্গুলীত ৰত্নে খচিত আঙ্গুষ্টি।
বিশ্বকৰ্ম্মে পৰশু দিলেক মন তুষ্টি॥
আৰু দিলা বিশ্বকৰ্ম্মে নানা বস্ত্ৰ চয়।
দিলেক কবচ অস্ত্ৰে মন্ত্ৰে নেছেদয়॥
জলনিধি দিলা শিৰে মালা পঙ্কজৰ।
দিলা কমলৰ মালা হৃদয় উপৰ॥
সবে সৰ্ব্বদায়ে স্বালা তাৰাগন।
দিলা কমলাক হস্তে পৰম শোভন॥
নানাবিধ ৰত্নগণ দিল হীমগিৰি।
বাহন দিলেক এক নামত কেশৰী॥
ভৰিত নূপুৰ দিলা আতি মনোহৰ।
পানপাত্ৰ এক খানি দিলা ধনেশ্বৰ॥
সৰ্ব্ব নাগেশ্বৰ যাক বোলয় অনন্ত।
সপ্তদ্বিপা মহি যিতো ইঙ্গিতে ধৰন্ত॥
দিলা নাগ হাৰ এক পৰম সাদৰে।
অমূল্য মণিয়ে ৰত্ন সূৰ্য্য সম জ্বলে॥
আনো আৰো দেৱগণ আছে যত যত।
তাসম্বেও আদৰিলা যাৰ যেহি মত॥
শক্তি অনুৰূপে সবে দিলা বস্ত্ৰগণ।
যাৰ যেন যুৰিলা দিলেক আভৰণ॥
মেধষ ঋষিয়ে বোলে শুনা নৰেশ্বৰ।
এমত সন্মান পায়া দেৱতাগণৰ॥
উচ্চহাস সমে কৈলা ঘোৰ সিংহনাদ।
প্ৰলয় কালত যেন মেঘৰ সম্বাদ॥

বাৰম্বাৰ নাদিলা কৰিলা অট্টহাস।
পূৰিলা সকলে দিশ বিদিশ আকাশ॥
আয়ামেন সূৰ্য্য ৰশ্মি থাকে সূৰ্য্য লোক।
অতি উচ্চ নাদে যাই তাকো ব্যাপিলেক॥
হেন চণ্ড শব্দত ধৰণী ভৈল টান।
সৰ্ব্বলোকে আশ ভৈলা ভয়ে কম্পমান॥
এমত সাগৰ কাম্পে ধৰণী মণ্ডলে।
ভয়ে জল জন্তু তিৰ লঙ্ঘিলেক জলে॥
মেৰু মণ্ডপক আদি কাম্পে যত গিৰি।
শিলা খসি লৰে বৃক্ষ পৰয় উফৰি॥
পাচে বস্ত্ৰ পৰিধান কৰিয়া আগত।
অস্ত্ৰ শস্ত্ৰ ধৰি দেবী ৰৈলা সিথানত॥
হেন দেখি তাঙ্ক পাছে সমস্ত অমৰে।
পৰম আনন্দে সবে জয়ধ্বনি কৰে॥
আনন্দে মন্ত্ৰক উচ্চৰিয়া মুনি গণে।
ভক্তি ভাৱে নম্ৰ ভাৱে কৰন্ত শ্ৰৱণে॥
গন্ধৰ্ব্বে গাৱয় গীত হাতে তাল ধৰি।
অপেস্বৰা গনে নাচে তাল অনুসৰি।
আনো নানা মহোচ্চৰ হৈলা সিকালত।
সাবশেষে কোন জনে কহিবে শকত॥
গোসানীৰ জন্ম কথা এহি মানে থওঁ।
যি কৈলা অসুৰ দল তাৰ কথা কওঁ॥
শব্দ হৈবে দেখি দৈত্যগণে ত্ৰৈলোক্যক।
ঘৃত পাই বহ্নি যেন কোপে জ্বলিলেক॥
ক্ৰোধে সাজ হয়া সবে দৈত্য সন্যগণ।
নানা অস্ত্ৰ শস্ত্ৰ ধৰি উঠিলা তেখন॥
মহা কোপে মহিষা অসুৰ কম্পমান।
ৰক্ত বৰ্ণ আখি ভৈলা অন্তক সমান॥
ক্ৰোধ কৰি বোলে ইতো কোন বিপৰীত।
কাহাৰ ভৈলেক আজি মৰণ সন্নিত॥

আজিৰ সংগ্ৰামে তাৰ নাছাৰো জিৱন।
এহিমতে মহিষে কৰিলা আলোচন ॥
সেনা সমে অসুৰ সকল যাই ৰঙ্গে।
শব্দক উদ্দেশ কৰি খেদি যাই খঙ্গে ॥
আতি সুমঙ্গল ইতো দেবীৰ চৰিত্ৰ।
কলি পাপ বিনাশন পৰম পৱিত্ৰ ॥
শুনা সভাসদ পদ কৰি এক মতি।
শিৱ দুৰ্গা ঘুষি সদা সাধিয়োক গতি ॥

---

কোপত মহিষ ৰাই চলিলা অন্তক প্ৰাই
সসন্যে সহিতে চপ কৰে।
লাগি তাৰ চাৰি খুৰ পৰ্ব্বত হৱয় চুৰ
দেৱগণ পলাই গৈলা ডৰে ॥
দুই শৃঙ্গ খৰোত্তৰ তাক দেখি লাগে ডৰ
মাথি পৰি হয় দুই খণ্ড।
উপৰত ফুৰে পাক যেন কুমাৰৰ চাক
মেঘ হয় শৃঙ্গ লাগি খণ্ড ॥
উৰ্দ্ধক তুলিছে তুণ্ড আকাশে লাগিছে মুণ্ড
লাগি নাসা পবন সকল।
পৰ্ব্বত হৱয় চুৰ হেনসে মহিষাসুৰ
পদ ভৰে মহি তলবল ॥
গাৱৰ পবন লাগি শাল তাল পৰে ভাগি
চমকিত ভৈলা তিনি লোক।
নাদ শুনি মহিষৰ ভয়ে লোক তৰতৰ
বোলে আজি প্ৰমাদ হৈবেক ॥
ৰক্ত বৰ্ণ দুই আখি অতি ভয় লাগে দেখি
সাক্ষাততে প্ৰলয় মাৰ্কণ্ড।
লোম সব শৰীৰৰ যেহেন শনাইত শৰ
ৰম্ভা সুত পৰম প্ৰচণ্ড ॥

যাত্ৰাৰ আৰম্ভ তাৰ উথলিলা পাৰে পাৰ
গিৰি সব হৈলেক তৰঙ্গ।
তৰঙ্গে লঙ্ঘিলা তিৰ জল সব নহে স্থিৰ
চমকিল অনন্তৰ অঙ্গ॥
দেখি দেৱতাৰ খঙ্গ দৈত্য সকলৰ ৰঙ্গ
জয় ধ্বনি কৰে ৰঙ্গ মনে।
অসংখ্যা বাজনা বাজে মহিষৰ সন্য মাজে
বিস্ময় লাগিলা সৰ্ব্বজনে।।
ঢাক ঢোল তুৰি ভেৰি আনো নানা ফিৰিফিৰি
চিকিমিকি অসুৰৰ দল।
চতুৰঙ্গ দলে সাজি লগে লৈয়া গজ বাজি
চলিলা মহিষ মহাবল।।
যতেক পদাতি ৰথ চলে যত ঘোৰা হাতী
কোনে কহিবেক সীমা তাৰ।
সেনাপতি অপৰ্য্যন্ত কাৰ শক্তি গণিবন্ত
চলিলেক অসুৰ অপাৰ।।
এহি মতে সব সাজে চলিলা যুদ্ধক ৰাজে
সসৈন্যে মহিষ দৈত্য ৰাই।
গোসানীক অনন্তৰে দেখিলা মহিষাসুৰে
সসৈন্যে সহিতে খেদি যাই।।
লাগি শৰীৰৰ কান্তি ত্ৰৈলোক্যে প্ৰকাশে আতি
সূৰ্য্যোদয় যেন বসুন্ধৰী।
চৰণৰ ভৰ পাই ভূমি আছে তল যাই
কৈত আছে হেন ৰূপ ধৰি॥
কিৰীটিৰ অগ্ৰে যাই আকাশক আছে পাই
বিপৰীত শবদে ধনুৰ।
কম্পিত পাতাল চয় নাগলোক ভৈলা ভয়
শ্ৰৱণে দৈত্যৰ দৰ্প চূৰ॥

দেখে সহস্ৰেক কৰে ব্যাপি আছে নিৰন্তৰে
দিশ সব দেবী নাৰায়ণী।
যোগ বলে ভগৱতী বিপৰীত ৰূপ ধৰি
মহিষক দেখিলা গোসানী॥
দেখিয়া মহিষাসুৰে যি কৰিলা আত পৰে
সিতো কথা শুনা মহাৰাই।
স্বভাৱতে পুৰুষৰ স্ত্ৰীত অভিলাষ বৰ
যেন বহ্নি জলে ঘৃত পাই॥
গোসানীৰ দেখি অঙ্গ মহিষৰ ভৈলা ৰঙ্গ
হাসিয়া বোলয় শুনা ৰামা।
তোহোৰ বদন শোভে তৰুণৰ মন লোভে
নবীন বিহিন হিম ধামা॥
নব পুতলি তনু ভ্ৰুৰ যুগ মদনৰ ধনু
নাসা তোৰ তিল ফুল জিনি।
ছাৰিয়া মূৰুতি বেশ কেনে যুদ্ধ অভিলাষ
আপুনাক আবে অভাগিনী॥
অধৰ বন্দুলি যেন প্ৰকাশয় বিতোপন
পক্ক ডাৰিম্বৰ বীজ দন্ত।
নয়ন খঞ্জন নয় দীৰ্ঘ আতি কেশ চয়
দেখি চমৰিৰ দম্ভ অন্ত॥
মৃণাল বনিত ভুজে নাৰীগণ মন ৰুজে
কৰ অশোকৰ কিসলয়।
সুঠান আঙ্গুলী চয় চম্পাৰ পাকৰি নয়
দেখিতে সুন্দৰ মনোময়॥
কম্বুগ্ৰীবে শোভে হাৰ বেঢ়ি আছে পওঁধৰ
দেখি যুবা জনৰ বিপাক।
পিন দুই পওঁধৰ আতিশয় ৰুচিকৰ
উৰিতে উন্মুখ চক্ৰবাক॥

কুচৰ ভৰত অঙ্গ দেখি যেন ভয় ভঙ্গ
হালে যেন মদনৰ তৰু।
মাজদেশ আতিক্ষীণ প্ৰকাশয় বিতোপন
সাক্ষাততে হৰৰ ডম্বৰু॥
বহল নিতম্ব স্থান উৰু কৰি কৰ যেন
জঙ্ঘা দুই আতি মনোহৰ।
পায় স্থল পদ্ম যেন শোভে নখ চন্দ্ৰগণ
দেখি প্ৰিতি মিলে নয়নৰ॥
হৈয়া নাৰী একাকিনী আমাক সমৰে জিনি
হেন আশা ঘৰে যাইবা ফিৰি।
ইন্দ্ৰ পলাইলেক হাৰি লৈয়া আছো সুৰপুৰি
যুজিবা কি লৈয়া তই নাৰী॥
সত্য কৰি কহিওক কোনে পঠাইলেক তোক
কোন স্থানে তোমাৰ বসতি।
কোন তোৰ বাপ মাওঁ নাৰী হৈয়া হেন ভাওঁ
কহ তোৰ কোন হয় পতি॥
কহ তোৰ জাতি কোন তোৰ পতি কোন জন
কেনে আছে দিয়া তোক ছাৰি।
এৰ পূৰ্ব্ব স্বামী আশ আসিয়োক মোৰ পাশ
কাৰ শক্তি নিবে পাৰে কাঢ়ি॥
মোৰ যত পূৰ্ব্ব নাৰী দিবো তোৰ দাসী কৰি
কহিলো তোমাত সত্য কৰি।
মোহোত ভজিলে তোৰ হৈবেক বিভুতি বৰ
হৈবি তই ত্ৰৈলোক্য ঈশ্বৰী॥
বুলি বা মহিষাসুৰ দেৱ ৰূপি অঙ্গ মোৰ
কেন মতে ভজিবো ইহাক।
যেন ইচ্ছা কৰে নাৰী সেহি ৰূপ ধৰিতে পাৰি
বোলা ধৰি দেওঁ পৰতেক॥

যদি যুদ্ধ কৰা তুমি তভো জিনি নিতে আমি
পাৰো কিন্তু লজ্জা লাগে মোৰ।
ত্রিদশে হাৰিলা ৰণে স্ত্রীক যুদ্ধ হেন জনে
অপযশ হৈবেক ডাঙ্গৰ॥
শুনিয়া অসুৰ বাণি যোগমায়া ত্রিনয়নী
বুলিতে লাগিলা কৰি হাস।
বোলে দেবী ভগৱতী কিনো দুষ্ট মন্দমতি
আমাক নিবাক কৰে আশ॥
কোপে কম্পমান আতি মহিষক বোলে মাতি
কেনে বেটা নিচিনি আমাক।
অজিজ্ঞাসি পূর্ব্বাপৰ নিতে চাস দুৰাচাৰ
মই তিনি ত্রৈলোক্যৰ মাক॥
তোৰ বিনাশৰ কাজে সকল দেৱৰ তেজে
হৈয়া আছো মই উতপতি।
কেনে নিচিনয় অন্ধ এখনে ছেদিবো কন্ধ
নাম ছাৰাইবো দৈত্যপতি॥
দেৱক জিনিয়া ৰণে গর্ব্ব বাঢ়ি আছা মনে
আমাক চাহিছা সেহি ঠান।
শুনিও বর্ব্বৰ অৰে এতিক্ষণে মোৰ শৰে
কৰিব তোহোৰ ৰক্ত পান॥
শাস্ত্রত নিসিদ্ধ বৰ পাপ যিতো গুৰুত্তৰ
নুগুণস পাপিষ্ঠ তাহাক।
মৃত্যু আশে নিকটক তভো কৰে মকমক
ছাগে যেন নিতে কাটিবাক॥
শৃগাল শগুণ কাক ভুত প্রেত পিশাচক
তোৰ মাংস ৰুধিৰে অর্পিবো।
সংগ্রাম ধৰণীখান কৰো মৃত পতিস্থান
কত নদী ৰুধিৰে বহাবো॥

মোৰ বোল অনুচিত আপুনাৰ নাই স্থিত
হৈলা তোৰ মৰণ সম্মিত।
মোৰ শৰে যাইবি মৰি তোৰ যত পূৰ্ব্ব নাৰী
তাক কোনে নেই নাই স্থিত॥
পশু হৈয়া হেন আশ আমাক নিবাক চাস
পেচায়ে কুলিৰ কাৰে ৰাৰ।
থাকি ভেক কূপ মাজে সাগৰত তৰিতে সাজে
কাকে কৰে হংসত উৰাওঁ॥
বোলে মই দৈত্য ৰাজ নাৰীক যুজিতে লাজ
হেন কথা ভাবি আছা মনে।
ছাৰ মিচা গৰ্ব্ব হেন সাৱধানে কৰা ৰণ
বিক্ৰম দেখোক সৰ্ব্বজনে॥
মোৰ হাতে যাইবি মৰি তেবে হেন নুবুলিবি
নাৰী সমে যুজে বীৰবৰ।
নপাইবিহি হেন লাজ এহি ৰণ ভূমি মাজ
গৰাগৰি পৰিবক শিৰ॥
দেবীৰ বচন ঘাৰে অগনি জলিলা গাৰে
ক্ৰোধে দৈত্যে বোলে মাৰ মাৰ।
স্বামীৰ আদেশ পাই মহা ক্ৰোদ্ধে গৈলা ধাই
মুখ্য মুখ্য অসুৰ অপাৰ॥
জয় দেবী ভগৱতী মই মহা মূঢ় মতি
তযু পদে পশিলো শৰণ।
মই অজ্ঞানীৰ দোষ ক্ষেমিওক অহৰ্নিশ
দাস বুলি কৰিও ৰক্ষণ॥
সংসাৰ তাৰণ হেতু তুমি দেবী মহা সেতু
তযু পদে নমো বাৰম্বাৰ।
মোৰ পাপ গণ ছেদি নিজ মায়া দূৰে ভেদি
সংসাৰ সাগৰে কৰা পাৰ॥

ৰঙ্গনাথ দ্বিজে ভণে        শুনিওক সৰ্ব্বজনে
দুৰ্গা পদে কৰিয়া ভকতি।
চাৰিওক আন কাম        ঘুষিয়োক দুৰ্গা নাম
তেবে সুখে সাধিবাহা গতি॥

---

# নীলকণ্ঠ দাস।

## দামোদৰ চৰিত্ৰ।

আত অনন্তৰে কথা শুনা সৰ্ব্বজন।
নামত কলাপ ইন্দ্ৰ দ্বিজ সুশোভন॥
চাৰিবেদ চতুৰ্দ্দশ শাস্ত্ৰক জানয়।
বলধি বলধি পুথি যাহাৰ হৰয়॥
ফুৰন্তে ফুৰন্তে সতানন্দ দ্বাৰ পাইলা।
সংস্কৃতে দ্বিজে পাছে তাহাত পুছিলা॥
কৈত থিতি কি নাম ভ্ৰমাহা কি কাৰণ।
কহিয়ো তোমাত মোৰ কিবা প্ৰয়োজন॥
সংস্কৃতে দ্বিজে পাছে বুলিন্ত হাঁসি।
নামত কলাপ ইন্দ্ৰ নৱপুৰবাসি॥
মাধৱ কামাখ্যা দেখি ফুৰোঁ ৰাজ্য চাই।
ছাত্ৰশালা কৰাইবে আসিলো বাৰ্ত্তাপাই॥
তিনি গুটি পুত্ৰ শুনু তোমাৰ আছয়।
দিয়া পঢ়াও যেন মতে মোৰ কীৰ্ত্তি ৰয়॥
শুনি সতানন্দৰ ৰঙ্গৰ সীমা নাই।
কৰিয়োক গুৰু কৃপা থাকা মোৰ ঠাই॥
এহি বুলি ছাত্ৰশাল ঘৰ বান্ধি দিলা।
পণ্ডিতে তথাতে থাকি পঢ়াইবে লাগিলা॥
সৰ্ব্বেশ্বৰ ৰত্নাকৰ দেৱ দামোদৰ।
তিনিক পঢ়িবে লাগি দিলা দ্বিজবৰ॥
কাৰি কাক আন্থে ব্যাকৰ্ণক পঢ়িলন্ত।
যত ধাতু শবদ প্ৰয়োগ সাধিলন্ত॥

চাৰিবেদ চৌদ্ধ শাস্ত্ৰ পঢ়ি বখানিলা।
গীতা ভাগৱত আনো সমস্তে জানিলা ॥
আনু দিশ বিদেশৰ ছাত্ৰে পঢ়িলন্ত।
কলাপ ইন্দ্ৰক সবে দক্ষিণা দিলন্ত ॥
গুৰু মুখে শাস্ত্ৰ জানি যত শিষ্যচয়।
সবে বিজ্ঞ ভৈলা কাৰো নাহিকে সংশয় ॥
সতানন্দ দ্বিজ পুত্ৰ সবাতে অধিক।
তিনিৰো মধ্যত শ্ৰেষ্ঠ দামোদৰ ধিক ॥
আপুনি ঈশ্বৰ অৱতাৰ আছে ধৰি।
সিকাৰণে শ্ৰেষ্ঠ ভৈলা সমস্ততো কৰি ॥
কলাপ ইন্দ্ৰক সবে সাদৰে নমিলা।
দ্বিজ সতানন্দে বহু মান্যক কৰিলা ॥
কলাপ ইন্দ্ৰেয়ো আস্বাসিয়া চলি গৈলা।
পুত্ৰ সমে সতানন্দ ৰঙ্গ মনে ৰইলা ॥
আত অনন্তৰে শুনা যেন ভৈলা কথা।
মহা লুৰি মাৰোক মিলিলা আসি তথা ॥
নৰ নাৰায়ণ চিলাৰাই দুই ভাই।
ৰাজ্যক মাৰিয়া গড়গ্ৰামক উজাই ॥
ভাগেনিয়া লোকে পাইলি তাৰ ৰক্ষা নাই।
কাটি মাৰি সৰ্ব্বস্ব তিৰীক লৈয়া যাই ॥
স্বৰ্গ নৃপতিৰ দূত ফুৰে পাইক ধৰি।
পাইলি তাসাম্বাক লুৰে মহা কোপ কৰি ॥
নপালালি পাইকে ধৰি ৰণে লৈই যাই।
পুত্ৰ সমে সতানন্দে গুণন্ত উপাই ॥
সেই বেলা ৰাজাদূত তথাতে মিলিলা।
শুনিয়া গ্ৰামৰ লোক পলাইবে লাগিলা ॥
দেখি ৰাজাদূত সব দশ দিশে ধাইলা।
ধৰি বান্ধি আনেই লোক যাকে লাগ পাইলা ॥
সৰ্ব্বস্বক লুৰি নেই লোকক ধৰিয়া।
দেখি সতানন্দ দ্বিজ পলাই লৱৰিয়া ॥

দামোদৰ ৰত্নাকৰ আসিলা বজাই।
ধৰিলেক দূতে গৈয়া দুইকো লাগপাই॥
দামোদৰে মাতিলন্ত দূতক বুজাই।
অমি দ্বিজ জানি ছাৰ নিবে নুজুৱাই॥
ধন কিছু দিয়ো লোৱা যায়োক চাৰিয়া।
দূতে বোলে নখাও ধন নিবোহু বান্ধিয়া॥
এহি বুলি দুষ্ট সবে দুইকো লৈয়া যাই।
বোলে বান্ধি নেও কিবা পথতে পলাই॥
এহি বুলি জৰী আনি খোজই বান্ধিতে।
হাতোতে লুকাইলা জৰী দেখি আচৰিতে॥
আৰু বাৰম্বাৰ জৰী বান্ধিতে আনয়।
কাখৰ চাপিতে হৰে দেখিয়া বিস্ময়॥
তথাপি অজ্ঞানী চিনিবাক নপাৰিলা।
গড় ভিতাৰোত বুজ চাঙ্গত ৰাখিলা॥
কুৰিবেউ গৰখাই বহল অপাৰ।
কুৰিবেউ উচ্চ প্ৰস্থে পাঞ্চতৰ॥
দশ গজ যুদ্ধ গড় উপাৰে ভিতৰে।
গৰ বাজে পাজি জুৰি পথালি হাজাৰ॥
হেন গড় ভিতৰে বোঁজত তুলি থৈলা।
দুয়ো জনে বোঁচাঙ্গে উপাৰতে ৰৈলা॥
যি বেলা দুইহাঙ্ক ধৰি আসামে লৈয়া গৈলা
সিবেলা বিপ্ৰৰ ঘৰে উসমিস ভৈলা॥
মহা শোকে কান্দে সবে আকুলিত ভাও।
সেই বেলা পৰাই মিলিলা সিতো ঠায়॥
সৰ্ব্বস্ব লুৰিয়া সবে গৃহত সোমাই।
ভাখেৰি ভিতৰে ৰৈলা ব্ৰাহ্মণী পলাই॥
সতানন্দ সৰ্ব্বেশ্বৰ দুয়ো চলি গৈলা।
নৰ নাৰায়ণক দুই হান্তে দেখা পাইলা॥
আশীৰ্ব্বাদ কৰি তান্তে গোচৰ দিলন্ত।
শুনিয়া নৃপতি গৰমালি পাঞ্চিলন্ত॥

যিবা সবে বিপ্ৰৰ সৰ্ব্বস্ব লুৰিছয়।
আমাৰ আদেশে ফিৰাই দিউক সমস্তই ॥
শুনি গৰমালি বিপ্ৰ সঙ্গে চলি গৈলা।
লুটিয়াৰ সমস্তক যাই দেখা ভৈলা ॥
গৰমালি নৃপতিৰ আদেশ কহিলা।
বিপ্ৰৰ সৰ্ব্বস্ব সবে বাজ কৰি দিলা ॥
সৰ্ব্বস্বক পাই দ্বিজে গৃহত ৰহিলা।
যতেক পৰাঠ মানে সবে নিবৰ্ত্তিলা ॥
শুনা সৰ্ব্বজনে ইতো চৰিত্ৰ শ্ৰৱান।
আত কিছু অসন্তোষ নকৰিবা মনে ॥
ঈশ্বৰ চেষ্টাক শুনি তেজি আন কাম।
কহে নীলকণ্ঠে ডাকি বোলা ৰাম ৰাম ॥

সবে লোকে বোলে ঐত ৰৈবে নুহি ভাল।
ইতো ৰাজ্য এৰি আসা পলায়ো সকল ॥
সতানন্দ বদতি শুনিয়ো পুত্ৰচয়।
শুনিলাহা লোকে সবে কি বোল বোলয় ॥
পিতৃ আদেশ শুনি বুজি পাছে পুত্ৰগণ।
ৰাজ্য এৰি পলাইবাক কৰিলা যতন ॥
ভাণ্ডাৰ ভাঙ্গিয়া ধন্য বাজ কৰি দিলা।
চিৰা চাউল দাসী দাস সমস্তে কৰিলা ॥
বৰ এক খান নৌকা সাজিয়া আনিল।
সেই সেহি বেলা ব্ৰাহ্মণীৰ দুহিতা জন্মিল ॥
এক দশ দিন গতে শুদ্ধি যেবে গৈলা।
যত বস্তু নাৱে তুলি যাইবা সাজে ভৈলা ॥
পলাইলা ৰাজ্যৰ লোক আছিলেক যত।
পুত্ৰ দ্বাৰা সমে দ্বিজ চৰিলা নাওত ॥
বৰদায়া হন্তে নীলাচলক এৰাই।
হাজো থানে প্ৰবেশিলা লোহিতে ভাটিয়াই ॥

কেদাৰ কমল আদি মূৰ্ত্তি প্ৰকাশয়।
মণিকুট শিখৰতে মাধৱ আছয় ॥
সতানন্দ দ্বিজে তৈতে নৌকা ৰাখিলন্ত।
মাধৱক সেবি কতো দিন বঞ্চিলন্ত ॥
বৰভাগ গ্ৰামে এক দ্বিজ আছিলন্ত।
তাহান দুহিতা সৰ্ব্বেশ্বৰক দিলন্ত ॥
সৰ্ব্বেশ্বৰে বিধিৱতে বিবাহ কৰিলা।
দেখি দ্বিজ সতানন্দে আনন্দ লভিলা ॥
ৰত্নাপ্ৰিতি পূৰ্ব্বথানে গৃহ সাজাইলন্ত।
পুত্ৰ ভাৰ্য্যা সমে দ্বিজ তৈতে থাকিলন্ত ॥
মাধৱৰ সেৱা তথাছয় যত জন।
সবেয়ো বিপ্ৰক হেন বুলিলা বচন ॥
ভাগৱত পাঠ কৰা মাধৱৰ থানে।
পৰিপোষ সমস্তে কৰিবো লাগে মানে ॥
শুনি সতানন্দ দ্বিজ আনন্দে মনত।
মণিকুটে ভাগৱত পঢ়ি নিত্যে গান্ত ॥
ভাগৱতী ভাগ পান্ত থানে মাধৱৰ।
ভাগৱতী ভৈলা সৰ্ব্বেশ্বৰ ৰত্নাকৰ ॥
দুই উক্ত দুই ভাই পঢ়ে ভাগৱত।
সুন্দৰ সুস্বৰ ধ্বনি ব্যাখ্যা নানা মত ॥
শুনি লোকে মনত আনন্দ বৰ পাই।
প্ৰসংশা কৰন্তে ৰঙ্গে দুইক দুই চাই ॥
সতানন্দ দামোদৰ থাকন্তে ভ্ৰমন্তে।
শুনা যেন কথা আৰু ভৈলেক তথাতে ॥
এক দিনা পূজাৰ সময় দামোদৰ।
গহ্বৰত পশিলেক গৈয়া মাধৱৰ ॥
সেই দিনা অদভুত সমস্তে দেখয়।
মাধৱৰ অৰ্চ্চা দামোদৰত মিলয় ॥
পূজাৰি ব্ৰাহ্মণে যত পুষ্প মালা দিলা।
মাধৱক চুই দামোদৰতে চৰিলা ॥

হেন দেখি সৱেয়ো গুণয় মনে মন।
মাধৱে দিলন্ত মাত এভো কোন জন॥
সেহি ৰাত্ৰে সমস্তকে স্বপ্ন দেখাইলন্ত।
দ্বিজ দামোদৰ লই মাধৱে বোলন্ত॥
হেন স্বপ্ন দেখি সবে প্ৰভাতে উঠিয়া।
সবেও সবাতে কৈলা একান্তে মিলিয়া॥
সবেয়ো বোলন্ত দ্বিজ মনুষ্য নহয়।
ঈশ্বৰৰ অঙ্গে আঙ্ক জানিলো নিচয়॥
এহি বোলে সবেয়ো চিত্তক দঢ়াইলন্ত।
পৰম গৌৰৱে সবে তাঙ্ক আদৰন্ত॥
একদিন দামোদৰে গীতা পঢ়িলন্ত।
পাঞ্চুটিকা মতে ব্যাখ্যা মুখে কৰিলন্ত॥
সুন্দৰ সুস্বৰ ধ্বনি অমৃতে বৰিষে।
হৃদয় দ্ৰৱিলা প্ৰেমে শুনয় হৰিষে॥
ডগ মগ ভৈলা নিৰন্তৰে সভাখান।
সাক্ষাতে ব্ৰহ্মাতে যেন নিমজিলা মন॥
এহি মতে গীতা পাঠ যেবে সাঙ্গ ভৈলা।
বিস্ময় মানিয়া সবে ঘৰাঘৰি গৈলা
সবে বোলে সাক্ষাতে ঈশ্বৰ দামোদৰ।
অন্যে অন্যে এহি কথা ঘোষে নিৰন্তৰ॥
লোকৰ আনন্দ কৰাই তথাতে আছয়।
দ্বিজ ৰূপে দামোদৰ মূৰুতি সুৰয়॥
বৰভাগ্যে আৰু এক দ্বিজ আছিলন্ত।
তাহান দুহিতা ৰত্নাকৰক দিলন্ত॥
দ্বিজ ৰত্নাকৰে পাই বিবাহ কৰিলা।
পিতৃ মাতৃ ভাতৃ সমে আনন্দে ৰহিলা॥
এহি মতে কতো দিন আছন্ত তথাতে।
পাছে বৰপেটা থানে আইলা যেন মতে।
শুনিলন্ত দ্বিজ সতানন্দে হেন মত।
আছন্ত শঙ্কৰ বৰপেটা যে থানত॥

সন্তানন্দে কৈলা পুত্ৰ সবাকে মাতিয়া।
যাইবে খোজো আমি বৰপেটাক লাগিয়া ॥
ৰত্নাকৰ সৰ্ব্বেশ্বৰ থাকা এ৤তে দুই।
মাধৱৰ মণিকুটে ভাগৱতী হুই ॥
দামোদৰ সঙ্গে লৈই বৰপেটা যাইবো।
যত বস্তু লাগে মানে সবে তৈতে পাইবো ॥
যত বস্তু দাসী দাস সকলে থাকোক।
দাসী দাস চাৰি গুটি লগত দিয়োক ॥
পিতৃৰ আদেশ হেন দুই শুনিলন্ত।
চৈই দিয়া নৌকা এক সাজি আনিলন্ত ॥
ভোজন বসন শয্যা আন বস্তু যত।
দাসী দাস চাৰি গুটি তুলিলা নৌকাত ॥
মাধৱক সেৱা কৰি মাধৱক স্মৰি।
ভাৰ্য্যা সমে দ্বিজে দামোদৰ সঙ্গে কৰি ॥
নৌকাত চৰিলা যাই চাই নাৱ বাইবে লৈলা
সৰ্ব্বেশ্বৰ ৰত্নাকৰ অসন্তোষে ৰৈলা ॥
ব্ৰহ্মপুত্ৰ ভাঠিয়াই বৰলিয়া পাইলা।
ৰৌৰয়া সোমাই বোৰা লোহিতক আইলা ॥
বোৰালোহিত্যক ভঠিয়াই আসিলন্ত।
গয়জান সোমাই বৰপেটাক পাইলন্ত ॥
বৰপেটা উজাই তান্তীপাৰা দেখিলন্ত।
তাক এৰাই গৌমাৰি কুচিক পাইলন্ত ॥
বৰপেটা বিলত নাওক ৰাখিলন্ত।
চন্দ্ৰৱতী পুৰে দ্বিজবৰ উঠিলন্ত ॥
তাহাতে থাকিল দ্বিজ গৃহৈক সাজাই।
যত বস্তু নৌকাৰ তুলিলা সেহি ঠাই ॥
গৰখায়ৈ দিয়া আলি পদূলি বান্ধিলা।
হৰ কলি আক চৌপাশে বেঢ়ি দিলা ॥
শয়ন বসন গৃহ ভোজনৰ থান।
অতিথি নিবাস দেৱ গৃহক নিৰ্ম্মাণ ॥

কুপ বাটঘৰো আন সমস্তে কৰিলা।
পুত্ৰ ভাৰ্য্যা সমে দ্বিজ তথাতে থাকিলা॥
সিতো গ্ৰামে যত দ্বিজ সজ্জন আছয়।
সতানন্দ দ্বিজ গৃহে সমস্তে আসয়॥
কদলিক আদি আন বস্তু ৰুপিলন্ত।
কৃষি কৰ্ম্মে দাস দুইক নিযোজি দিলন্ত॥
শ্ৰীমূৰ্ত্তি শালগ্ৰাম পূজে নিত্যগত।
পঢ়ন্ত আনন্দে কতো গীতা ভাগৱত॥
এহি মতে তথা দ্বিজ আছে মহাসুখে।
শুনিলা শঙ্কৰদেৱ পুৰবাসী মুখে॥
আসিয়া আছন্ত দ্বিজ সদাচাৰি সন্ত।
হেন শুনি ভক্ত পাছি মাতি আনিলন্ত॥
সতানন্দ গৈয়া শঙ্কৰক দেখিলন্ত।
আসম্বিয়া ৰঙ্গে পুষ্প মালাক দিলন্ত॥
শ্ৰীশঙ্কৰে পুষ্প মালা শিৰত পিন্ধিলা।
আসানে বোসাই তাঙ্ক ৰঙ্গে সাদৰিলা॥
কহিত আছিলা পূৰ্ব্বে কিনাম তোমাৰ।
কহিয়োক দ্বিজবৰ আগতে আমাৰ॥
ব্ৰাহ্মণ বদতি মহাপুৰুষ শুনিয়ো।
কৌনজ ৰাজ্যতে পূৰ্ব্বে আছিলো আমিয়ো॥
গৌৰেশ্বৰত কামেশ্বৰে মাগিয়া নিলন্ত।
কায়স্থ ব্ৰাহ্মণ চৌদ্ধ ঘৰক দিলন্ত॥
ব্ৰহ্মানন্দ প্ৰভৃতি ব্ৰাহ্মণ সাত ঘৰ।
কায়স্থ সপ্তম লণ্ডাদেৱ শিষ্যতৰ॥
লণ্ডাদেৱ বংশে জাত শঙ্কৰ সাক্ষাত।
ব্ৰহ্মানন্দ বংশে আমি কহিলো তোমাত॥
আমাৰ গৌতম গোত্ৰ অজ তোমাসাৰ।
দ্বিজ সতানন্দ নাম জানিবা আমাৰ॥
ৰত্নাপ্ৰস্থে ব্ৰহ্মানন্দ দ্বিজ থিতি ভৈইলা।
ৰবদোৱা গ্ৰামে লণ্ডাদেৱ গৈয়া ৰইলা॥

সেহিবংশে তযু পিতৃ কুসুম ভৈলন্ত ।
তেহে নিয়া মোক নলঞাত থাপিলন্ত ॥
পৰম সুহৃদ তেহে আমাৰ আছিলা ।
তোমাৰ প্ৰসাদে তেন্তে মোক্ষক লভিলা ॥
ৰাজ্য ভগনত্ত সবে ৰাজ্য গৈল ভাগি ।
আপুনিয়ো আসি ভৈলা ইঠায়োক লাগি ॥
আমিয়ো তথাৰ হন্তে হাজোক আসিলো ।
সৰ্ব্বেশ্বৰ ৰত্নাকৰ তথাতে ৰাখিলো ॥
মণিকুটে ভাগৱত পঢ়ি দুই ৰৈইলা ।
দামোদৰ মাত্ৰ মোৰ লগে আসি ভৈলা ॥
তযু দৰশনে অভিলাশ আসি ভৈলো ।
চন্দ্ৰৱতী পুৰে আমি থিতি হুয়া ৰৈলো ॥
আমিয়ো সাধিবো গতি তাৰাৰ প্ৰকাশে ।
দামোদৰ আসিয়া মিলিলা তযু পাশে ॥
লোক সব নিস্তাৰিব ভকতি প্ৰচাৰি ।
এহি কাৰ্য্যে তোৰা সবে আছা অৱতৰি ॥
লোকক কৃপাই হৰি তিনি মুৰ্ত্তি ধৰি ।
মনুষ্য স্বৰূপে ৰহি আছা ছদ্ম কৰি ॥
এহি বুলি দ্বিজবৰে ৰঙ্গে থাকিলন্ত ।
কৃপায়ে দ্বিজক বাক্য শঙ্কৰে বোলন্ত ॥
ধন্য দ্বিজবৰ সন্ত বৈভব তোমাৰ ।
পূৰ্ব্ব হন্তে পৰম সুহৃদ আমাসাৰ ॥
তোমাক দেখিলো কিনো আনন্দ আমাৰ
তুমি বিনে প্ৰিয়তম নাহি কেহো আৰ ॥
দ্বিজ ৰামৰামে মাধৱে সাদৰিলা ।
সকলে সমাজে বেৰি তাঙ্ক প্ৰশংসিলা ॥
শঙ্কৰেয়ো বস্ত্ৰ পুষ্প চন্দনে ভূষিলা ।
আশঙ্কা কৰিয়া দ্বিজে গৃহক চলিলা ॥
শঙ্কৰৰ পাশে দ্বিজ গৈলা আন দিন ।
দামোদৰ লগে গৈলা নাই ভিনাভিন ॥

পুত্ৰে সমে দ্বিজ গৈয়া অসেশ দিলন্ত।
এন্তে কোন বুলিয়া শঙ্কৰে পুছিলন্ত ॥
তনয় আমাৰ এহি দামোদৰ নাম।
শঙ্কৰে বোলন্ত হাসি পূৰ্ন্ন মনকাম ॥
সাদৰে দুইহাঙ্ক আনাই আসন দিলন্ত।
পৰম কৌতুকে দুয়ো তাতে বসিলন্ত ॥
দামোদৰ শঙ্কৰৰ আল ভায় ভৈলা।
দুইহান হৃদয় চিন্তি দুইতো লাগি ৰইলা ॥
পৰম প্ৰেমত দুইৰো হৃদয় দ্ৰবিলা।
দুইকো চাই দুইৰো নেত্ৰ লোতকে জুৰিলা ॥
হেন ভাব দুইৰো দেখি লোকৰ বিস্ময়।
একে বস্তু আৰা দুই পৰম বিষয় ॥
কতোক্ষণে থাকি পাছে শঙ্কৰে মাতিলা।
বামুণীৰ পোৱে আকুশলে আসিলা ॥
ভাগৱত পঢ়া ঐতে শুনু সবে আমি।
সমস্তকে জানা তুমি যেন অন্তৰ্য্যামী ॥
দামোদৰ বদতি সকলে কৰ্ত্তা তুমি।
ভক্তি বৃক্ষ গাজিবাৰ তুমি নিজ ভূমি ॥
অৱশ্যে পালিবো আমি আজ্ঞাক তোমাৰ।
কিছো কৃষি কৰ্ম্মে মতি আছয় আমাৰ ॥
মাধৱে বোলন্ত কৰা উতম কৃৰিষি।
এহি বুলি গীত এক কৰিলা হৰিষি ॥
পৰমাৰ্থ কথা তিনি তিনি বুজিলন্ত।
আন সবে ধান্য কৃষি বুলি মানিলন্ত ॥
দামোদৰে বোলে পিতৃ পঢ়া ভাগৱত।
আমিয়ো পঢ়িবো কত তোমাৰ লগত ॥
দামোদৰ বাক্য সতানন্দ মানিলন্ত।
শঙ্কৰৰ ঠাই ভাগৱত পঢ়িলন্ত ॥
পৰম সুস্বৰ ধ্বনি বাখ্যা সুবোধিনী।
ভাগৱত পাঠক কৰন্ত দিনা দিনি ॥

কোন দিনা আসি দামোদৰেয়ো পঢ়ন্ত।
শঙ্কৰ মাধৱ আদি সবেয়ো শুনন্ত ॥
অমৃত বৰিষে যেন সুছন্দ সুস্বৰে।
পৰম একাগ্ৰ মনে শুনে নিৰন্তৰে ॥
লোকক শুনাই যিটো বাক্য বুলিছন্ত।
তাহাক দেখয় কতো কৃষি কৰ্ম্মে জাত ॥
আজি তোৰ ধন্য ভাণ্ডাৰোক পুৰি পান্ত।
অতিথিক দিয়া গৃহ জন সঙ্গে খান্ত ॥
দামোদৰ দেৱৰ কোনিষ্ট সত্যৱতী।
তাঙ্ক বিভা দিবে সতানন্দে কৈলা মতি ॥
বৰ জিজ্ঞাসিয়া ঠাই ঠাই বিচাৰিলা।
পাছে বৰ নগৰক দূতক পাঠাইলা ॥
বৰ নগৰোৰ নয়া নগৰ গ্ৰামত।
জয়দেৱ আচাৰ্য্য আছন্ত সিথানত ॥
তাহান তনয় চক্ৰৱৰ্ত্তিবাসুদেৱ।
ৰূপে গুণে বিত্থাই সমান নাহি কেৱ ॥
তান গৃহে ৰমানাথ দ্বিজ উপসন।
দেখিয়া আচাৰ্য্য তাঙ্ক দিলন্ত আসন ॥
ব্যৱহাৰে সাদৰিয়া পুছিলন্ত কথা।
কোন কাযে তুমি দ্বিজ আসি ভৈলা এথা ॥
ব্ৰাহ্মণ বদতি সবে কথা কৈবো পাছে।
এন্তে কোন যিতো বসি আছে তযু কাষে ॥
আচাৰ্য্য বোলন্ত এন্তে আমাৰ তনয়।
বাসুদেৱ চক্ৰবৰ্ত্তি নাম সুভনয় ॥
শুনিয়া দ্বিজৰ মহা আনন্দ মিলিলা।
বংশাৱলি সমে কথা কহিবে লাগিলা ॥
কামেশ্বৰে আনিচন্ত বিপ্ৰ সাত ঘৰ।
ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য তান্তে সপ্তত্তৰ ॥
তাহান তনয় দেৱানন্দ নামে ভৈলা।
তান পুত্ৰ সতানন্দ নলঞ্চাত ৰৈলা ॥

সৰ্ব্বেশ্বৰ ৰত্নাকৰ দামোদৰ নাম।
সতানন্দ পুত্ৰ এন্তে তিনি অনুপাম ॥
নলঞ্চাৰ পৰা হাজো নগৰে আসিলা।
সৰ্ব্বেশ্বৰ ৰত্নাকৰ তথাতে থাকিলা ॥
ভাৰ্য্যা সমে সতানন্দ দামোদৰ সঙ্গে।
বৰপেটা চন্দ্ৰপুৰে আছে মহাৰঙ্গে ॥
তাহান দুহিতা আছে নামে সত্যৱতী।
বৰ জিজ্ঞাসিবে আহি আছোহু সম্প্ৰতি ॥
তোমাৰ তনয় এন্তে বৰ সুশোভন।
কহা তোমাঠেৰে কথা সিজে প্ৰয়োজন ॥
হেন শুনি জয়দেৱ ৰঙ্গমন ভৈলা।
আপুনাৰ বংশাৱলী কহিবাক লৈলা ॥
কামেশ্বৰে আনা আমি কনৌজ দেশৰ।
সপ্ত ঘৰোৰ মধ্যে দ্বিজ আদি বৰ ॥
আছিলন্ত ভূঞিয়া বৰ ভাগে সে ৰাজ্যৰ।
তানে পত্নি দময়ন্তা আতি সুপ্ৰিতৰ ॥
জয়দেৱ আচাৰ্য্য আমি তান গৰ্ভে জাত।
মোৰ পুত্ৰ বাসুদেৱ চক্ৰৱৰ্ত্তি খ্যাত ॥
ভূঞা পৰলোক ভৈলা বৰ ভাগ ছাৰি।
নৱা নগৰত আমি কৰি আছো বাৰী ॥
আমাঠেৰ কথা যত কহিলো তোমাত।
পুত্ৰৰ বিবাহ হৱে তোমৰ কৃপাত ॥
শুনি ৰামানাথ দ্বিজে মহাৰঙ্গ ভৈলা।
বৰপেটা থানে সতানন্দ পাশে গৈলা ॥
যত কথা তাহান আগত কহিলন্ত।
শুনি সতানন্দ বাসুদেৱক কহিলন্ত ॥
আপুন দুহিতা সত্যৱতীক দিলন্ত।
বাসুদেৱ চক্ৰৱৰ্ত্তি বিহা কৰিলন্ত ॥
কন্যা সমে অনেক যৌতক দ্বিজে দিলা।
ভাৰ্য্যা সমে বাসুদেৱ গৃহক চলিলা ॥

তান মাতৃ ৰতিকলা আগধৰি নিলা।
নানা সুমঙ্গলে শিৰে দুৰ্ব্বাক্ষত দিলা॥
যথা ব্যৱহাৰে কৰি ভোজন শয়ন।
আপুন গৃহত ৰৈলা ৰঙ্গে দুয়োজন॥
পিতৃ গৃহে পঠাই পুনু কৰি দুয়ন।
ভাৰ্য্যা সমে থাকিলন্ত আপুন ভুবন॥
শুনা সৰ্ব্বজনে মনে তেজি অসন্তোষ।
পদ কৰণত মোৰ নধৰিবা দোষ॥
পৰম অজ্ঞানী আমি ৰচিলো পয়াৰ।
বাৰাটুটা যত আৰ নকৰি বিচাৰ॥
গুৰুৰ চৰিত্ৰ খানি শুনি সবে নৰ।
নীলকণ্ঠ বদতি ঘুষিয়ো দামোদৰ॥

---

# কেশৱ দাস।

## আত্ম পৰিচয়।

শ্ৰীমন্ত শঙ্কৰ যিতো নামেসে কায়স্থ তান
পৰম পণ্ডিত গুণশীল।
নানা হ্ৰস্ব দীৰ্ঘ ছন্দে ভাগৱত পদ বন্ধে,
মহা যত্নে ৰচনা কৰিল॥
লোক নিস্তাৰণ হেতু বান্ধিলন্ত ধৰ্ম্ম সেতু,
যাৰ কাৰ্ত্তি গৈল বহু থান।
ব্ৰহ্মণ্য পৰম গুণে তান সম আছে কোন,
সন্ত জনে কৰৈ যাক মান॥
স্বধৰ্ম্মকো নেৰিলন্ত ভকতিকো কৰিলন্ত,
পাষণ্ডক আলাপন কৈল।
ৰাম কৃষ্ণ নাম স্মৰি পঞ্চভূত দেহা এড়ি,
বৈকুণ্ঠত গৈয়া থিত ভৈল॥
মহিমা কহিবোঁ কত যিতো ধৰৈ তান মত,
ঈশ্বৰক অপ্ৰয়াসে জানে।
জ্ঞানতো কৰ্ম্মতো কৰি ভকতি সে শ্ৰেষ্ঠ জানি,
মহাজনে বহু আক মানে॥
চন্দ্ৰ দিবাকৰ মানে যাৰ যশ থানে থানে,
গাইবেক থাকয় পদ যাৰে।
অদ্যাপি প্ৰশংসে যাক মহা মহা কবি তাক,
হৃদিত পৰম প্ৰেমভাৰে॥
কি কহিবোঁ তান গুণ মই মহা মূঢ় জন,
তান পদে মোৰ হৌক ৰতি।
আমিয়ো কায়স্থ জন হেন জানো গৰ্ব্বমন,
একো কালে নুহিকোক মতি॥

তাহানে ভ্ৰাতৃৰ নাতি যদিবা আমাক বোলৈ,
তথাপিতো তাহানে কিঙ্কৰ।
কায় বাক্য মনে মই তাহানে দাসৰো দাস,
বুলিলোহো বাক্য দৃঢ়তৰ ॥
শুনিয়ো পণ্ডিত লোক দোষ নেদিবাহা মোক,
ভাগৱত শাস্ত্ৰ মহাগূঢ়।
মই আতি অল্পজন শুদ্ধ নুহিকয় মন,
বুদ্ধিত পৰম মই মূঢ় ॥
কতো অৰ্থ ব্যক্ত ভৈল কতো অৰ্থ গূঢ় ৰৈল,
তাত মোৰ বুদ্ধিৰেসে দোষ।
পণ্ডিতে দেখিয়া আক নিন্দা নুবুলিবা বাক,
নিজ গুণে হুয়োক সন্তোষ ॥
মুৰ্খে যেবে কৰৈ নিন্দা নুহি কৰৈ অভিনন্দা,
তাত মোৰ দুঃখ নজানয়।
যিতো মহাজন হয় অল্প গুণকো লয়,
তাকে আতি বাহুল্য কৰয় ॥
বয়সত অল্প আতি একো গুণ নাহিকয়,
পণ্ডিত নুহিকো বহুতৰ।
গুৰু শিক্ষা অনুসৰি টিকা ভাষ্য মত ধৰি,
পদ কৈলোঁ নৰম স্কন্ধৰ ॥
কথাৰ প্ৰস্তাব পাই নিবন্ধিলোঁ ঠাই ঠাই,
আনো পুৰাণৰ কিছু মত।
দোষ নেদিবাহা তাত হৰি কথা পাই যাত,
গাৱয় মহন্ত সব যত ॥
নমো নমো কৃষ্ণ দেৱ দণ্ডৱতে কৰো সেৱ,
মই মহা গৰ্ব্বৱন্ত জন।
তযু পাদ পদ্ম মনে সুমৰোক সৰ্ব্বক্ষণে,
ৰক্ষা কৰা বাপ জনাৰ্দ্দন ॥

তযু গুণ নাম বাণী হে কৃষ্ণ পদ্ম পাণি,
বোলোক বদনে নিৰন্তৰ।
ৰাম বুলিয়োক ডাকি সমাজ্যৰ লোকে ঢাকি,
এড়ায়োক ঘোৰ যম ঘৰ॥

---

## ভাগৱত—নৱম স্কন্ধ।

শুক নিগদতি ৰাজা শুনা মহাশয়।
নাভাগাৰ অম্বৰীষ ভৈলন্ত তনয়॥
তাহান মহিমা মই কি কহিবোঁ তাত।
ঋষিৰ সাপেও ক্ষমা নভৈলেক যাত॥
হেন শুনি ৰাজা পাছে পুছিলা শুকত।
কৈয়ো কথা গুৰু ইতো কথা অদভুত॥
নুৱাৰিলে ঋষি সাপে কিছু কৰিবাক।
শুনিবাক ইচ্ছা অম্বৰীষৰ কথাক॥
ৰাজাৰ বচন শুনি শুকে কহিলন্ত।
সাতো দ্বীপা পৃথিবীৰ ৰাজা পালিলন্ত॥
ইন্দ্ৰতো অধিক ৰাজা শ্ৰীমন্ত ভৈলন্ত।
নুহিবাক নুৱাৰিলা মহামুনি সান্ত॥
স্বপ্ন সম মানিলন্ত ৰাজা সদা মনে।
নৰকৰ দ্বাৰ আক মানৈ মহাজনে॥
ভগৱন্ত বাসুদেৱে কৰিলা ভকতি।
বৈষ্ণৱ সৱত ৰাজা আতিশয় প্ৰীতি॥
ঈশ্বৰৰ ভকতিয়ে নৃপ মহাশয়।
আতি তুচ্চ ইতো বিশ্ব দেখা মায়াময়॥
ইন্দ্ৰিয়ৰ বৃমাণে ঈশ্বৰতে দিলা।
এহি মতে ৰাজা পাছে বয়সক নিলা॥
কৃষ্ণ পাদ পদ্ম মাত্ৰ স্মৰিলন্ত মনে।
ঈশ্বৰৰ গুণ নাম বৰ্ণাইল বচনে॥

দৃষ্ট দুই ঈশ্বৰৰ গৃহক মাৰ্জ্জিলা।
কৰ্ণে সদা শুনিলন্ত ঈশ্বৰৰ লীলা॥
মুকুন্দৰ থান দেখি আছিলা নয়নে।
সদায়ে চাহন্ত ৰাজা আনন্দিত মনে॥
বৈষ্ণৱক আলিঙ্গিলা সদা মহাশয়।
তাসম্বাৰ পৰা সবে মোক্ষ দেহা হয়॥
কৃষ্ণ পদে পদ্ম লগ্ন যিতো তুলসীৰ।
তাহাৰ গন্ধক মাত্ৰ লৈলা মহাবীৰ॥
নিবেদিলা ঈশ্বৰত অন্ন আদি যত।
তাবাকেসে ভুঞ্জিলন্ত ৰাজা মহাশান্ত॥
ঈশ্বৰৰ ক্ষেমা পদে কৰিলা গমন।
শিৰে কৃষ্ণ পদে সদা কৰিলা বন্দন॥
চন্দনাদি ভগ্য ৰাজা কৰিলা সদাই।
ঈশ্বৰৰ সেৱা হবৈ যিমত উপাই॥
কামনা পূৰ্ব্বকে তাকো ভোগ্য নকৰিলা।
নিঃশেষে দ্ৰব্যকে ঈশ্বৰত সমৰ্পিলা॥
যেন মতে বৈষ্ণৱ সহিতে প্ৰীতি আতি।
নানা ভাৱে কৃষ্ণ পাৱে কৰিলা ভকতি॥
সকলে কৰ্ম্মক ঈশ্বৰত সমৰ্পিলা।
এহিমতে মহাৰাজা পৃথিবী পালিলা॥
অশ্বমেধ যজ্ঞে ঈশ্বৰক যজিলন্ত।
নিঃশেষে ভণ্ডাৰে ৰাজা দক্ষিণা দিলন্ত॥
বশিষ্ঠ গৌতম আঙ্গিৰাদি ঋষি চয়।
দক্ষিণাক পায়া ভৈল আনন্দ হৃদয়॥
প্ৰতিলোম ৰূপে যৈত সৰস্বতী বন্ত।
তহিতে ৰাজাৰ আবে যজ্ঞ কৰিলন্ত॥
তাহানে ৰাজ্যত যত আছে প্ৰজাগণ।
দেৱতো অধিক দেখি পুৰুষত মন॥
নানা বিধ অলঙ্কাৰ কৰে জ্যোতিস্কাৰ।
এৰৈকেক দেখি যেন দেৱৰ কুমাৰ॥

যাহাৰ থানৰ প্ৰজা স্বৰ্গকো নোখোজে।
মুকুন্দৰ পাদ পদ্মে সদা মাত্ৰ ভজে॥
হৰি কথা ৰসে তাৰা সবাঁৰো জীৱন।
ঈশ্বৰৰ মূৰ্ত্তি সবে পান্ত দৰিশন॥
এতেকেসে স্বৰ্গ পদ নোখোজে সদাই।
মোক্ষ পদ আদি কৰি তাকো বাঞ্ছা নাই॥
সিদ্ধৰ দুৰ্লভ ভাৱ পাইলে সেবে লোকে।
নাইক্ষুধা তৃষা নপাইবেক ভয় শোকে॥
ৰাজাৰ ৰাজ্যৰ প্ৰজা সব সেহিমত।
তাসম্বাৰ মহিমাক কৈবোঁ মই কত॥
প্ৰজা সকলৰ কথা এহি মানে থওঁ।
অম্বৰীষে যি কৰিলা তাৰ কথা কওঁ॥
এহিমতে ৰাজা পাছে ভকতি কৰিলা।
স্বধৰ্ম্মে হৰিক ভজি প্ৰীতি আতি ভৈলা॥
কিছো কিছো কৰি বিষয়ক এৰিলন্ত।
কৃষ্ণ চৰণত মতি সদায়ে দিলন্ত॥
গৃহ পুত্ৰ দ্বাৰা বন্ধু সুহৃদ যতেক।
গজ বাজী ৰথ সেনা আছয় অনেক॥
অনেক অমূল্য ৰত্ন আছে অসংখ্যাত॥
অনন্ত ভণ্ডাৰ চয় আছয় ৰাজ্যত॥
চন্দ্ৰতাপ সিংহাসন আদি অসংখ্যাত।
তথাপিতো মতি তাত নাহিকে সাক্ষাত॥
এতেকত চিত্ত তান ভৈল বিষ্ঠা প্ৰায়।
কৃষ্ণৰ চৰণ মাত্ৰ চিন্তন্ত সদায়॥
বুলিবাহি সাতো দ্বীপা পৃথিবীৰ ৰাজা।
কেন মতে তান্ত সবে পালিবেক প্ৰজা॥
ৰাত্ৰি দিনে তান মাত্ৰ ঈশ্বৰত মন।
জানিলো শত্ৰুৱে পীড়িলেক প্ৰজাগণ॥
ৰাজাৰ ভক্তিত তুষ্ট ভৈল ভগৱন্ত।
আপুনাৰ চক্ৰ পাছে তাহাক দিলন্ত॥

সাতো দ্বীপা পৃথিবীক চক্রেসে পালিল।
যত শত্রু আছে মানে সবে সংহৰিল ॥
ৰক্ষা কৰ্ত্তা ভৈল চক্র সকলে প্রজাৰ।
তাহান ৰাজ্যত নাহি শত্রুৰ সঞ্চাৰ ॥
বিষয়ত বৈৰাগ্যক তাহাঙ্ক দেখাইলোঁ।
ঈশ্বৰতো মহাভক্ত তাক মই কৈলোঁ ॥
শুক নিগদতি ৰাজা শুনিয়োক এবে।
এহি মতে ভকতিক কৰা ৰাজা যেবে ॥
মহিষী সহিতে ৰাজা ব্রত আৰম্ভিলা।
দ্বাদশী ব্রতক এক বৎসৰ কৰিলা ॥
কৃষ্ণ পাদ পদ্ম মাত্র চিন্তন্ত সদাই।
ইন্দ্রিয় বৃত্তি মাত্রে বিষয়ত নাই ॥
কাৰ্ত্তিক মাসত ব্রত সাঙ্গ কৰিলন্ত।
তিনি দিন মানে উপবাসে আছিলন্ত ॥
কালিন্দী জলত ৰাজা স্নান কৰিলন্ত।
মধুবনে ঈশ্বৰক নৃপে অৰ্চ্চিলন্ত ॥
তেহো মহাসন্ত ৰাজা প্রজাক পালন্ত।
পৰম মহন্ত ৰাজা ভকতি কৰন্ত ॥
এহিমতে যেবে ঈশ্বৰক পূজিলন্ত।
ব্রাহ্মণ সবৰ পাৱে পাছে নমিলন্ত ॥
নমস্কাৰ কৰিয়া বিপ্রক দান দিল।
সুবৰ্ণে শৃঙ্গক খুড়া ৰজতে বান্ধিল ॥
এহিৰূপ কৰি ষাঠি কোটি ধেনু দিলা।
ব্রাহ্মণ সবৰ পাৱে পাছে নমিলন্ত ॥
নমস্কাৰ কৰিয়া বিপ্রক দান দিল।
বিপ্র সকলক ৰাজা ভোজন কৰাইল ॥
বস্ত্র অলঙ্কাৰে মন সবাৰো তোষাইল।
তুষ্ট হুয়া বিপ্রগণে বুলিলা বচন।
পাৰণাক লাগি ৰাজা কৰিলা যতন ॥

ব্ৰাহ্মণ সবৰ আজ্ঞা ৰাজায়ে পাইলন্ত।
ভোজন কৰিবে লাগি নৃপে যে চাহন্ত॥
সেহি সময়ত আসি দূৰ্ব্বাশা মিলিলা।
তাঙ্ক দেখি অম্বৰীষে আনন্দে উঠিলা॥
বসিবাক লাগি ৰাজা আসন দিলন্ত।
অনন্দিত হুয়া ঋষি তাতে বসিলন্ত॥
সঅৰ্ঘে ঋষিক ৰাজা পূজা কৰিলন্ত।
দণ্ডৱতে চৰণত পৰি নামিলন্ত॥
চৰণত ধৰো ঋষি আনন্দে উঠিয়ো।
আমাৰ থানত আজি ভোজন কৰিয়ো॥
দুৰ্ব্বাসা বোলন্ত ৰাজা শুনা মহাশয়।
আৱশ্যক কৰ্ম্ম মোৰ কৰিতে লাগয়॥
মধ্যাহ্ন কালৰ কৰ্ম্ম এখনে কৰিবোঁ।
থাকিয়োক মহাৰাজা পাচত আসিবোঁ॥
এহি বুলি ঋষি কালিন্দীৰ তীৰে গৈয়া।
ব্ৰহ্মক কৰিল ধ্যান তাতে বুৰ দিয়া॥
দুৰ্ব্বাসাৰ কথা মই এহি মানে থওঁ।
নাভাগাৰ তনয়ৰ কথা আবে কওঁ॥
ঋষিক পঠায়া যেবে আছা মহাশয়।
অৰ্দ্ধ দণ্ড মানে মাত্ৰ দ্বাদশী আছয়॥
হেন দেখি ৰাজা পাছে ভৈলন্ত বিমন।
ব্ৰাহ্মণক বুলি আছা কৰিবো ভোজন॥
ব্ৰাহ্মণক তেজি যদি কৰিলো ভোজন।
অধৰ্ম্ম সিজিবোঁ তেৱেঁ৷ হৈব ক্ৰোদ্ধ মন॥
ভোজন নকৰো যদি হৰৈ ব্ৰত নষ্ট।
এহি চিন্তি ৰাজাৰ মনত মহা কষ্ট॥
উভয় শঙ্কট দেখি নৃপতি বিমন।
ঋষি সকলক চাই বুলিলা বচন॥
ব্ৰাহ্মণক অতিক্ৰম যেন মতে নয়।
দ্বাদশীৰো ব্ৰত সাঙ্গ যেন মতে হয়॥

অধৰ্ম্মে নপাৰে আৰে যেন মতে মোক।
এহি কথা মোত ঋষি সবে কহিয়োক ॥
অন্যো অন্যে ঋষি সবে বুলিলা ৰাজাক।
শুনিয়োক ৰাজ ঋষি আমাৰ কথাক ॥
কেৱল জলক তুমি কৰিবোঁ পাৰণা।
ভোজন নুহিকে আপুনিয়ো মনে গুণা ॥
ব্ৰত সাঙ্গ হুই জানা জলক ভুঞ্জিলে।
আৰো একাক্ষণে আসি ত্ৰয়োদশী মিলে ॥
ঋষি সকলৰ বাক্য ৰাজা শুনিলন্ত।
মহাশুদ্ধ হুয়া পাছে জল ভুঞ্জিলন্ত ॥
অচ্যুতৰ চৰণক সততে চিন্তন্ত।
ঈশ্বৰৰ মূৰ্ত্তি ৰাজা মনত নেৰন্ত ॥
ব্ৰাহ্মণক বাট চাই মহাৰাজা ৰৈলা।
শুনিয়োক কুৰু শ্ৰেষ্ঠ যেন কথা ভৈলা ॥
দুৰ্ব্বাসাৰ সাঙ্গ ভৈলা নিত্য কৃত্যচয়।
কালিন্দী জলৰ উঠিলন্ত মহাশয় ॥
যমুনা কূলৰ পৰা ঋষি আসিলন্ত।
অম্বৰীষ মহানৃপে তাঙ্ক দেখিলন্ত ॥
নমস্কাৰ কৰিলন্ত তাঙ্ক জানু শিৰে।
কৃতাঞ্জলি হুয়া নম্ৰে ৰৈলা মহাবীৰে ॥
শুনা সভাসদ সব যুগুতি বচন।
কৃষ্ণৰ নামক মাত্ৰ কৰিয়ো যতন ॥
সাধু সঙ্গ লৈয়া শুনিয়োক হৰি কথা।
ইহেন মনুষ্য জন্ম নকৰিয়ো বৃথা ॥
পুত্ৰ দ্বাৰা ধন জন আত নকৰা আশ।
যমদূতে বান্ধি নিবে তাক নাই ত্ৰাস ॥
বিষ্ঠাৰ গৰ্ত্তত পেলাইবেক উলটাই।
বিন্ধিবেক জিহ্বাক তপত শালা বাই ॥
যিতো মুখে নুবুলিলে ৰাম কৃষ্ণ হৰি।
চৰৰতে দান্ত সৰাইবেক দূতে ধৰি ॥

নানা পাপ আচৰিল ঐত মহাৰঙ্গে।
যমদূতে কোবাইব লোহাৰ ডাঙ্গে খঙ্গে॥
নমো নমো হে কৃষ্ণ মই দুৰাশয়।
কিঞ্চিতেক কৃপা মোকে কৰা কৃপাময়॥
শৰণ পশিলোঁ কৃষ্ণ কৰা মোক দায়া।
মই মহা পাতকীৰ দূৰ কৰা মায়া॥
তযু ৰূপ হৃদয়ে মুখত তযু নাম।
তেবেসে নিস্তাৰা ডাকি বোলা ৰাম ৰাম॥

---

## ঝিমুড়ী

ঋষি পাছে দেখিলন্ত। নৃপতিয়ে ভুঞ্জিলন্ত॥
চিত্তত নাহিকে শান্ত। মহাক্রোধ কৰি চান্ত॥
তেলিয়াৰ যেন দান্ত। ঋষি চোবাৱন্ত দান্ত॥
ঘনে ঘনে ফোকাৰন্ত। ক্রোধে হাসি তুলিলন্ত॥
ভ্রূকুটি কুটিল মুখ। মনত মিলিল দুঃখ॥
তাহান দেখিয়া মুখ। কাৰো মনে নাহি সুখ॥
কাম্পয় সকলে গাৱ। যেন লাগি মহাবাৱ॥
তাহান দেখিয়া ভাৱ। নাহিকে কাহাযো ৰাৱ॥
ক্ষুধায়ে পীড়িত হুয়া। বুলিলা সভাক চায়া॥
মোৰ বাক্যে মন দিয়া। নিদাৰুণ আৰ হিয়া॥
মোক নিমন্ত্রণ দিয়া। আগে অছে ইতো খায়া॥
সবে ধৰ্ম্ম এড়িলেক। অধৰ্ম্মক কৰিলেক॥
আপুনাক বড় দেখে। অল্প কৰি মোক লেখে॥
গৰ্ব্বে আখি নেদেখয়। কেন মতে হৃদি সয়॥
ভকত বোলাই ইতো। ব্রাহ্মণক হেলে যিতো॥
বৈষ্ণৱৰ মুহি মত। ইতো কৰৈ যত যত॥
অতিথিক এড়ি খাই। শুনি আছা কোন ঠাই॥
ধন জন আতি পাই। মহা গৰ্ব্ব বাঢ়ি যাই॥
জানো যেবে ইতো খাইবে। মোক বোলৈ কিয় তেবে॥

আৰো ফল দিব আবে। মোৰ হাতে কৈক যাইবে ॥
জাজ্বল্য অগনি প্ৰাই। চাহিবাক শক্য নাই ॥
ক্ৰোধ আতি বাঢ়ি যাই। অগনিৰ সখ্য প্ৰাই ॥
খঙ্গে চক্ষু ফুৰাৱন্ত। সবে লোক পলাৱন্ত ॥
ভোজনৰ আশা ভঙ্গে। ৰাজাক মাতিলা খঙ্গে ॥
শুন অৰে অম্বৰীষ। তোৰ কৰ্ম্ম দুৰ্গৰিষ ॥
মোৰ শাপ পৰ চণ্ড। পাৰ তই আক খণ্ড ॥
ঋষি ক্ৰোধে উঠিলন্ত। জটা এক ছিন্দিলন্ত ॥
দশোদিশে প্ৰকাশিয়া। প্ৰজ্বলিত অগ্নি হুয়া ॥
প্ৰলয়ৰ অগ্নি সম। যেন কালানল যম ॥
দেহা জ্বলে নিৰুপম। তাহাক নাহিকৈ সম ॥
হাতে তীক্ষ্ণ খাণ্ডা ধৰি। চলি যাই শীঘ্ৰ কৰি ॥
কাম্পে ভূমি ভৰি ভৰে। চাই আছে লোকে ডৰে ॥
দেখিলন্ত অম্বৰীষে। কৃত্যানলে দহি আসে ॥
তৈৰ পৰা নুহিলন্ত। কৃষ্ণ ৰূপ চিন্তিলন্ত ॥
দেখিলেক সৰ্ব্বলোকে। পাইল মহাভয় শোকে ॥
মহাৰাজা নষ্ট হন্ত। শোকে লোক কান্দিলন্ত ॥
শুনা সভাসদগণ। কথাত দিয়োক মন ॥
ভক্তি কৰৈ যিতো নৰ। কাহাকে নকৰৈ ডৰ ॥
সাখী ভৈলা অম্বৰীষে। শুনা কথা সহৰিষে ॥
দুৰ্ব্বাসায়ে শাপ দিলা ভীতি কিছু নুপুজিলা ॥
কৃষ্ণতেসে তান মন। কি কৰিবে বিঘ্নিগণ ॥
জানি হৰি ভজিয়োক। সংসাৰক তৰিয়োক ॥
মোক ক্ৰোধ নকৰিবা। শাস্ত্ৰতো আকেসে পাইবা ॥
কহয় কেশৱ দাস। কৃষ্ণতেসে তান আশ ॥
ছাৰি ভাস ভূষ কাম। গলত বান্ধিয়ো নাম ॥
সমজ্যাৰ যত জনে। ৰাম বোলা ঘনে ঘনে ॥

শুক নিগদতি ৰাজা শুনা আবে পাছে।
কৃত্যানলে খেদি আসে অম্বৰীষ কাছে ॥

ভকতৰ ৰক্ষাৰ নিমিত্তে ভগৱন্ত।
আপুনাৰ চক্ৰক ঈশ্বৰে দিয়াছন্ত ॥
দেখিলন্ত চক্ৰে অম্বৰীষক দহয়;
আথেবেথে আসনৰ উঠি মহাশয় ॥
মহাক্ৰোধে গৈয়া কৃত্যানলক পাইলন্ত।
যেন মহা অগ্নি সৰ্প গোট দহিলন্ত ॥
ভস্ম কৰি কৃত্যানলে চক্ৰ মহাশয়।
এক কোটি সূৰ্য্য সম শৰীৰ জ্বলয় ॥
প্ৰলয় কালৰ যেন দ্বাদশ আদিত্য।
প্ৰজা সংহৰিবে লাগি হৱয় বিদিত ॥
তেন ৰূপ হুয়া চক্ৰ কৰিলা প্ৰকাশ।
যাহাৰ প্ৰকাশে প্ৰকাশয় দিশ পাশ ॥
তাহান তেজক কোনে পাৰয় সহিতে।
চক্ষুক মুদিয়া সবে পৰিল ভূমিতে ॥
দুৰ্ব্বাসায়ে দেখিলন্ত কৃত্য নষ্ট ভৈলা।
মহাভয়ে ঋষি পাছে পলাইবাক লৈলা ॥
প্ৰাণ ৰাখিবাৰ কাৰ্য্যে ঋষি পলাই যান্ত।
মাধৱৰ চক্ৰে পাছে তাঙ্ক দেখিৱন্ত ॥
তাহান পাচত চক্ৰবেগে খেদি গৈলা।
হেন দেখি ঋষিৰাজ মহাভয় ভৈলা ॥
যেন মহা অগনিয়ে সৰ্পক খেদয়।
সেহিমতে পলাই যান্ত ঋষি মহাশয় ॥
যৈকে যান্ত দুৰ্ব্বাসায়ে চক্ৰো তৈকে যান্ত।
পলাইবাক আন একো উপায় নপান্ত ॥
চক্ৰে তাপ দেন্ত বেগে শীঘ্ৰে চলি যান্ত।
দুখে ফোফাৱন্ত আতি তবধ ভৈলন্ত ॥
শুখাইলেক অন্তে পেট পীড়িত ভৈলন্ত।
চক্ৰে লাগ নেড়ন্ত পাছত খেদি যান্ত ॥
শুখাই আতি অন্তে ঋষি পথত পৰন্ত।
বস্ত্ৰ সোলকান্ত জটা মাটিত লোটন্ত ॥

পৰ্ব্বতক যান্ত ঋষি গহ্বৰে পশন্ত।
চক্রে তাত দেন্ত গাৰে তৈত নেড়াৰন্ত ॥
দশোদিশে পলাইলন্ত চক্রক ভয়ত।
নাই মনে শান্তি চক্রে তাপক দিলন্ত ॥
সাগৰতো পশিলন্ত চক্রো পাছে যান্ত।
সাগৰৰো উঠিলন্ত স্বৰ্গক গৈলন্ত ॥
যৈকে যাই চক্রে তৈকে পাছকো নেড়ন্ত।
চেঞ্চা পোড়া ভৈলা গাৰে দুঃখ লভিলন্ত ॥
মনে গুণি ঋষি পাছে সত্য লোকে গৈলা।
ব্ৰহ্মাৰ পাৱত শীঘ্ৰে শৰণক লৈলা ॥
পিতামহ মোক আবে কৰিয়ো ৰক্ষণ।
মাধৱৰ চক্রে মোক কৰন্ত দহন ॥
হেন শুনি ব্ৰহ্মা পাছে বুলিলা বচন।
মোহোৰ বাক্যত ঋষি কৰিয়োক মন ॥
দেখা ইতো থান মোৰ বুলি সত্যলোক।
যাত প্ৰবেশিলে একো নাই ভয় শোক ॥
শতেক বৎসৰ পৰমায়ু জানা মোৰ।
যিতো কাল অৰ্ত্তি প্ৰভু পৰম দুৰ্ঘোৰ ॥
তান কটাক্ষতে একে তিলে নষ্ট হৱে।
তাহান মহিমা কহি কোনে অন্ত পাৱে ॥
ভৃগু আদি কৰি ঋষিগণ দেখি মানে।
যাহাৰ আজ্ঞাক শিৰে বহে সাৱধানে ॥
তান ভকতৰ দ্ৰোহ আচৰিলা ঋষি।
পাইবা দুখ মনে তুমি চায়া বিমৰিষি ॥
তোমাক ৰাখিবে ঋষি নোৱাৰো নিশ্চয়।
হেন শুনি মনে মহা ভৈলন্ত বিস্ময় ॥
কেশৱৰ চক্রে তাপ দেন্ত তাঙ্ক আছে।
কৈলাসক দুৰ্ব্বাসা গৈলন্ত শীঘ্ৰে পাছে ॥
মহেশৰ আগত পৰিয়া দণ্ডৱতে।
কাকুতি কৰিয়া বিনাৱন্ত অৱনতে ॥

পশিলো শৰণে মোক কৰা পৰিত্ৰাণ।
তোমাত বিনাই আৰ নেদেখোঁহো আন ॥
গোবিন্দৰ চক্ৰে মোক ক্ৰোধ কৰিলন্ত।
মোৰ জীৱ ৰাখা আবে কৰি আঙ্ক শান্ত॥
এহি মতে ঋষিৰাজে যেবে বুলিলন্ত।
দুৰ্ব্বাসাক সম্মুধিয়া হৰে মাতিলন্ত॥
শুনিয়োক ঋষি তুমি মই কথা কহোঁ।
ব্ৰহ্মা আদি কৰি সবে যাৰ আজ্ঞা বহোঁ॥
যাৰ লোম গৰ্ত্তত ব্ৰহ্মাণ্ড আসে যাই।
অনন্তো নপান্ত অন্ত মহিমা বৰ্ণাই॥
বুলিবাহা তুমি কিয় অধীন ভৈলাহা।
ইহাৰ উত্তৰ দেওঁ ঋষি শুনিবাহা॥
সনত কুমাৰে নাৰদাদি ঋষি চয়।
যাহাৰ মায়াক সবে নাজানো নিশ্চয়॥
হেন ঈশ্বৰৰ চক্ৰ পৰম দুৰ্জ্জয়।
তাহান তেজক কোনে বাধিবে পাৰয়॥
হেন জানি ঈৰত পশিয়ো শৰণ।
এহি উপায়ে সে ৰহে তোমাৰ জীৱন॥
তেবেসে কুশল হৱে কহিলোঁ নিশ্চয়।
এহি বুলি মৌন ভৈলা হৰ কৃপাময়॥
তৈৰ পৰা ঋষি হাসি শীঘ্ৰ চলিলন্ত।
চক্ৰে তান পাছে পাছে বেগে খেদিলন্ত॥
ঋষি পাছে পাইলা আতি থান নিৰুপম।
যাহাত নাহিকে মহা কালৰ বিক্ৰম॥
বৈকুণ্ঠ বুলিয়া যাক পৰম সুন্দৰ।
যাত যত আছে প্ৰাণী ৰূপ মনোহৰ॥
লক্ষ্মী সমে আছা সেহি থানে ভগৱন্ত।
যাহাৰ মহিমা সদা অনন্তে গাৱন্ত॥
হেন ঈশ্বৰক ঋষি পাছে দেখিলন্ত।
তথাপিতো চক্ৰে তান ওচৰ নেড়ন্ত॥

চক্ৰৰ তাপত মহাত্ৰাস আতি হুয়া।
ঈশ্বৰৰ আগে ঋষি পড়িলন্ত গৈয়া॥
দণ্ডৱতে চৰণত দিয়া নিয়া শিৰ।
মহাভয়ে কাম্পে তান সকলে শীৰ॥
অচ্যুত অনন্ত প্ৰভু পশিলোঁ শৰণে।
কৰিয়োক ৰক্ষা মোক দুৰন্ত মৰণে॥
জগতক স্ৰজা পালা তুমি নাৰায়ণ।
তোমাৰ চৰণে হেৰা পশিলোঁ শৰণ॥
তযু ভকতৰ দ্ৰোহ আচৰিলোঁ বাপ।
মহিমাক নজানিয়া দিলো মই তাপ॥
মোত পৰে মহাদুষ্ট নাহি প্ৰভু আৰ।
যিখানি কৰিলো তাৰ ভৈল প্ৰতিকাৰ॥
পতিত পাবন প্ৰভু কৰিয়ো উদ্ধাৰ।
মহা পাতকীয়ো তৰৈ নাম লৈলে যাৰ॥
বুলিবাহা তুমি ভকতৰ দ্ৰোহী আতি।
তোমাৰ পাপৰ মই নেদেখো নিষ্কৃতি॥
তাহাৰ উত্তৰ আবে শুনা জগবন্ধু।
তোমাৰ সমান নাই নাই কৃপাসিন্ধু॥
তযু নামে তাৰৈ মহা মহা পাতকীক।
তুমি মোক তাৰিবাহা কৈবোঁ মই কিক॥
কাল ভয় আসি যিতো শৰণ সময়ে।
সিতো কালে তাক চক্ষু মেলিয়ো নচাৰে॥
হেনয় অভয় পদে পশিলোঁ শৰণে।
ৰাখা ৰাখা প্ৰভু মোক অভয় চৰণে॥
তযু চক্ৰে তাপ প্ৰভু দিলন্ত আমাক।
নেদন্তোক আবে তাপ দিয়া তাঙ্ক হাক॥
এহি মতে ঋষি যেবে জপিল বিস্তৰ।
সংক্ষেপ পদত কিবা কৈবোঁ বহুতৰ॥
তাহান বচন শুনি প্ৰভু ভগৱন্ত।
ঋষিক সম্মুখি কৃষ্ণে বাক্য বুলিলন্ত॥

শুনিয়োক দ্বিজ ! মই নুহোঁ স্বতন্তৰ।
কেৱলে অধীন যেন ভৈলোঁ বৈষ্ণৱৰ ॥
ভকত জনৰ প্ৰিয় মই আতিশয়।
ভকতেও মোত পৰে নজানে নিশ্চয় ॥
মই ভকতত পৰে আন নজানোহো।
তোমাৰ আগত ঋষি দৃঢ় কৰি কহোঁ ॥
বৈষ্ণৱ সবক মাত্ৰ কৰো মই ধ্যান।
মোক তেজি তাৰা আৰ নজানয় আন ॥
দেখা ইতো কেনে মোৰ শ্ৰেষ্ঠ কলেৱৰ।
ভকতৰ দেখোঁ আত কৰি প্ৰিয়তৰ ॥
আতো বাঞ্ছা নাই মোৰ ভকতক এৰি।
মহা স্নেহে বন্দী কৰি আছে প্ৰেম জৰী ॥
দেখা মোৰ লক্ষ্মী এহো মহা প্ৰিয়তম।
বক্ষস্থলে স্থান তাঙ্ক দিলোহো পৰম ॥
তাহাতো অধিক মোৰ স্নেহ ভকতত।
তোমাৰ আগত ঋষি কৈলো স্বাৰস্বত ॥
মই সে পৰম গতি জানা তাসম্বাৰ।
মোত পৰে কিঞ্চিতেকো নেদেখয় সাৰ ॥
গৃহ পুত্ৰ দ্বাৰা ধন জন প্ৰাণ চিত্ত।
মোত প্ৰীতি অৰ্থে সবে তেজিলা সমস্ত ॥
ইহ পৰ লোকৰ সুখত এড়ি আশ।
কেৱলে মোতে সে মাত্ৰ কৰিলে বিশ্বাস ॥
কায় ৰাক্য মনে লৈলা মোতেসে শৰণ।
কেন মতে তেজিবাক মোৰ হৈবে মন ॥
মোতে সে হৃদয় সবে বন্ধ কৰিলন্ত।
শত্ৰু মিত্ৰ উদাসীন একো নেদেখন্ত ॥
সদা ভক্তি ভাৱে মোক বশ্য কৰিলন্ত।
তাসম্বাৰ গুণ কহি নপাওঁ মই অন্ত ॥
যেন মহা শাস্তী সবে স্বামীক সেৱয়।
সেহি মতে মোক সেবা কৰে ভক্ত চয় ॥

নিষ্কামে কৰন্ত ভক্তি মোত ভক্তচয় ।
দ্ৰব্যক আশায়ে নাৰী স্বামীক সেৱয় ॥
পৰিপূৰ্ণ হুয়া তাসম্বাৰ মন আতি ।
ৰাত্ৰি দিনে মোৰ পাৱে কৰন্ত ভকতি ॥
স্বৰ্গ ব্ৰহ্মপদ তাকো কটাক্ষ নকৰে ।
মোৰ প্ৰিয় নাহি আৰ তাসম্বাৰ পৰে ॥
মোহৰ হৃদয় সাধু জানা সাৰে সাৰ ।
সাধুৰ হৃদয় মোৰ পৰে নাহি আৰ ॥
মোত পৰে তাসম্বাৰ আন চিন্তা নাই ।
মই তাসম্বাক চিন্তো জানিবা সদাই ॥
বিস্তৰ কহিবোঁ কিবা তোমাৰ আগত ।
ইন্দ্ৰিয়ৰ বৃত্তি মোৰ খাটে ভকতত ॥
চিত্ত প্ৰাণ মন বৃত্তি তাসম্বাত দিলোঁ ।
পৰম গোপনী কথা তোমাত কহিলোঁ ॥
এতেকে তোমাৰ ভক্ত মহা বিলক্ষণ ।
কেন হৈব মোৰ তাঙ্ক এড়িবাক মন ॥
মোৰ মহাশানোক্যাদি পদ চতুষ্টয় ।
সেৱা ৰস পায়া ভক্তে তাকো নলৱয় ॥
বুলিবা চক্ৰক তুমি কৰা নিবাৰণ ।
তাহান ভয়ত হন্তে কৰিয়ো ৰক্ষণ ॥
আকো নপাৰোহো আবে শুনা মহাশয় ।
মই আঙ্ক দিয়া আছোঁ ৰাজাক নিশ্চয় ॥
অনাদোষে আপুনিয়ো দ্ৰোহ আচৰিলা ।
তাক দেখি চক্ৰে মহা ক্ৰোধক কৰিলা ॥
মই আবো বোলোঁ ঋষি শুনিয়ো বচন ।
নাভাগৰ তনয়ত পশিয়ো শৰণ ॥
শুনিয়োক ঋষি মই কহিবো তোমাত ।
মোহৰ বাক্যত চিত্ত দিয়োক সাক্ষাত ॥
বৈষ্ণৱক যিতো জনে কৰয় প্ৰহাৰ ।
আপুনাক আপুনিয়ে চিন্তিলেক মাৰ ॥

মহন্ত সবৰ তপ গুণ বিদ্যা চয়।
মোক্ষকো সাধিব ইতো জানিবা নিশ্চয় ॥
দুৰ্জ্জন জনৰ হৱৈ ক্ৰোধৰ কাৰণ।
তাত হন্তে মহা দুখ হুৱে উতপন ॥
শুনিয়োক ব্ৰহ্ম ঋষি মোহৰ বচন।
অম্বৰীষ থানে তুমি কৰিয়ো গমন ॥
তাঙ্ক তুতি কৰিবাহা ঋষি মহাশয়।
তেবেসে তোমাৰ ইটো শৰীৰ ৰহয় ॥
তেহো মহাভাগৱত কৰিবো ৰক্ষণ।
তযু দুখ দেখি তান হৈবে দুখ মন ॥
এহি কথা কহি ভগৱন্ত মৌন ভৈলা।
অম্বৰীষ থানে ঋষি শীঘ্ৰে চলি গৈলা ॥
তাঙ্ক তাপ দিয়া যান্ত চক্ৰ মহাশয়।
ভকৰ ভকৰ কৰি শৰীৰে লাগয় ॥
বনাগ্নিয়ে দহয় সৰল বৃক্ষ চয়।
চিনিতে নপাৰি ঋষি ভৈলা সেহিনয় ॥
হৰিক চিন্তিয়া মহাৰাজা আছে বসি।
কতো দূৰ হন্তে ঋষি দেখিলা হৰিষি ॥
ৰাজাৰ চৰণে ঋষি পৰিলন্ত গৈয়া।
চক্ৰৰ তাপত হন্তে মহা দুখ পায়া ॥
ৰাখিয়োক মোক আবে অম্বৰীষ বাপ।
চক্ৰক বোলন্ত তেহো এড়িয়োক তাপ ॥
তোমাক মাৰিবে মই কৃত্যাক স্ৰজিলোঁ।
অহঙ্কাৰ কৰি মই যতেক বুলিলোঁ ॥
তাৰ প্ৰতিফল মোৰ সকলে মিলিল।
আনো নানা বিধ বাণী কাকুতি কৰিল ॥
ঋষিৰ সুহৃদ ভাব দেখি মহাশয়।
পৰম ধাৰ্ম্মিক জানা নাভাগা তনয় ॥
চৰণৰ পৰা হাত গুচাইলা ঋষিৰ।
সাবটিয়া তুলি ধৰিলন্ত মহাধীৰ ॥

উঠা উঠা মহাঋষি পৰিহৰা ভয়।
তোমাৰ দুখক দেখি নসহে হৃদয়।
দুৰ্ব্বাসাক পাৰ কৰি ৰাজা আগ হুয়া।
চক্ৰক সমুখে ৰৈলা স্তুতি আৰম্ভিয়া॥
শুনা সভাসদ পদ মহন্তৰ মন।
দুৰ্ব্বাসায়ে বধিবাক কৰিলা যতন॥
তথাপিতো দায়ায়ে ৰাখিলা তান প্ৰাণ।
বিষ্ণু ভকতৰ সম পাইবা কোন থান॥
আৰ এক কথা কহো তাত মন দিবা।
বৈষ্ণৱৰ দ্ৰোহ কেহো জনে নাচৰিবা॥
দুৰ্ব্বাসা পাইলন্ত দেখা কেনে মহাদুখ।
বৎসৰেক মানে তান নাছিলেক সুখ॥
ব্ৰহ্মা বিষ্ণু মহেশেয়ো যাক নাৰাখিলা।
দশোদিশ গুহা গিৰি পৰ্ব্বতে পশিলা॥
অম্বৰীষ ৰাজ ঋষি কৰিলন্ত ত্ৰাণ।
আন দ্ৰোহ আচৰি সাৰিব কোন থান॥
এতেকতে বৈষ্ণৱক কৰিব সৎকাৰ।
ভাগৱত শাস্ত্ৰে আক কহে বাৰম্বাৰ॥
হে প্ৰভো! নমো তযু চৰণ যুগলে।
বৈষ্ণৱ সবক নমো মহা কৌতুহলে॥
মই মহা অপৰাধী জানা নাৰায়ণ।
তোমাৰ চৰণে হেৰা পশিলোঁ শৰণ॥
সিতো অপৰাধ আবে ক্ষমিয়োক বাপ।
হেনবা এৰাও ঘোৰ সংসাৰৰ তাপ॥
দাস কৰি লৈয়ো প্ৰভু কৰিলোঁ গোচৰ।
সুমৰন্তে কাম্পে হৃদি ঘোৰ যম ঘৰ॥
নাম বিনে নাই জানা সংসাৰ তাৰণ।
নামত সবেও শীঘ্ৰে পশিয়ো শৰণ॥
তযু ৰূপ হৃদয়ে মুখত তযু নাম।
এই দুই বাঞ্ছা মোৰ নাই আন কাম॥
কহয় কেশৱ দাস আতি শিশু মতি।
বোলা ৰাম ৰাম সবে হৌক সদগতি॥

---

# অনন্ত আচাৰ্য্য।

## আত্ম পৰিচয়।

সৌমাৰ পীঠৰ সম পীঠ নাহি আন।
সভতে থাকন্ত যাত ভৱাণী ঈশান॥
সেহি পীঠ মধ্যে আছে পুৰী নানা খান।
কেহো নোহে ৰঙ্গপুৰ নগৰী সমান।
যিতো ৰঙ্গপুৰত সাক্ষাতে ভগৱতী।
দুৰ্গা ৰূপে আছা ৰাখি ৰাজাক সম্প্ৰতি॥
দুৰ্গাৰ লগত থাকি সেহি দেৱগণ।
শিৱ লম্বোদৰ সূৰ্য্য লক্ষ্মীৰো ৰমণ॥
এহি দেৱ সকলে স্বকীয় অস্ত্ৰধৰি।
দুই নৃপতিক ৰক্ষা কৰে যত্নকৰি॥
বশিষ্ঠ জাহ্নবী যিতো পুৰীৰ উত্তৰে।
জল দুৰ্গ ৰূপে বহি থাকে নিৰন্তৰে॥
পশ্চিমতো নামডাঙ্ক জলৰ গহন।
সৰ্ব্ব কালে বহে যাৰ নাহি বিৰামন॥
ডিম্বাবতী দক্ষিণতো বৰৈ পূৰ্ব্বভাগে।
এহি জল গড় বিধি স্ৰজি আছা আগে॥
আৰু চাৰি গোটা দুৰ্গ আছে মৃত্তিকাৰ।
মৈনাক পৰ্ব্ব উঠে সমান যাহাৰ॥
তাহাৰ উপৰে কাষ্ঠ গড় আছে বান্ধি।
যাৰ কথা শুনি শত্ৰু মৰে কান্দি কান্দি॥
তাহাৰ ভিতৰে আছে ক্ৰমে গড়চয়।
কতো ইষ্টাকাৰ কতো কতো শিলাময়॥
তাহাৰ ভিতৰে পকি ঘৰ আছে যত।
কোন জনে লিখিয়া তাহাৰ পাইবে অন্ত॥

কৈলাস পৰ্ব্বত হেন দেখিতে সুঠান।
হীৰা মণি মৰকে ৰচিত থানে থান ॥
তাত ভণ্ডাগাৰ কৰি আছে যত যত।
স্বৰ্ণ ৰূপ তাম্ৰ কাংসে পূৰ্ণ স্বৰূপত ॥
কতো সব পূৰি আছে দেবাঙ্গ বসনে।
কতো সব নানা মণি মাণিক ৰতনে ॥
কতো সব গন্ধ দ্ৰব্য আছে পূৰ্ণ কৰি।
কতো থান নানা অস্ত্ৰে শস্ত্ৰে আছে ভৰি ॥
শাৰী শাৰী নাৰীকল জাম পনিয়াল।
ৰম্ভা তাল আম্ৰ গুৱা নাৰঙ্গ কঠাল ॥
আন নানা বৃক্ষ আছে নানা পুষ্পাচয়।
নাম কহি কোনে তাক কৰিবে নিশ্চয় ॥
সৰোবৰ বাপী কুপ দীৰ্ঘিকা তাহাত।
জলে পৰিপূৰ্ণ হৈয়া আছন্ত সাক্ষাত ॥
কমল সকল তাত আছে পুষ্পে ভৰি।
তাতে মধু লোভে ক্ৰীড়ে ভ্ৰমৰা ভ্ৰমৰী ॥
চৌপন্থে আলি কৰি আছে মনোহৰ।
আতি চিত্ৰ দেখি ৰক্ত বৰ্ণ পাষাণৰ ॥
তাহাৰ কাষৰে নগৰীয়া লোক যত।
জাতি ভেদে পাতি আছা কৰি নানা মত ॥
নানা চিত্ৰ গৃহ সব সকলে প্ৰজাৰ।
তাক দেখি সন্তোষ নাপাইবে কোনে আৰ ॥
সেহি সে নগৰী জানা দুতি অমৰাৱতী।
তাতে শিৱসিংহ ভৈলা দুতি সুৰপতি ॥
ৰূপে কন্দৰ্পৰ সম দানে বলি ৰাই।
ক্ষমাত ধৰণী সম ক্ৰোধে ৰুদ্ৰপ্ৰাই ॥
পৰাক্ৰমে দেখি যেন দাশৰথি ৰাম।
ধৰ্ম্মে ধৰ্ম্ম সুত যুধিষ্টিৰৰ উপাম ॥
জ্ঞানত বিদুৰ সম বোলে সৰ্ব্বজনে।
গৰিমাৰ সমুদ্ৰত সম মোৰ মনে ॥

প্ৰতাপত ভাস্কৰ সদৃশ হৈল যাৰ।
কোনে বৰ্ণাইবেক তান গুণক অপাৰ ॥
গুণৰ ভণ্ডাৰ কৰি স্ৰজি আছা বিধি।
যাৰ উপাসাত মনোৰথ হৈবে সিদ্ধি ॥
প্ৰমথেশ্বৰী সে ভৈলা তান পটেশ্বৰী।
ৰূপে গুণে কৈতো যাৰ নাহি সৰিবৰী ॥
সৰ্ব্বাঙ্গে সুন্দৰী যেন সুবৰ্ণ প্ৰতিমা।
কোনে কহিবেক তাৰ গুণৰ মহিমা ॥
ছত্ৰাকাৰ শিৰ তান দেখিতে সুন্দৰ।
কেশচয় শোভে তাত জিনিয়া চামৰ ॥
কপালে তিলক জলে যেন শশধৰ।
ভ্ৰূৰ দুই শোভে যেন ধনু অনঙ্গৰ ॥
কুৰঙ্গীৰ নেত্ৰ যেন দুইগুটি লোচন।
ভ্ৰমৰ সমান জলে আতি সুলক্ষণ ॥
নাসা দুইক দেখি যেন কুসুম আকাৰ।
যাত পুষ্প বুদ্ধি নিতে হৰে ভ্ৰমৰাৰ ॥
পূৰ্ণ চন্দ্ৰ সম জলে বদন কমল।
ওষ্ঠ দুই শোভে যেন পক্ক বিম্বফল ॥
ডাৰিমৰ বীজ যেন দশনৰ পাণ্তি।
ঈষৎ হাস্যত নিতে কৰি থাকে কান্তি ॥
কম্বু সম কণ্ঠত জ্বলন্ত তিনি ৰেখা।
গ্ৰীৱাত দিলন্ত নানা মণি ৰত্ন দেখা ॥
বক্ষঃস্থল শোভে অতি পীন পয়োধৰে।
স্বৰ্ণ কুম্ভ দুই যেন দেখি সৰোবৰে ॥
আজানু লম্বিত আছে ভুজ দুই খানি।
যাৰ শোভা দেখি বাসুকিৰ তেজ হানি ॥
কৰতল দেখি যেন নৱ কিশলয়।
চন্দ্ৰ সম তাতে শোভা কৰে নখচয় ॥
পদ্ম পত্ৰ সম তান শোভন্ত উদৰ।
অল্প আহাৰতে হোৱে পৰম সুন্দৰ ॥

কঙ্কাল প্ৰদেশ তান আতি বৰ সৰু ।
জিনিয়া আছন্ত যেন হৰৰ ডম্বৰু ॥
নিতম্ব বহল আতি দেখিতে সুঠান ।
কৰী শাৰকৰ জিনে উৰু যুগে তান ॥
গুল্‌ফ দুইক দেখি মোহ হৰে মুনিজন ।
পদ্মৰ পাকৰি সম ৰাতুল চৰণ ॥
দশ নখে চন্দ্ৰ জিনি তাত শোভা কৰে ।
চৰণ পীঠতে ফুটি যেন তেজ পড়ে ॥
প্ৰতাপে কালিকা যেন ক্ষমাত ধৰণী ।
পতিব্ৰতা ধৰ্ম্মে যেন ৰামৰ ৰমণী ॥
বুদ্ধিত পাৰ্ব্বতি যেন আতি কাত্যায়নী ।
ৰূপে যেন মহালক্ষ্মী জগত জননী ॥
দানে জিনিলেক কৰ্ণ বীৰৰ কীৰিতি ।
সমুদ্ৰতো অধিক যাহাৰ ধৈৰ্য্য নীতি ॥
সৰ্ব্বাঙ্গে সুন্দৰী সৰ্ব্বগুণে গুণৱতী ।
যাৰ গুণ গণে তুষ্ট হৈয়া নৰপতি ॥
ছত্ৰ সিংহাসন দিয়া পাতিলা নৃপতি ।
বৰ জনা ৰাজা যেন প্ৰখ্যাত জগতি ॥
সেহি ধৰি দুয়ো পুত্ৰৱতে প্ৰজা যত ।
প্ৰতিপাল কৰে নকৰিয়া ভিন্ন মত ॥
হৰি হৰ দুৰ্গাক ভজন্ত একমতি ।
নিত্য নৈমিত্তিক কৰ্ম্ম নকৰিয় ক্ষতি ॥
তান উপাসক আছে অনেক ব্ৰাহ্মণ ।
বৃহস্পতি সম আতি পণ্ডিত গহন ॥
তাসম্বাৰ সঙ্গে থাকি মই বিদ্যাহীন ।
ৰাজা দুজনাৰ হিত বাঞ্ছো প্ৰতি নিত ॥
আপুনাৰ গুণে তুষ্ট হুয়া ভগৱতী ।
দুজনা ৰাজাৰ কৰিয়োক একমতি ॥
কৃতাঞ্জলি কৰি বোলো উমা মহেশ্বৰ ।
দুজনা ৰাজাৰ শত্ৰু ক্ষয় কৰা নিৰন্তৰ ॥

পুনু কৃতাঞ্জলি ষোলো গৌৰী সদাশিৱ।
তুজনা ৰাজাক কৰিয়োক চিৰঞ্জীৱ॥
শিৱ দুর্গা যাতো ভক্তি মুক্তিৰো কাৰণ।
তান ভক্তি বিনে নিসিজন্তু প্রয়োজন॥
চৰণত ধৰি বোলো ভৱানী শঙ্কৰ।
তুজনা ৰাজাৰ বংশ বঢ়ায়ো বিস্তৰ॥
এহি জানি সভাসদ হুয়া সাৱধান।
ভাষ ভষ ছাৰি ভজা ভৱানী ঈশান॥
এহি অর্থ চাৰিয়ো বেদৰ জানা সাৰ।
তেবে অপ্রয়াসে হৈবা সংসাৰৰ পাৰ॥
অনন্ত অচার্য্যে ভনে এৰি আন বাণী॥
নিৰন্তৰে বোলা নৰে শঙ্কৰ ভৱানী॥

---

## আনন্দ লহৰী।

যদি বোলা মোৰ তই চিন্ত কোনৰূপ।
ইহাৰ কাহিনী কহো শুনিয়ো স্বৰূপ॥
অৰুণ চৰণ যুগ নূপুৰে ৰঞ্জিত।
দশ নখে চন্দ্র জিনি প্রকাশে তহিত॥
গুল্‌ফ দুইক দেখি মোহ হৰে মুনিগণ।
ৰাম কদলীক নিন্দে উৰু দুই জন॥
বহল জঘন মধ্য ভাগ আতি সৰু।
কাঞ্চী বিৰাজিত হুয়া নিন্দয় ডম্বৰু॥
কৰি সৰে কুম্ভ সম কুচ যুগ ভৰে।
অল্প বাৰে মধ্য দেশ যেন ভাগি পৰে॥
আজানু লম্বিত তাতে ভুজ চাৰিখানি।
যাক দেখি বাসুকিৰ হৰে তেজ হানি॥
ধনু শৰ পাশ অঙ্কুশক হাতে ধৰি।
শত্রু নাশ কৰিতে আছাহা দৃঢ় কৰি॥

কম্বুসম কণ্ঠ নানা ৰত্নে বিৰাজিত।
ত্রিবলি বলিত কণ্ঠি সব বিলাসিত ॥
পূর্ণচন্দ্র জিনিয়া শোভন্ত তাতে মুখ।
যাক দেখি ভকতৰ মিলৈ মনে সুখ ॥
ডাৰিমৰ বীজ নিন্দৈ দশনৰ পান্তি।
ঈষৎ হাস্যত তাতে কৰি আছে কান্তি ॥
ৰাতুল অধৰ শোভে পক্কবিম্ব সম।
নাসা তিল পুষ্পতো অধিক নিৰুপম ॥
মৃগীৰ চক্ষুক নিন্দৈ নয়ন ত্রিতয়।
ভ্রূব যুগ অনঙ্গৰ ধনুক জিনয় ॥
কপালত অর্দ্ধচন্দ্রে আছন্ত প্রকাশি।
সীমন্তত শোভে কাম সিন্দুৰৰ ৰাশি ॥
এহিৰূপে মোহোৰ আগত ভগৱতী।
ব্যক্ত হোৱা কৰো হেৰা সহস্র প্রণতি ॥
যদি বোলা মোক চিন্তিবাৰ কোন স্থান।
ইহাৰ উত্তৰ মাৱ কহো সাৱধান ॥
অমৃত সাগৰ মাঝে আছে দিব্য পুৰ।
যাক ৰাতি দিনে চিন্তে যত সুৰাসুৰ ॥
তাহাৰ চৌপাশে কল্পবৃক্ষ আছে যত।
ফল পুষ্প পত্র তাৰ দেখি নানা মত ॥
সেহি বাঢ়ি মাঝে ৰত্নময় আছে দ্বীপ।
যাত শাৰী শাৰী শোভৈ উপবন নিপ ॥
তাৰ মধ্যে মঠ এক দেখি জ্যোতির্ম্ময়।
নানা ৰত্নে বিৰচিত মুক্ত স্বর্ণময় ॥
সেহি মঠ মাজত ঈশ্বৰ সদাশিৱ।
আপুনি আসন হৈল জগতৰ জীৱ ॥
তাহাতে বসিয়া নিতে থাকে ক্রীড়া কৰি।
নিজানন্দ ৰূপে তুমি জগত ঈশ্বৰী ॥
এহি স্থানে তোমাক আৰাধে যোগীগণে।
ইন্দ্রিয়গণক দমি পৰম যতনে ॥

এহি তনু স্থূলৰূপ পৰম সুন্দৰ।
শুনিয়োক সুক্ষ্মৰূপ নাহি যাত পৰ॥
সংক্ষেপে কহিবোঁ পদ নকৰি বিস্তৰ।
তেবেসে যোগত মন হৈবে সমস্তৰ॥
গুদৰ উৰ্দ্ধত পদ্ম নামে মূলাধাৰ।
সুবৰ্ণৰ বৰ্ণ চাৰি পত্ৰ আছে যাৰ॥
সেহি পৃথিবীৰ স্থান কৈলো নিষ্ঠকৰি।
সাধিষ্ঠান স্পৰ্শ লিঙ্গ মূলত সুন্দৰী॥
অনলৰ সম বৰ্ণ ছয় পত্ৰ যাৰ।
সেহি সে জলৰ স্থান জানিবা দুৰ্ব্বাৰ॥
নাভিৰ মূলত মণি পুৰক কমল।
নীল জীমুতৰ বৰ্ণ সম দশদল॥
অনলৰ থান সেহি কমলৰ মাঝে।
অনাহত কমলৰ শুনা আত বাজে॥
হৃদয় মধ্যত যিতো থাকে নিৰন্তৰে।
বাৰ দল তাৰ প্ৰবালৰ সমসৰ॥
সেহিতো কমল জানা সৰতৰ থান।
আত পৰে বিশুদ্ধ পদ্মৰ শুনা ঠান॥
ষোল গুটি পত্ৰ তাৰ দেখি ধূম্ৰাকাৰ।
কণ্ঠত থাকন্তে তাৰ মহিমা অপাৰ॥
আকাশৰ থান সিতো পৰম সুন্দৰ।
আজ্ঞা নামে পদ্ম থাকে মধ্যত ভ্ৰূবৰ॥
শুক্ল বৰ্ণ দুই পত্ৰে শোভা কৰে যাত।
সেহি মনৰ থান জানিবা সাক্ষাৎ॥
শিৰৰ মধ্যত আছে যিতো পদ্মগোট।
শুক্লবৰ্ণ পত্ৰ সহস্ৰেক নোহে ছোট॥
তাহাৰ কৰ্ণিকা মাঝে আছে সদাশিৱ।
সদানন্দ তৱ স্বামী জগতৰ জীৱ॥
চিত্ৰিলিত গাথি আছে এহি পদ্মগণ।
এহিতো ৰহস্য কথা যোগীৰো গহন॥

তুমি থাকা মূলাধাৰ বাহিৰে সুন্দৰী।
হৰ আছে তথু পতি অনঙ্গৰ অৰি॥
তুমি কামাকুল হৈয়া ৰহিতে নাপাৰি।
ঘনে ঘনে চেগ চোৱা যেন বেশ্যানাৰী॥
দুৰ্গম স্থানত আছে মোৰ পতি শিৱ।
তান সঙ্গ নগৈল নৰৈব মোৰ জীৱ॥
এক মুদ্ৰা শত ভাগ জিতো মূলাধাৰ।
তাৰ এভাগৰ সম কৰি কলেবৰ॥
সেহিৰূপে সুসুমাৰ মধ্যে প্ৰবেশিয়া।
ছয় পদ্ম সমে ছয় তন্মুক ভেদিয়া॥
শীঘ্ৰ বেগে গৈয়া তুমি কৰি মহাৰঙ্গ।
ৰহস্য স্থলত পাইলে নিজ পতি সঙ্গ॥
বিৰহ বহ্নিক নিবাৰিল তান সঙ্গে।
ক্ৰীড়া কৰি পতি সমে ভৈল মহাৰঙ্গে॥
পাছে বিমৰষি মনে পায়া লজ্জা বৰ।
স্বামীৰ নিকটে থাকিবাক কৰা ডৰ॥
মনে বোলা মোক নাভাষিব ভাল আৰ।
কৰ্ম্ম কৰি আছো যাতো আপুনি বেশ্যাৰ॥
অনাহুতে দুৰ্গম পথক ভেদি আসি।
সকলে নাৰীৰে জনমাইলে উপহাসি।
পাছে পদ হস্তে ঘৰ্ম্ম সুধা বৃষ্টি কৰি।
ছয় ৰুদ্ৰ তনু সমে তিয়াইলা সুন্দৰী॥
সেহি পথে আসি পূৰ্ব্ব স্থান পাইলা আৰ।
মূলাধাৰ বাহিৰত ত্ৰিকোণ আকাৰ॥
আপুনাক ভুজঙ্গৰ সমান কৰিয়া।
লজ্জা শ্ৰমে মেৰ দিয়া থাকিল শুতিয়া॥
এহি সুক্ষ্ম ৰূপ মাত্ৰ কহিলোঁ তোমাৰ।
যাৰ প্ৰবলত লোক হৈইব নিস্তাৰ॥
তুমি স্থূল ৰূপে থাকা যিতো গৃহ মাঝে।
আতি মনোহৰ সিতো অস্ত্ৰেৰে বিৰাজে॥

প্ৰথমতে তিনি কোণ নিৰ্ম্মিয়া সুঠান।
তাত পৰে আঠ কোণ কৰিলা নিৰ্ম্মাণ॥
দশ দশ কৰি কুড়ি কোণ তাত পৰে।
পাছে চৌধ কোণ আৰু নিৰ্ম্মিলা ঈশ্বৰে॥
আত পৰে তিনি বৃত্ত বলয় আকাৰ।
চতুৰস্ৰ তিনি কোণি নিৰ্ম্মিলা চাৰি দ্বাৰ॥
যাৰে ত্ৰিংশ ত্ৰয়োদশ চুক হৰে ঘৰে।
সেহি মতে তযু গৃহ ৰাচিলা শঙ্কৰে॥
উৰ্দ্ধ মুখ তিনি কোণ যিতো চাৰি গোট।
শ্ৰীকণ্ঠ চাৰিৰো নাম নহে আতি ছোট॥
অধো মুখ পাঞ্চ যিতো ত্ৰিকোণ তাহাত।
শক্তি হেন বুলি তাক জগতে প্ৰখ্যাত॥
তাত পৰে অষ্ট দল পদ্ম চমৎকাৰ।
আৰো নিৰমিলা পদ্ম সোহ্ল পত্ৰ যাৰ।
এহি মতে প্ৰকাশে তোহ্মাৰ গৃহ খান।
হীৰা মণি মাণিক ৰচিত থানে থান॥
তাহাৰ মধ্যত বিশ্বৰূপে সদাশিব।
আসন হৈইলা তযু জগতৰ জীৱ॥
তাহাতে চড়িয়া থাকা ৰাজৰাজেশ্বৰী।
এতেকে নাহিকে আন তযু সৰি বৰি॥
তোমাৰ সমান দেবী ব্ৰহ্মাণ্ড ভিতৰে।
উপমা দিবাৰ ঠাই নথৈলা ঈশ্বৰে॥
ইহেতু ব্ৰহ্মাক আদি কৰি কবিগণে।
তোমাৰ উপমা কৈতো নেদৈ কোনোক্ষণে॥

তন্ত্ৰ তত্ত্বক অনুসৰি তযু মন্ত্ৰ কৈবে যত্ন কৰি,
প্ৰথমতে কহো মহিমা তন্ত্ৰ শাস্ত্ৰৰ।
চতুঃষষ্টি তন্ত্ৰ আগে কৰি তযু বাক্যে মদনৰ অৰি,
বশ কৰি থৈলা যত লোক নিৰন্তৰ॥

অনিমাদি কৰি সিদ্ধি যত তাহাৰ উপায় নানা মত,
তন্ত্র সকলত কহিছা কৰি গোপন।
কেনো তন্ত্রে আছে ধৰ্ম্ম যত কোনো তন্ত্রে অর্থ নানা মত,
কতো খানে কৰে কামৰ নানা সাধন॥
মোক্ষৰ সাধন আছে যত কেনো কোনো খানে নানা মত,
হেন দেখি তুষ্ট নভৈল শম্ভুৰ মন।
কলিকালে যত লোক চয় বহু শাস্ত্র চাইতে কৰি ভয়,
অনর্থ কৰিব নাজানি কোনো সাধন॥
ইহেতু স্বতন্ত্র তন্ত্র নাম যাত ধৰ্ম্ম অর্থ মোক্ষ কাম,
তাকে পৃথিবীক আনিলা তোমাৰ পতি।
সেহি সে তোমাৰ নিজ তন্ত্র তাতে আছে নানা যন্ত্র তন্ত্র,
তাৰে সে মন্ত্রক উদ্ধাৰো তযু সম্প্রতি॥
শিৱ শক্তি কাম বসুমতী লজ্জাৰ বিশশি ৰতিপতি,
শিৱ শক্র সমে হৃল্লেখা পাচত তাৰ।
পৰামাৰ শক্র তাত পৰে হৃল্লেখান্ত কৰি মহেশ্বৰে,
ইতো গুপ্ত মন্ত্র উদ্ধাৰিলা তোমৰাৰ॥
এহি মন্ত্রে যত বর্ণ সব তোমাৰ নামৰ অবয়ব,
আকে লোপামুদ্রা বিদ্যা বোলে সৰ্ব্বজনে।
তান্ত্রিক পণ্ডিতে আৰ অর্থ পাইবে অপ্রয়াসে নহে ব্যর্থ,
তেসম্বে নকৈবা অভক্তত অকাৰণে॥
ইতো বিদ্যা যিতো নৰবৰে নিষ্কাম কৰিয়া জপকৰে,
তাতে চতুৰ্ব্বর্গ মিলে তাৰ কৰতলে।
যিতো এহি বিদ্যা উপাসন্ত পঞ্চাঙ্গ বিধানে ভক্তিমন্ত,
তাহাৰ মহিমা কি কইবে ধৰণী তলে॥
এহি জানি নৰলোকচয় এৰিয়োক যত বৌধনয়,
তন্ত্র মন্ত্র বিনে নাপাইবা কলিত গতি।
তন্ত্র শাস্ত্র পঢ়ি মহাসুখে উপদেশ লভি গুৰু মুখে,
ইষ্ট দেৱতাৰ চৰণে কৰা ভকতি॥

বৈদিক দীক্ষাত বহু শ্রম তান্ত্রিকী দীক্ষাৰে একে সম,
এতেকে জানিবা সুলভ তন্ত্রৰ মত।
অল্প আয়াসতে প্রয়োজন সিদ্ধি হৱে যিতো কৰে মন,
সংশয় নাহিকো যাতো শিৱৰ চৰণত॥
অনন্ত আচার্য্যে বোলে বাণী মোক দায়া কৰি শিৱৰাণী,
হৃদয়ত মোৰ নিবাস কৰা সততে।
গুৰুৰ চৰণে কৰি ৰতি ভৱানী তাৰিণী উমা সতী,
মৰি সৰ্ব্বজনে তান পদ পাইবা অন্তে॥

---

# লক্ষ্মীনাথ দ্বিজ।



## মহাভাৰত—শান্তিপর্ব্ব।

নিগদতি যুধিষ্ঠিৰ শুনিয়ো গাঙ্গেয়।
পোছো আউৰ কথা মোৰ মনৰ সংশয় ॥
যদিবা হোৱয় যিটো বিশিষ্ট নৃপতি।
বোলা কেনে কার্য্য সিতো কৰিবে সম্প্রতি ॥
ৰাজ্য ৰক্ষা কিমতে কৰিবে নৰপতি।
শত্রু জিনিবাৰ সিতো কেমনে যুগুতি ॥
যত্নে নিয়োজিবে ৰাজা কোন চাৰগণ।
বিশ্বাসৰ পাত্র কৰিবেক কোন বর্ণ ॥
ৰাজ ভৃত্য হৈবেক কেমন প্রাণীচয়।
ৰাজ ভার্য্যা ৰাজ পুত্র হৈবে কেন নয় ॥
প্রপঞ্চি ইহাক মোত কহা পিতামহ।
যদি তোমাসাৰ মোত আছে অনুগ্রহ ॥
ভীষ্মে বোলে শুনা ধর্ম্ম মোহৰ বচন।
প্রৱর্ত্তন কিমতে কৰিবে ৰাজাগণ ॥
কহিবো তোমাত মই যেন লয়ে মতি।
শুনা সাৱধানে তুমি পাণ্ডুৰ সন্ততি ॥
প্রথমে জিনিবে আপোনাক ৰাজাচয়।
তেবেসে জিনিতে পাৰে শত্রু সমস্তয় ॥
আপোনাক যিটো ৰাজা নপাৰে জিনিতে।
সেহি জনে শত্রুক জিনিবে কেনমতে ॥
অহঙ্কাৰ আদি লোভ মোহ কাম ক্রোধ।
জিনিলেক আক যিতো নৃপতি প্রবুধ ॥

জিনিলেক যিতো জনে ইন্দ্রিয় নিশ্চয়।
শত্রুক জিনিবে সেহি ৰাজা শক্ত হয়॥
থানে থানে দুর্গ পাতি কৰিবে ৰক্ষণ।
সদায়ে সঞ্চিত ৰাজা কৰিবেক ধন॥
আৰু কহো যুধিষ্ঠিৰ তোমাৰ আগত।
যেন যেন চাৰ ৰাজা লৈবেক সঙ্গত॥
তাহাৰ লক্ষণ মই কৈবো প্রপঞ্চিয়া।
কুৰুৰ নন্দন আক শুনা মন দিয়া॥
পুৰুষৰ চিত্তক বুজিয়া ইঙ্গিততে।
শাস্ত্র জ্ঞান তাহাত হৈবেক ভাল মতে॥
ক্ষুধা তৃষ্ণা সৰ্ব্বক্ষণে সহিবে লাগয়।
বহুশ্রম পাইলে তাক শ্রম নোবোলয়॥
হেন চাৰগণ নিযোজিব থানে থানে।
নগৰে নগৰে বনে পুষ্পৰ উদ্যানে॥
দেশে দেশে গ্রামে গ্রামে ৰাজ অভ্যন্তৰে।
প্রযত্নে ফুৰিব চাৰগণ নিৰন্তৰে॥
চাৰ বুলি চিনিতে নপাৰে একোজন।
জড় অন্ধ বধিৰৰ ধৰিয়া লক্ষণ॥
মন্ত্রি সকলৰ গৃহে থাকিবে সদাই।
যত মিত্র আছে তাৰ লৈব অভিপ্রাই॥
পুত্রৰ লগত চাৰ থাকিবে ৰহস্যে।
সততে ভাৰ্য্যাৰ মন বুজিব অৱশ্যে॥
নৃপতিৰ বশ্য ৰাজা আছে যত যত।
তাৰ অভ্যন্তৰে চাৰ থাকিব সতত॥
যেন অন্য ৰাজাযে নজানে ভাল মতে।
এহিমতে তাৰ নিযোজিব বুদ্ধিমন্তে॥
পৰ জনে নিযোজিয়া থাকে যিতো চাৰ।
তাক জ্ঞান হৈব ৰাজা কৰিয়া বিচাৰ॥
বজাৰে সমাজে আৰু সন্ন্যাসীৰ ঠাৱে।
উদ্যানৰ পণ্ডিতৰ সভাত স্বভাৱে॥

আপোন দেশত আৰু গৃহৰ মধ্যত।
কৰিবে বিচাৰ আৰু শয্যা সমিপত ॥
হেনসে প্ৰকাৰে চাৰ বিচাৰ কৰয়।
পৰচাৰগণ যিতো ৰাজা জ্ঞান হয় ॥
সিতো নৃপতিৰ সুখ হৈবেক সম্প্ৰতি।
কহিলো সাৰাংশ ইতো জানা মহামতি ॥
চাৰ হীন ৰাজা যিতো থাকে কদাচিত।
মন্ত্ৰণা কৰিবে পাছে মন্ত্ৰীয়ে সহিত ॥
বিপদ কালত যেন উপকাৰ পাই।
মিত্ৰতা কৰিব বলী নৃপতিৰ ঠাই ॥
আজ্ঞা নিবাৰণে হীন নৃপতিৰ ঠাই।
হেনসে ৰাজাৰ জানা মিত্ৰ সুজুৰাই ॥
দ্ৰব্য লভিবাৰ যাৰ উৎসাহ সম্প্ৰতি।
অতি গুণৱন্ত ধৰ্ম্ম জানে মহামতি ॥
বেদ বেদাঙ্গত হৈব সদায়ে পাৰ্গত।
প্ৰজাগণ প্ৰতিপাল কৰে স্বধৰ্ম্মত ॥
হেনসে ৰাজাৰ ঠাই হৈবে মিত্ৰৰতি।
তৰিবে হেলায়ে সিতো বিপদ দুৰ্গতি ॥
পূৰ্ব্ব অপকাৰী জন থাকয় দেশত।
আপুনি উৎছন্ন ৰাজা মানিবে মনত ॥
চলে বলে সিতো শত্ৰু মাৰিবে ৰাজাই।
সিতো নৃপতিৰ সৰ্ব্বকালে সুখে যাই ॥
বলে বীৰ্য্যে হীন যিতো থাকয় নৃপতি।
উপায়ে গুচায়া ৰাজ্য লৈবেক সম্প্ৰতি ॥
যিতো ৰাজা মন্ত্ৰীয়েৰে প্ৰিতি অনুক্ষণ।
উপায়েৰে দুইৰো ভেদ কৰিবে মন ॥
আতি বুদ্ধিমন্ত যিতো নৃপতি হৈবেক।
ৰাজ্যক ইছায়ে সদা যুদ্ধ বৰ্জিবেক ॥
সাম দান ভেদ আৰু তৃতয় উপায়ে।
অৰ্থ পৰিগ্ৰহ নৃপে কৰিবে স্বভাৱে ॥

নানা ভাৱে বুলিবেক সাম্যতা বচন।
তাকে সাম বুলি কহি আছে প্ৰাজ্ঞজন॥
অনেক সুন্দৰ বস্তু দিবেক সম্প্ৰতি।
শত্ৰুৰ মনত যেন বাঢ়িবেক প্ৰিতি॥
আকে দান বুলি বাপু শুনা যুধিষ্ঠিৰ।
পূৰ্ব্বে আক কহিয়া আছয় মহাধীৰ॥
যদিবা প্ৰবল সমে থাকয় ইষ্টতা।
সুজান মন্ত্ৰীয়ে সমে কৰয় মিত্ৰতা॥
অনেক প্ৰযত্নে তাৰ লগাইবেক ভেদ।
আক ভেদ বুলিয়া কহিলো পৰিছেদ॥
এহি তিনি উপায় কৰিবে জানা আগে।
তথাপি যুদ্ধক ইছা কৰিতে নলাগে॥
বাহুবলে যিতো ৰাজা অৰ্থক লভয়।
সেহি অৰ্থে ব্ৰাহ্মণক তুষিবে নিশ্চয়॥
প্ৰজাৰ উচিত কৰ লৈবেক নৃপতি।
সিতো নৃপতিক জানা নপাৱে দুৰ্গতি॥
অকাৰণে কদাচিতো নদণ্ডিব ৰাজা।
আত্ম পুত্ৰ সম কৰি পালিবেক প্ৰজা॥
বিবাদ পোছন্তে আগে থৈবেক পণ্ডিত।
ধৰ্ম্মাধৰ্ম্ম যত কথা জিজ্ঞাসিব তাত॥
এহি মতে যিতো ৰাজা প্ৰবৰ্ত্তে সদাই।
তাহাৰ প্ৰতিষ্ঠা যশ দশো দিশে যাই॥
যি থানত ৰত্নচয় হৱে উতপন।
তাত নিযোজিব মন্ত্ৰী আপ্তহিত জন॥
যিটো যিটো দোষ নৰে কৰয় সম্প্ৰতি।
তাহাক উচিত দণ্ড দণ্ডিবে নৃপতি॥
হেনয় সমান দণ্ড ধৰয় সতত।
সিতো নৃপতিৰ ধৰ্ম্ম বাঢ়ে অপৰ্য্যন্ত॥
দণ্ডক নাজানে যিতো দুষ্ট ৰাজাচয়।
নিতে পাপ সিদ্ধি হৱে ৰাজ্য নষ্ট হয়॥

ইহাৰ কাৰণ কহো শুনা মনকৰি।
সিন্ধি চোৰ পাই নৰে আনিলেক ধৰি ॥
নৃপতিৰ আগে তাক ভেটাইলেক নিয়া।
তাক দেখি নৃপতিৰ সম্পজিল দায়া ॥
তাহাৰ উচিত দণ্ড শুনে বিঘাটন।
অনুৰূপে দণ্ড কৰি এৰিলা তেখন ॥
যদি পুত্ৰ ভাৰ্য্যা আদি সুহৃদ সম্প্ৰতি।
তথাপি উচিত দণ্ডে দণ্ডিব নৃপতি ॥
নদণ্ডিলে সমূলে পাপত যাই তল।
দেশত মিলয় বিঘ্নি নষ্ট হৱে বল ॥
এতেকে পণ্ডিত হৈবে লাগয় নৃপতি।
তপস্যা সংযুক্ত হৈবে আতি শুদ্ধ মতি ॥
দান দিয়া তুষিবেক দেৱতা ব্ৰাহ্মণ।
যজ্ঞ যজিবাক লাগি সদা হৈব মন ॥
এহি গুণাবৃত যিতো হৈবে ৰাজাচয়।
তাহাৰ দেশত কিছু বিঘ্নি নিমিলয় ॥
চিৰকালে ৰাজ্য ভোগ কৰিবে সম্প্ৰতি।
সদায়ে ধৰ্ম্মত তাৰ ভ্ৰমিবেক মতি ॥
দান ধৰ্ম্ম তপস্যাত নাহিকয় ৰতি।
যশস্যা গুচয় শৰ্দ্ধ ছপাৱে সম্প্ৰতি ॥
বলৱন্ত ৰাজায়ে পিড়িবে কৰে মতি।
তাৰ অভিপ্ৰায় ৰাজা বুজিয়া সম্প্ৰতি ॥
দুৰ্গম থানক পাছে কৰিবে আশ্ৰয়।
যেন মতে শত্ৰুয়ে লঙ্ঘিবে নপাৰয় ॥
উছত কৰিয়া গড় বান্ধিব যতনে।
তাহাত প্ৰবেশ হৈব সখা পৰিজনে ॥
পথকো দুৰ্গম কৰিবেক আতিশয়।
পুনু পুনু সন্তে বাক্য নৃপতি বুলিব ॥
অসংখ্যা ভাণ্ডাৰ তৈত কৰিব যতনে।
ধন ধান্য তৈকে নিয়া ভৰাইব তেখনে ॥

নিবে নপাৰিয়া যিতো শষ্যগণ থাকে।
শত্ৰুৰূপ কৰি ৰাজা মানিবেক তাকে॥
ক্ষেত্ৰত থাকয় যদি শষ্য সমস্তয়।
তাকো নষ্ট কৰিবেক ৰাজা মহাশয়॥
নদী সব বান্ধি জল বৱাইবেক তথা।
জলদুৰ্গ প্ৰধান কহিলো ইতো কথা॥
সেহি জল পৰিক্ষাক কৰিবে পূৰণ।
যাইবে যেবে নপাৰয় তাত একোজন।
অতি বুদ্ধিমন্ত ৰাজা থাকয় যিজনে।
পৰহিত কাৰ্য্য নষ্ট কৰাইবে সিজনে॥
অৰণ্য দুৰ্গত যদি মনে পাৱে ভয়।
তাহাৰ উপায় কহো শুনা মহাশয়॥
ক্ষুদ্ৰ বৃক্ষ যত আছে মূলক ছেদিব।
পূজনীয় বৃক্ষ চয় যতনে ৰাখিব॥
বড় বড় বৃক্ষচয় আছয় যতেক।
তাহাৰ সকল শাখাগণ ছেদিবেক॥
সুন্দৰ কৰিয়া স্থান কৰাইবে নৃপতি।
যেন আম্মাসন্যে কৰিবাক পাৰে গতি॥
দ্বাৰ পুৰগণ সবে কৰিবে শঙ্কট।
লঙ্ঘিবে নপাৰে যেন দেখিতে প্ৰকট॥
সদাদ্বাৰ পুৰ ৰাজা কৰিবে এনয়।
তেবেসে শত্ৰুত হন্তে নাহিকয় ভয়॥
দ্বাৰে নিয়োজিয়া থৈবে বহু যন্ত্ৰ চয়।
একো যন্ত্ৰে যেন শত লোক নষ্ট হয়॥
প্ৰযত্নে ৰাখিবে যেন শত্ৰুৱে নপাৱে।
সময়ত আত্ম সন্য মাৰিবাক পাৱে॥
বৰ বৃক্ষগণ আনি প্ৰস্তুত থৈবেক।
বগৰাইলে যেন প্ৰাণী মৰয় শতেক॥
থানে থানে গৰ্ত্তচয় নিৰ্ম্মাণ কৰিব।
সুতিক্ষ্ণ শূলক নিয়া তাতে নিয়োজিব॥

তৃণৰে নিৰ্ম্মিত যত থাকে গৃহগণ।
পঙ্ক আনি তাক ৰাজা কৰাইবে লেপন ॥
গৃহে তৃণগণ আনি থৈয়া আছে যত।
বেলগাই থৈবে চৈত্রে অগ্নিৰ ভয়ত।
যদি শত্রুভয় আসি হোৱে উপস্থিত।
দিবা নকৰিবা পাক ৰাত্রিসে উচিত ॥
দিবসত বহ্নি ৰাজা সদা নিসেধিব।
হৱনৰ অগ্নি মাত্র কেৱলে থাকিব ॥
কমাৰ শালৰ অগ্নি ৰাখিব যতনে।
গৃহ অভ্যন্তৰে নথৈবেক একোজনে ॥
দিবসত বহ্নিক জালয় যিতো প্রাণী।
তাক ধৰি নৃপতিয় দণ্ডিবেক আনি ॥
ভিক্ষুক কুলাল উন্মত্ত দুষ্ট চিত্ত।
ৰাজগৃহে ইহাক নথৈবে কদাচিত ॥
বাহিৰ কৰিয়া তাক নিবন্ধি থৈবেক।
জানা নৃপতিৰ দোষচয় গুচিবেক ॥
বাহিৰত যিবা জন থাকিবে সম্প্রতি।
তীর্থে পঠাইবেক ৰাজা দেখয় যুগুতি ॥
সভামধ্যে থাকিবাৰ দেখয় উচিত।
শয়ন স্থানক যাইবে হৱয় বিহিত ॥
হেন বর্ণ চাই চাৰ লৈবেক নৃপতি।
সেহিতো ৰাজাক আবে নপাৱে দুর্গতি ॥
নিৰ্ম্মিবেক ৰাজ পথ বহল কৰিয়া।
চল বুজি হাট পাট থৈবে নিয়োজিয়া ॥
অর্থৰ ভাণ্ডৰে অগ্নি দুৰা গৃহগণ।
গৃহ কৰি প্রযত্নে ৰাখিবে যোদ্ধাগণ ॥
অশ্বশাল গজশাল কৰাইবে যি থানে।
যেন তাসম্বাৰ বল বাঢ়ে অনুক্ষণে ॥
পৰীক্ষা সকল বৃৰ্ত্তি কৰিব সততে।
সেতু সব নিয়োজিবে কৰি ভাল মতে ॥

পৰৰ পীড়াত যিতো থাকে ৰাজাগণ।
অৰ্থচয় সঞ্চিবেক কৰিয়া যতন॥
ঘৃত মধু ভৈলে যে ঔষধ যত যত।
অন্য তৃণ বনক ৰাখিবে স্বভাৰত॥
শুখান কাষ্ঠক কৰিবেক সঞ্চয়ন।
স্বভাৱে ৰাখিবে ৰাজা আউৰ কুশবন॥
অস্ত্ৰ শস্ত্ৰ গণক পাৱয় যত যত।
সঞ্চিবেক যুদ্ধৰ সম্ভাৰ অপৰ্য্যন্ত॥
যিবা বস্তু পাৱে ৰাজা সঞ্চিবে তেখন।
সকল ঔষধি আৰ ফল মূলগণ॥
চাৰি বিধ বৈদ্যক ৰাখিবে মহামনী।
তেবে আয়ুস্বান্ত লোক নহৈবেক হানি॥
নৰ বৈদ্য অশ্ব বৈদ্য হস্তী বৈদ্য আৰ।
গোবৈদ্য সমে চাৰি বৈদ্য সাৰেসাৰ॥
নট যে নৰ্ত্তকীগণ বৰ বৰ মানে।
মায়াবী মনুষ্য সব লৈব ভাল মানে॥
ৰাজা কাৰ্য্য সততে সাধয় যিতো জন।
অৰ্থ দিয়া ৰাজা তাক কৰিবে পূজন॥
ব্ৰাহ্মণক নেদে দান নামানে দেৱক।
মৃদুতৰ কৰি তাৰ মুখে নাসে বাইক॥
অৰ্থলোভে সদা সিতো প্ৰাণীক হিংসয়।
চল পাইলে কদাচিতো মৰাইবে খোজয়॥
হেন সে জনক ৰাজা নথৈবে সঙ্গত।
তাৰ দোষে নৃপতিৰ ধৰ্ম্ম হৱে হত॥
যদি পুৰাতন ভৃত্য আৰৰ মন্ত্ৰীত।
এসম্বাত হন্তে ভয় মিলয় মনত॥
উপায় কৰিয়া তাক কৰিবে অধিন।
যথা যোগ্য অৰ্থ দিয়া পূৰিবেক মন॥
অনেক সান্তনা বাক্যে বুলিবে যুগুতি।
আপুনিয়ো তুচ্ছ হুয়া বুজিবেক মতি॥

এভো যদি তাৰ চিত্ত নেদেখয় ভাল।
তাক বধি নৃপতিয়ে গুচাইবে জঞ্জাল॥
আউৰ নৃপতিৰ কিছু কহিবো লক্ষণ।
যাক যাক প্ৰযত্নে ৰাখিবে ৰাজাগণ॥
আপোনাক ৰাজায়ে ৰাখিবে সৰ্ব্বক্ষণে।
অমাত্য গণক সদা ৰাখিবে যতনে॥
ভণ্ডাৰক দণ্ডক ৰাখিবে নৰেশ্বৰে।
মিত্ৰক ৰাখিবে যেন চিত্ত নিবিগৰে॥
সকলে জনক ৰাজা ৰাখিবে সততে।
আপোন নগৰ ৰাখিবেক ভাল মতে॥
এহিঁ সপ্তাত্যেক ৰাজা জান যুধিষ্ঠিৰ।
আক ৰক্ষা কৰে যিতো নৃপতি সুথিৰ॥
আৰু ছয় গোটা গুণ কহো নৃপতিৰ।
সাৱধান মনে আক শুনা যুধিষ্ঠিৰ॥
বসিবাৰ অৰ্থে ৰাজা কৰাইবে আসন।
সদায়ে কৰিবে তাত অনু যে সন্ধান॥
পথত চলন্তে ৰাজা ফুৰিবে যতনে।
যেন পীড়া কৰিতে নপাৰে শত্ৰুগণে॥
শত্ৰুদত্ত আসনৰ লৈয়া অনুমান।
তেবে নৃপতিয়ে আৰোহিব সেহি যান॥
যুদ্ধক সম্মুখে চলে যিতো ৰাজাগণ।
বলৱন্ত বাচি সঙ্গে লৈবে বহুজন॥
অন্য জন সকলৰ জিজ্ঞাসিবে মন।
দ্বিধা ভাৱ নহে যেন কৰিবে যতন॥
যেবে নৃপতিৰ সৰ্ব্ব কাৰ্য্য সিদ্ধি হয়।
ৰহিবে লাগিলে কোঠ কৰিবে আশ্ৰয়॥
এহি মত গুণ মই কৈলো ভিন্ন ভিন্ন।
কহিবো ত্ৰিবৰ্গ যুধিষ্ঠিৰ দিয়া মন॥
ধৰ্ম্ম অৰ্থ কাম আক কলিত নৃপতি।
বৃদ্ধি ক্ষয় বুজিয়া কৰিব যথা মতি॥

তিনি বৰ্গ সপ্তগুণ আৰু শৰ গুণ।
ইহাকে জানয় যিতো নৃপতি সজ্জন॥
সেহিতো পুৰুষ ব্যাঘ্ৰ ভুঞ্জিবে অবনী।
কহিলো তোমাত ইতো কথা মহামানী॥
স্বধৰ্ম্মে প্ৰজাক যিতো কৰে প্ৰতিপাল।
সেহি নৃপতিয়ে ৰাজ্য ভুঞ্জে চিৰকাল॥
প্ৰজা পালনত পৰে ধৰ্ম্ম নাহি আন।
অঙ্গিৰাৰ বাক্যে ৰাজা লৈয়োক প্ৰমাণ॥
কৰ্ম্মে কাৰ্য্যে কৰি যিতো পালয় মেদিনী।
সেহি মতে ৰাজ্যৰ পালয় যত প্ৰাণী॥
সেহি নৃপতিৰ তপ ব্ৰত অনসন।
যজ্ঞ যজিবাৰ কিছু নাহি প্ৰয়োজন॥
প্ৰজাক পালনে সবে ধৰ্ম্ম সিদ্ধি পাই।
ইতো কথা তোমাসাত কহিলো বুজাই॥
শুনা সৰ্ব্বজন ইতো কথা ৰুচিকৰ।
শান্তিপৰ্ব্ব ৰাজ ধৰ্ম্ম পৰম সুন্দৰ॥
ভীষ্ম সম ভকত নাহিকে একোজন।
তেন্তে বীৰ শয়নত কৰিছে শয়ন॥
পহৰিয়া গণ দিয়া আছে যুধিষ্ঠিৰ।
হৃদয়ত কৃষ্ণক চিন্তন্ত বীৰবৰ॥
অন্ন জল এৰিলেক ভোগ মনুষ্যৰ।
হৃদয়ত দেখা দেন্ত প্ৰভু দামোদৰ॥
ব্ৰহ্মানন্দ সুখে মজি থাকে গঙ্গাসুত।
শৰীৰৰ যত দুখ নকৰে ইঙ্গিত॥
কৃষ্ণ যুধিষ্ঠিৰ ধনঞ্জয় বলী আৰ।
ভীমসেন সমে দুই মাদ্ৰীৰ কুমাৰ॥
এসম্বে সহিতে প্ৰতি দিনে যান্ত চলি।
ভীষ্মৰ চৰণে যাই কৰন্ত সেৱলি॥
কৃষ্ণে সমে মাটিত চৌপাশে থাকে বসি।
যুধিষ্ঠিৰে ৰাজ নিতি পোছন্ত হৰিষি॥

সেহিতো সম্বাদ ইতো পৰম পৱিত্ৰ।
বিশেষ বৈষ্ণৱৰ ইতো উত্তম চৰিত্ৰ॥
ইহাৰ প্ৰবেশ ভৈল যিজনৰ মতি।
কলুশ গুচিয়া সিতো শুদ্ধ ভৈল আতি॥
পঢ়ে বা পঢ়ায়ে ইতো শুনে যত্ন কৰি।
পুৰুষ উদ্ধাৰি যাই আপুনি নিস্তৰি॥
স্মৰে যিতো মহাভাৰতক একবাৰ।
আজন্ম প্ৰভৃতি পাপ থাকয় তাহাৰ॥
স্মৰণে মাত্ৰকে সৰ্ব্ব পাপৰ নিৰ্য্যান।
শুখান তৃণক বহ্নি দহে যেন ঠান॥
মহাপূণ্য পদ ইতো মহাভাৰতৰ।
শ্ৰৱণে পলায় পাপ নিশেষ জন্মৰ॥
হেন জানি যতনে শুনিয়ো কৰ্ণ ভৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি॥

---

# পিথুৰাম দ্বিজ।

## আত্ম পৰিচয়।

জয় যুক্ত প্ৰতাপবল্লভ মন্ত্ৰীবৰ।
সন্দিকৈ বংশত জন্ম গুণেৰ মন্দিৰ॥
কৃষ্ণবৰ্ণ কলেৱৰ তৰুণী মোহন।
সকলে সম্পূৰ্ণ অঙ্গ নাহি খতিখুন॥
বুদ্ধিত সাগৰ আউৰ দানে কৰ্ণ সম।
সদাই চিন্তিয়া থাকে গোবিন্দ চৰণ॥
মুনি চন্দ্ৰে সিদ্ধ চন্দ্ৰে শকে মন্ত্ৰী হৈল।
ৰণ কৰি শত্ৰু নাশি যশক ৰাখিল॥
এয়া মাল গজ মাল সবে গুচিছিল।
আপুনাৰ বুদ্ধি বলে সবাকে কৰিল॥
ছত্ৰাকাৰে তিনি গোটা মঠ কৰিলন্ত।
শিৱ দুৰ্গা জনাৰ্দ্দন মূৰ্ত্তি থাপিলন্ত॥
শাস্ত্ৰে কহিয়াছে যত দানৰ বিধান।
সাঞ্চিত নকৰি ধন থাকে কৰি দান॥
বিশ্বনাথ সীমা কৰি মানহ প্ৰৰ্য্যন্ত।
ধৰ্ম্ম পথে সমস্তকে পালন কৰন্ত॥
এহি মতে মন্ত্ৰীবৰ নহৈব সদাই।
তাহান কৃপাত আমি থাকি তিনি ভাই॥
ভাৰতৰ শেষ কথা ৰচিলো পয়াৰ।
দোষ দেখি বৃদ্ধজন ক্ষেমিবা আমাৰ॥
ভণে পিথুৰামে ধৰি চৰণে কৃষ্ণৰ।
বোলা ৰাম ৰাম সবে তৰিয়ো সংসাৰ॥

প্ৰাগজ্যোতিষ্পুৰত আমি থাকি অপ্ৰমাদে।
তান মনোৰথ সিদ্ধি হৌক সৰ্ব্বদাই।
সদ কৰ্ম্ম ফলাইক ব্ৰহ্মা পাদ ঠই॥
যাবত থাকয় ভূমি তাৰে যম চয়।
মোৰ আশীৰ্ব্বাদে সদা থাকোক নিচয়॥
মধু মাসে শনিবাৰে দুই ঘটি ৰাতি।
ৰাম কৰ মণিচন্দ্ৰে শকে সমাপতি॥
ভৰদ্বাজ কুলে জন্ম ধৰিয়া কলিত।
শাস্ত্ৰ চয় নাজানিয়া নভৈলো পণ্ডিত॥
কেৱলে কৃষ্ণৰ পাৱে কৰি আছো আশা।
আন একো মোৰ মনে নাহিকে ভৰষা॥
কৃষ্ণ পিতা মাতা বন্ধু জগত আধাৰ।
হেনয় কৃপালু কৃষ্ণ জগতৰে সাৰ॥
কৃষ্ণেসে ৰাখিয়া আছে সবাৰো জীৱন।
যেন বায়ু অবিহনে সবাৰো মৰণ॥
এতেকে কৃষ্ণৰ পাৱে কৰি আছো সাৰ।
সংসাৰ সাগৰে প্ৰভু কৰিবাহে পাৰ॥
ভাৰ্য্যা পুত্ৰ পৰিবাৰ নাহিকে বিস্তৰ।
দুই গুটি ভাই আছে সঙ্গত তোমাৰ॥
মোত পৰে দুখী নাহি এই পৃথিবীত।
ওৰেষা ক্ষেত্ৰক মোক নিয়া অচিৰতে।
এহি বাঞ্ছা কৰি আছো তব চৰণতে॥
দ্বিজ পিথুৰামে বোলে মোৰ এহি কাম।
দেশবাসী সকলৰ হৌক ৰাম ৰাম॥

## মহাভাৰত—মূষল পৰ্ব্ব।

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কৃষ্ণৰ বচন শুনি প্ৰণামি ধনঞ্জয়॥
পঞ্চাৰ্ব্বুদ চাৰি কোটি যাদব যুবত।
ধন ৰত্ন লৈয়া যাত্ৰা কৰিলা সমস্ত॥

গৃহত ৰহিল বাল্য বৃদ্ধ নাৰী যত।
কৃষ্ণ বলভদ্ৰ দুই লড়িলা লগত ॥
নৌকাত চড়িয়া পাছে ভৈলন্ত নিশেষ।
দূত পাঞ্চি আনিলন্ত ব্ৰাহ্মণ বিশেষ ॥
স্নান দান কৰিলন্ত বিধিৰে বিধানে।
মন পূৰি ব্ৰাহ্মণক দিলা নানা দানে ॥
হয় হস্তী ৰথ ছত্ৰ অলঙ্কাৰে মণ্ডি।
ধেনু ভূমি দিলন্ত দুৰ্গতি যাউক খণ্ডি ॥
দান অবসান হৈয়া যাদব সমস্ত।
বসিলা সমাজ পাতি সবেয়ো তীৰত ॥
সুন্দৰ শৰীৰ দেখি বাহু বক্ষস্থল।
সবাৰো প্ৰকাশে মুখ চন্দ্ৰৰ মণ্ডল ॥
কালে চাপিলেক পাছে লুপ্ত ভৈলা জ্ঞান।
মধুময় সুৰাক কৰিলা সবে পান ॥
আয়ু জ্ঞান হৰিলন্ত কৃষ্ণে সেহি কালে।
বিজ্ঞান বিশ্ৰুতি সবে ভৈলন্ত বিহ্বল ॥
ঢলো পৰো কৰে যেই যাকে তাকে বোলে।
অন্যো অন্যে বোলাবুলি উঠিলে কোঢ়াল ॥
কৃষ্ণে আৰোপি মাজে সবাৰে গাৱত।
সবাকে সবেয়ো বোলে কৰিবোহোঁ হত ॥
কতো বোলে তোক আজি নিবো যমঘৰ।
কতো বোলে তোৰ আজি ছেদিবোহো শিৰ ॥
কতো জনে চক্ষু পকাই বোলে থাক থাক।
কতো কতো জনে বোলে কোনে ৰাখে তোক ॥
এহি বুলি বীৰ কাচে কাচিলা তেখনে।
ৰথত চৰিয়া সাজিলন্ত ধনুৰ্গুণ ॥
কামদেৱ সমে যুদ্ধ লাগিলা দেৱৰ।
সুমিত্ৰা সুৰথে দুই কৰন্ত সমৰ ॥
অক্ৰুৰ সহিতে কৃষ্ণে কৰন্ত সমৰ।
লাগিলন্ত সাত্যকি অনিৰুদ্ধৰ সমৰ ॥

সাৰণে সুসেনে আৰো কৰন্ত যে ৰণ।
সত্ৰাজিতে সমে ভানু প্ৰহাৰন্ত বাণ ॥
এহি মতে পঞ্চাৰ্ব্বুদ আৰো চাৰি কোটি।
হুয়া বিমোহিত সবে যুজে জুলি বাটি ॥
অবিছেদে নিৰন্তৰে শৰ বৰিষয়।
বাৰিষা কালৰ যেন মহা মেঘ চয় ॥
প্ৰহাৰন্তে শৰ সব শূন্য ভৈল টোন।
তবে খড়্গ চৰ্ম্ম ধৰি কৰে ঘোৰ ৰণ ॥
খড়্গ চৰ্ম্ম যুদ্ধ মানে কৰিলন্ত ভদা।
সিয়ো নাম ভৈলা পাছে লৈলা ঘোৰ গদা ॥
গদাৰ উপৰ গদা পৰে ঠাতে ঠাত।
কতো কতো কোব গৈয়া পৰে শৰীৰত ॥
এহি মতে গদা যুদ্ধ কৰিলা ডাঙ্গৰ।
খণ্ড খণ্ড হৈয়া গদা পৰিলা সবাৰে ॥
অস্ত্ৰ নাহি কমৰ চান্ত আগ পাছ।
ঘোৰ ব্ৰহ্মশাপ আসি চাপিলেক কাষ ॥
দেখে সমিপতে আছে গজিয়া মাতুৰি।
মত্ৰোবন গণ গৈয়া লৈলন্ত উভাৰি ॥
পৰম ক্ৰোধত আতি মহা সভায়ে।
মাতুৰি ধৰিয়া দুই দুইহাঙ্কো কোবাৰে ॥
শৰীৰত পৰে যেন ব্ৰজৰ সন্ধানে।
ৰাম কৃষ্ণ বুলি যদুগণে ছাৰে প্ৰাণ ॥
এহি মতে যদু বীৰ মৰিল বিস্তৰ।
কৃষ্ণক চাহিয়া বলো দিলন্ত উত্তৰ ॥
আগতে সবেয়ো মৰে কিবা অছা চাই।
পাষাণ সদৃশ দেখো তোমাসাৰ হিয়া ॥
চলা তুমি আমি যাই ভাঙ্গোহো কন্দল।
যিবা কিছো শেষ আছে ৰহোক সকল ॥
জেষ্ঠৰ বচন শুনি প্ৰভু ভগৱন্ত।
দুই ভাই পশিলন্ত সবাৰো মধ্যত ॥

হে যদু বংশ সব কি কাম কৰাহা।
কন্দল কৰিয়া দেখো যম ঘৰে যাহা॥
এভো প্ৰতি প্ৰতি বোলো শুনিয়ো বচন।
বংশৰ মধ্যত সবে এৰিয়োক ৰণ॥
বলোভদ্ৰে বোলে হেৰা অক্ৰূৰ খুৰাই।
বংশৰ মধ্যত তুমি শ্ৰেষ্ঠ সমুদাই॥
কেনে যুদ্ধ কৰা দেখো ভিন্ন পৰ নাই।
মোহোৰ শপত ৰণ এৰিয়ো সদয়॥
হেন শুনি ক্ৰুদ্ধ বৰ উঠিলা সবৰে।
ৰাম মাধৱক বোলে সবে বেঢ়ি মাৰ॥
ইহাঙ্ক মাৰিয়া আজি নিবো যম ঘৰ।
আমাক ভৰ্ৎসিয়া দুয়ো দেখাৱন্ত বীৰ॥
এহি বুলি ধৰিলন্ত দুহাঙ্কো বেঢ়িয়া।
কৃষ্ণ বলোভদ্ৰে পাছে ক্ৰোধযুক্ত ভৈলা॥
মাদুৰি হানিয়া দুয়ো কোবাইবে লাগিলা।
গিৰিস গিৰিস কৰি ভূমিত পৰিলা॥
কৃষ্ণে মাৰিলন্ত বীৰ পঞ্চদশ শত।
সহস্ৰেক মানে বলো কৰিলন্ত হত॥
পঞ্চাৰ্ব্বুদ তিনি শত কোটি নৱম নিযুত।
নৱলক্ষ মানে আৰো নৱ যে অযুত॥
সমস্ত সহস্ৰৰোধিক পঞ্চ শত।
মৰামৰি কৰি সমৰত ভৈলা হত॥
জনেকো নৰৈইলা কেহো মৰিলা সমূলে।
ৰাম কৃষ্ণ দুই ভাই ৰহিল কেৱলে॥
বংশৰ নিৰ্জ্জান দেখি বলোৰ বিষাদ।
বোলন্ত মনত জানে কৃষ্ণৰ কপট॥
সাগৰ সঙ্গমে ইতো বংশ যে আমাৰ।
কালৰ হাতত সব ভৈলা ছাৰখাৰ॥
যদুবংশ নাম আজি হৈলন্ত নিসঞ্চ।
পিণ্ডক জলক লাগি নথাকিল সঞ্চ॥

শূন্য দ্বাৰকাত আমি কি কৰিবো যাই।
তনু ত্যাগ কৰি যাইবো আপুনাৰ ঠাই॥
এহি বুলি বলোদেৱ নাথাকিল ৰই।
পদ্মাসন কৰি তীৰে বসিলন্ত গই॥
ব্ৰহ্মত সমাধি পাছে ধৰিলন্ত ধ্যান।
শুক্ল সৰ্পে ৰূপে গৈলা আপোনাৰ স্থান॥
ৰোহিনী তনয়ে যেবে গৈল নিজ ঠাই।
একেশ্বৰ হৈলা কৃষ্ণ নাহিকে সহাই॥
বলোৰ শৰক পাছে ধৰি আঙ্কোৱালি।
কৰন্ত ক্ৰন্দন শোকে প্ৰভু বনমালী॥
হৰি হৰি প্ৰাণ ভাই কি ভৈল বিলাই।
ৰোহিনী মাৱত গৈয়া কিবা কবো যাই॥
বৃষ্ণি বংশে অৱতাৰ হৈলো দুই ভাই।
কৃষ্ণ বলভদ্ৰ নাম ঘোষে সৰ্ব্বজন॥
কংস ভয়ে নন্দ গৃহে পিতৃ থৈলা নিয়া।
ধেনু চাৰিলোহো বনে গোপগণ লৈয়া॥
তোমাৰ সমান ভাই আৰ কৈত পাইবো।
দ্বাৰকা পুৰিত কাক চাহিয়া থাকিবো॥
এহি বুলি কৃষ্ণে পাছে কৰিলা গমন।
লাসে লাসে গৈয়া প্ৰবেশিলা ঘোৰবন॥
শিশু অশ্বথ্থ বসিলন্ত আউজিয়া।
দক্ষিণ উৰুত বাম চৰণক থৈয়া॥
সেহি সময়ত ব্যাধ বনত ফুৰন্ত।
মৃগৰ আকাৰ পদ কৃষ্ণৰ দেখন্ত॥
শুতি আছে মৃগ বুলি তুলি লৈলা শৰ।
লক্ষ কৰি প্ৰহাৰিলা আতি দৃঢ়তৰ॥
ভেদিলন্ত গৈয়া পাছে পাৱত প্ৰভুৰ।
লাগিল জানিয়া ব্যাধ চাপিয়া ওচৰ॥
দেখে শৰ লাগি আছে কৃষ্ণৰ পাৱত।
মৰিলো মৰিলো বুলি পৰিলে ভূমিত॥

তোমাক কৰিলো দ্রোহ ত্রিজগত নাথ।
চাহিবে নালাগে আৰ কাট মোক নাথ॥
হেন শুনি হাসি হৰি বুলিলা বচন।
কিঞ্চিতেকো ভয় তই নকৰিবি মনে॥
বালি সুত অঙ্গদ আছিলি দাপৰতে।
পিতৃ বধি মাৰো বুলি খুজি লৈলি বৰে॥
অত্যাপিয়ো ৰাখিলিহি সাপ ব্রহ্মণৰ।
মনুষ্য শৰীৰে তই চল স্বৰ্গপুৰ॥
এতেকে বোলন্তে আসি নামিলা বিমান।
ৰত্নৰ দীপিতি জ্বলে সূর্য্যৰ সমান॥
প্রদক্ষিণ কৰি ব্যাধ দণ্ডৱতে পৰি।
বিমানে চৰিয়া স্বৰ্গপুৰে গৈলা চৰি॥
আছন্ত জগত নাথ ব্যাধক পঠাই।
কোটি চন্দ্র সূর্য্য সম ধৰি নিজ কাই॥
চক্র আদি কৰি অস্ত্র সবে মূর্ত্তি ধৰি।
কৃতাঞ্জলি কৰি আছে চৌপাশে আবৰি॥
সেহি সময়ত গৈয়া দেখিলা উদ্ধৱে।
আশা মামা বুলি মাতিলন্ত কৃষ্ণদেৱে॥
কৃষ্ণৰ চৰণ গৈয়া উদ্ধৱে ধৰিলা।
চৰণত মাথা থৈয়া কান্দিবে লাগিলা॥
উদ্ধৱক চাই কৃষ্ণে বুলিলা বচন।
মোহোক লাগিয়া তুমি নকৰা ক্রন্দন॥
তুমি আমি দুয়ো যদি এৰো এই থান।
সবে অনাচাৰী হৈব গুচিবেক জ্ঞান॥
বদৰিকাশ্রমে হেৰা চলিয়োক তুমি।
নাৰদক তযু স্থানে পাচি দিবো আমি॥
উদ্ধৱক প্রবোধিয়া আছন্ত কেশৱ।
সেহি সময়ত গৈলা ঋষি যে মৈত্রেয়॥
মৈত্রেয়ক চাহি বুলিলন্ত কৃপাময়।
বিদুৰক নেদেখিলো এহি যে সময়॥

এহি বুলি মৌদ্ৰব্ৰত কৈলা মহাজ্ঞান চয়।
বিদুৰত কৈবা বুলি দিলন্ত বিদাই ॥
সেহি সময়ত পাছে উদ্ধৱযে উঠি।
এৰিবে খোজন্তে যেন প্ৰাণ যাই ফুটি ॥
দেখিবাক লাগি মনে বৈকুণ্ঠ পয়ান।
তুৰ হুয়া ৰহিলা লভিলা নিজ জ্ঞান ॥
অনন্তৰে পুণ্য কথা ৰথ সাৰথিৰ।
ৰথ এৰি গৈল কৃষ্ণ অৰণ্য ভিতৰে ॥
কৃষ্ণক নেদেখি পাছে অৰ্চ্চিত দাৰুক।
হা প্ৰাণনাথ কেনে এৰিলা আমাক ॥
ৰথ সমন্বিতে শোকে ফুৰন্ত বিচাৰি।
শিশু অশ্বত্থৰ তলে দেখিলা মুৰাৰি ॥
শৰ পাট বিন্ধি আছে পাৱত প্ৰভুক।
ৰথ হন্তে নামি পাৱে পৰিলা দাৰুক ॥
সেহি সময়ত ৰথ গৈলন্ত উৰ্দ্ধক।
দেখি সাৰথিৰ ডৰে কম্পিলন্ত বুক ॥
মনত বোলন্ত মোক এৰিলা দাৰুক।
এহি হেতু তোমাৰ ৰথ গৈলা নিজ ঠাৱে।
এহি বুলি মকমকি কৰন্ত ক্ৰন্দন।
লোতকে তিন্তিলে যাই কৃষ্ণৰ চৰণ ॥
দাৰুকক চাই হৰি বুলিলা বচন।
দ্বাৰকাক লাগি শীঘ্ৰে কৰিয়ো গমন ॥
মই এৰিবাক জানি বুৰাইবে সাগৰ।
বাল্য বৃদ্ধ বিধবাক কৰাগৈই পাৰ ॥
কহিবা সকলে বাৰ্ত্তা সখি অৰ্জ্জুনত।
দেখিবে নপাইলো মই এহি সময়ত ॥
কিমতে বঞ্চিবে সখি হুয়া একেশ্বৰ।
তাহাঙ্ক লাগিয়া মোৰ পোড়ে কলেৱৰ ॥
পূৰ্ব্বৰ সমান গৰ্ব্ব একো নকৰিবা।
কালক আপখি মনে নিয়মে ৰহিবা ॥

বাল্য বৃদ্ধ বিধবাক দিবা তেনে হাতে।
ইন্দ্রপ্রস্থে নিয়া থৈবে সবে ভাল মতে ॥
এহি বুলি কৃষ্ণদেৱে নিজমে ৰহিলা।
কান্দি কান্দি দারুকেৰো বিদায় কৰিলা ॥
সেহি সময়ত আসিলন্ত দেৱগণ।
আকাশ জুৰিয়া আসে সবাৰে বিমানে ॥
সবেয়ো বোলন্ত প্রভু আসা মোৰ স্থানে।
সবাৰে জানিয়া মন স্থান নাৰায়ণ ॥
মহাজ্যোতিময় ৰূপ তেখনে ধৰিলা।
চক্ষু ফুটে বুলি দেৱে মুদিয়া ৰহিলা ॥
সেহি কালে গৈলা কৃষ্ণ স্থানে আপোনাৰ।
গোলোক বাসিৰ ভৈলা আনন্দ অপাৰ ॥
ৰত্ন সিংহাসনে কৃষ্ণ বসিলন্ত গৈয়া।
নিজ গণ ভৃত্য ৰঙ্গে ৰহিলা বেঢ়িয়া ॥
নানাবিধ দ্রব্য ৰাধা পূজিলা বিশেষ।
স্বামী সেৱা কৰি থাকিলন্ত বাম কৰে ॥
পুছে জন্মিজয় ৰাজা মুনিত বিনতি।
প্রপিতামহৰ মোৰ ভৈলা কেন গতি ॥
তীর্থ কৰিবাক লাগি পাঞ্চিলন্ত দামোদৰ।
কোন স্থানে কিবা তীর্থ কৰিলন্ত বীৰ ॥
কৈতনো পাইলন্ত বাৰ্ত্তা পয়ান প্রভুৰ।
সব শেষ কৈয়ো কথা নিৰন্তৰ ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কৃষ্ণত বিদাই কৰি বীৰ ধনঞ্জয় ॥
হৰিদ্বাৰে গমন কৰিল বীৰবৰ।
স্নান দান কৰিলন্ত বিধি ব্যৱহাৰ ॥
গণ্ডকী তীর্থক গৈলা তাত অনন্তৰে।
শালগ্রাম ৰূপে হৰি থাকে নিৰন্তৰে ॥
তাত স্নান কৰি পাছে কৰিলা গমন।
প্রয়াগ তীর্থক গৈয়া পাইলা কতো দিন ॥

গঙ্গা যমুনাৰ তাত সঙ্গম বিশেষ।
দেখি অৰ্জ্জুনৰ ভৈলা মনত হৰিষ ॥
বিদ্যাপতি নামে এক দেখিলা ব্ৰাহ্মণ।
শিষ্য সকলৰ আগে কহে ভাৰত পুৰাণ ॥
হেন দেখি অৰ্জ্জুনৰ উল্লসিত মন।
স্নান কৰি গৈলা সেহি ব্ৰাহ্মণৰ স্থান ॥
সুন্দৰ শৰীৰ শ্যাম বৰ্ণ কলেৱৰ।
অতি নব যুবত দেখিতে মনোহৰ ॥
উৰু কৰি কৰ সম ভুজ দুইখান।
বহল হৃদয় কৃষ কটি যে সুঠান ॥
সদৃশ নয়ন মুখ চন্দ্ৰমাৰ কান্তি।
নিবিৰে দশন যেন মুকুতাৰে পান্তি ॥
কৃষ্ণৰ সমান ৰূপ দেখিয়া সম্প্ৰতি।
কৃতাঞ্জলি কৰিয়া পুছিলা বিদ্যাপতি ॥
কৃষ্ণ ধনঞ্জয় তোৰা নৰ নাৰায়ণ।
একেশ্বৰে আসিলাহা কেনে মোৰ স্থান ॥
এহি বুলি দিয়াইলন্ত বিচিত্ৰ আসন।
গৌৰৱ কৰিল তাতে বসিলা অৰ্জ্জুন ॥
ধনঞ্জয়ে বোলে গুৰু কথা শুনিয়োক।
কৃষ্ণ আজ্ঞা শিৰে ধৰি আসিলো তীৰ্থক ॥
তিনিয়ো লোকত দুষ্ট আছিলেক যত।
সমৰে মাৰিয়া তাক কৰিলোহো হত ॥
জীৱ বধ পাপ মোৰ লাগিলা শৰীৰে।
কেনে দ্ৰোহ নাশ কৰে কহিয়ো সত্বৰে ॥
ব্ৰাহ্মণ বদতি শুনা নৰ কৃপাময়।
ইসব পাপক লাগি নকৰা সংশয় ॥
এহি হেতু তোমা দুই ভৈলা অৱতাৰ।
পুছিলা যি সব ফল কথা কহো প্ৰয়াগৰ ॥
কনৌজ পুৰত এক ব্ৰাহ্মণ আছিল।
জন্ত্ৰতন্ত্ৰ হোম তান বিষ্ণু ভজাইল ॥

ডাঙৰ দীঘল জড়ী বৃক্ষ আছে কাষে।
এক গোট যক্ষ সদা থাকে সেহি গছে॥
নানা দ্ৰব্য দিয়া পূজা কৰে সেহি ঠাই।
বোলে মোক দেখা দিয়া বৃক্ষৰ ওলাই॥
উদৰ পুৰিয়া ভুঞ্জি তুষ্ট ভৈলা যক্ষ।
ব্ৰাহ্মণৰ আগে পাছে ভৈলন্ত প্ৰত্যক্ষ॥
দেখি আনন্দিত ভৈলন্ত অপাৰ।
দৰিদ্ৰতা দুখ দূৰ কৰিয়োে আমাৰ॥
যক্ষে বোলে ভদ্ৰতনু বচনে তোমাৰ।
এহি বৃক্ষ মূলে ধন দিলো বহুতৰ॥
যত মানে লাগে তই নিয়োে মন পূৰি।
মোহোক নিতান্তে পূজিবিহি ভাল কৰি॥
এহি মতে যক্ষ বহু ধনক দিলন্ত।
ধন পায়া ব্ৰাহ্মণৰ সম্পত্তি ভৈলন্ত॥
যক্ষ ব্যতিৰেকে আৰো নাজানন্ত আন।
কাল ক্ৰমে আয়ু যত গুচিলন্ত তান॥
মৰণক লাগি আছে অল্পমাত্ৰ দিন।
ব্ৰাহ্মণক যক্ষে চাই বুলিলা বচন॥
মোক এৰি ভজ তই বিষ্ণু দেৱতাক।
ব্ৰাহ্মণ বোলয় কেনে বুলিলা আমাক॥
তোমাৰ প্ৰসাদে সুখ লভিলো বহুত।
এবে এৰিবোহো কেনে মৰণ কালত॥
পুনু পুনু বুলিলন্ত যক্ষেয়ো বুজাই।
তথাপিতো ব্ৰাহ্মণৰ মতি নিফিৰই॥
মনত ভাবিয়া যক্ষে কৰিলন্ত সাৰ।
প্ৰয়াগত পৰে গতি নাহিকয় আৰ॥
ভদ্ৰতনু লয়ে যদি বচন আমাৰ।
তাহান সঙ্গত আমি পাৰো তৰিবাৰ॥
প্ৰয়াগ তীৰ্থত যদি মৰিবাক পাৰো॥

এহি বুলি যক্ষে পাছে ব্ৰাহ্মণক চাই ।
মোহোৰ বচন তই নেৰিবি সদাই ॥
ভদ্ৰতনু বোলে কেনে বুলিলা ইহাক ।
মৰিলেয়ো নেৰিবোহো তোমাৰ আজ্ঞাক ॥
শুনিয়া যক্ষৰ বৰ আনন্দিত মন ।
পুনুৰপি ব্ৰাহ্মণক বুলিলা বচন ॥
এহি থানে আসি কালি বৃষভ দেখিবি ।
মোৰ আজ্ঞা কৰ যদি তাহাতে উঠিবি ॥
কদাচিতো নানামিবি তাহাৰ উপৰ ।
কাহাতো নকবি ইতো ইসব কথন ॥
এহি বোলা বুলি কৰি ৰহিলা সিদিন ।
প্ৰভাততে উঠি গৈলা ব্ৰাহ্মণ নিজ স্থানে ।
বৃষ ৰূপে ৰহি আছে যক্ষেয়ো আপোনে ॥
দেখে বৃষভ এক আছে পৰম সুন্দৰ ।
লাফ দিয়া উঠিলেক তাহাৰ উপৰ ॥
ব্ৰাহ্মণক লৈয়া যক্ষে দিলেক লৰৰ ।
দণ্ডেক ভিতৰে পাইলা পাৰ প্ৰয়াগৰ ॥
গহিন জলক চাই দিলা জাম্প মাৰি ।
তনু ত্যাগ ভৈলা দুইৰো প্ৰয়াগত পৰি ॥
অক্ষয় স্বৰ্গৰ হন্তে বিমান আসিলা ।
দিব্য ৰূপ ধৰি দুই তাহাতে উঠিলা ॥
ততকালে গৈয়া স্বৰ্গপুৰে প্ৰবেশিলা ।
নানা ভোগ ভুঞ্জি দুই তাহাতে ৰহিলা ॥
শুনা ধনঞ্জয় বাপু প্ৰয়াগৰ ফল ।
পৰ্শ মাত্ৰে ভস্ম কৰে পাতক সকল ॥
দেখা যক্ষে শৰীৰকো কৰিলা উদ্ধাৰ ।
ব্ৰাহ্মণ আছিল দেখা সেৱক যক্ষৰ ॥
ইসবো তৰিয়া আছে প্ৰভাৱে তীৰ্থৰ ।
কোন ক্ষুদ্ৰ ইটো আৰু পাতেক তোমাৰ ।
বিশেষত ভাৰ তুমি হৰিলা ভূমিৰ ॥

সমৰে কৰিলা হতবুদ্ধি ক্ষত্ৰিয়ৰ।
তথাপিতো কৃষ্ণ বাক্য কৰিবাক লাগে।
দিনা ছয় প্ৰাতস্নান কৰিয়ো প্ৰয়াগে॥
হেন শুনি বচন বুলিলা ধনঞ্জয়।
তোমাসাৰ বাক্য আমি কৰিতে লাগয়॥
প্ৰয়াগত স্নান কৰি তোমাৰ স্থানত।
নিতে নিতে শুনিবোহো পুৰাণ ভাৰত॥
শুনি বিদ্যাপতি শিষ্য সমুহক চাই।
আক্ষ লাগি হেলা নকৰিবা কোনো যেন॥
যদু বংশে যেহি কৃষ্ণ সেহি নাৰায়ণ।
কুৰু কুলে নৰ ৰূপি এহি ধনঞ্জয়॥
তোমাৰা সবত আমি কহিলো নিচয়।
আচাৰ্য্যৰ বাণী শুনি শিষ্য নিৰন্তৰ।
ৰহিবাৰ থান কৰি দিলন্ত সুন্দৰ॥
অৰ্জ্জুন থাকিয়া তাতে লভিয়া সন্মান।
অৰুণদেৱো গৈয়া কৰে প্ৰাতসতে স্নান॥
তাত অনন্তৰে পাছে বসন্ত সভাত।
ব্ৰাহ্মণৰ মুখে নিতে শুনন্ত ভাৰত॥
আপুনাৰ গুণ যত শুনিয়া শাস্ত্ৰত।
শ্ৰদ্ধা বাঢ়ি যাই সদা তাহান মুখত॥
এহিমতে ধনঞ্জয় তথাতে আছয়।
কৃষ্ণ সমে এৰাএৰি ভৈলা মাস ছয়॥
এত হন্তে বিমঙ্গল মিলিলা তাহাৰ।
বাম অঙ্গ বাম বাহু ফন্দে নিৰন্তৰ॥
আৰু এক নিশা স্বপ্ন দেখিলন্ত বীৰ।
যদু বংশ সমস্তেয়ো হুয়া দিগম্বৰ॥
ওৰকুসুমৰ মালা সবাৰো মাথাত।
দক্ষিণ দিশক যাই মহিষ বাহনত॥
কৃষ্ণ বলভদ্ৰ দুইকো তাহাতে দেখিলা।
চেতন লভিয়া পাছে বৰ ভয় পাইলা॥

স্নান কৰি গৈলা পাছে ব্ৰাহ্মণৰ সঙ্গ।
দুঃস্বপ্ন দেখিয়া মনে নাহিকয় ৰঙ্গ॥
অৰ্জ্জুন বদতি শুনা ব্ৰাহ্মণ সকল।
আজি নিশাভাগে আমি দেখিলো সোপন॥
বস্ত্ৰ নাহিকয় গাৱে যাদৱ সবৰ।
মাথাত পিন্ধিছে মালা ওৰকুসুমৰ।
মহিষ যানত উঠি দক্ষিণক যাই।
মোৰ প্ৰাণ কৃষ্ণক দেখিলো সেহি ঠাই॥
আৰু এটা কথা আবে নুহিকয় ভাল।
নিৰন্তৰে ফন্দে দেখো মোৰ বাম ফাল।
ভাল মন্দ কহা গুৰু চিন্ত নোহে থিৰ।
জীৱন ধিক্কাৰ মোৰ বিয়োগে কৃষ্ণৰ॥
হেন শুনি বিদ্যাপতি বুলিলা বচন।
ভাল নুহিকয় ইতো কহয়ে উচন॥
দ্বাৰকা নগৰে তুমি চলিয়োক দ্ৰুতে।
শুভাশুভ কাৰ্য্য মানে দেখিবা সাম্প্ৰতে॥
শুনি ধনঞ্জয় উঠি প্ৰণাম কৰিলা।
দ্বাৰকাক চমুকৰি পথক ধৰিলা॥
পথতে যাহন্তে তান পৰিল মনত।
কৃষ্ণে বুলিলন্ত পূৰ্ব্বে দেৱতা সকলে॥
ছয়মাস অন্তে যাইবো আপোন নিলয়।
আগ বাঢ়িবাক লাগি আসিবো নিশ্চয়॥
মোক বুলিয়াছে কৃষ্ণে দুনাই দুনাই।
বিলম্ব নকৰি সখি আসা গৈই যাই॥
তথাপিতো কিয় মই বিলম্ব কৰিলো।
কৃষ্ণে এৰি গৈলে যদি জীৱন্তে মৰিলো॥
এহি আলোচিয়া মনে যান্ত শোক কৰি।
সমিপক পাইলা গৈয়া দ্বাৰকা নগৰি॥
কতেখনে বীৰবৰ চাপিল ওচৰ।
দ্বাৰে ৰহিয়াছে দেখে নাৰী নিৰন্তৰ॥

দেখি অৰ্জ্জুনক সবে অকুলিত হৈয়া।
আসিল বুলিয়া কৃষ্ণ ধৰিল বেঢ়িয়া ॥
কৃষ্ণ মুহিকয় পাছে অৰ্জ্জুনক জানি।
কহিবে লাগিলা পাছে সকলে কাহিনি ॥
কামদেৱ আদি কৰি কুমৰ সকলে।
গৰ্ভৱতী নাৰী কৰি ঋষিত পুছিলে ॥
ভাগুনাক জানি তাসম্বাৰ ক্ৰোধানল।
হৈবে মূষলেক তোমাসাৰ যমকাল ॥
ঘোৰ ব্ৰহ্মসাপ পাছে তেখনে লাগিল।
বসন গুচায়া তান সবেয়ো দেখিল ॥
কৃষ্ণত নুশুধি দিলা ৰাজাৰ আগত।
গুড়ি কৰি ৰাজা তাক খেপিলা জলত ॥
পুৰে অদভুত পাছে ভৈলন্ত বহুত।
তাক দেখি সবে যাই কহিলা কৃষ্ণত ॥
কৃষ্ণে বোলে চল সবে প্ৰভাসক যাওঁ।
ঘোৰ ব্ৰহ্মসাপ ইতো তেবেসে এৰাওঁ ॥
প্ৰভুৰ বচনে সৱে ধন ৰত্ন লৈই।
কৃষ্ণ বলভদ্ৰ দুই লগে আছে গৈই ॥
ভাল মন্দ বাৰ্ত্তা আজি নপাইলোহো আমি।
কিবা জানাস যদি কহিয়োক তুমি ॥
হেন শুনি অৰ্জ্জুনৰ পৰিল মনত।
কৃষ্ণে কহি আছে তীৰ্থ যাত্ৰা সময়ত ॥
মায়া বলে কৰিবোহো বংশক সংহাৰ।
এহি ভাৰ হৰিবাক নালাগে তোমাৰ ॥
নিশ্চয়ে জানিলো আবে প্ৰভুৰ আশয়।
বংশক সংহৰি গৈলা গোলোক নিলয় ॥
জানি ধনঞ্জয়ে কাকো উত্তৰ নেদিলা।
যমক দেখিয়া তথা নিধালে পৰিলা ॥
দেখি কন্যা সকলেয়ো বিস্ময় দেখিলা।
কিবাহেতু কৃষ্ণ সখি বিমুৰ্চ্ছিত ভৈলা ॥

প্রভুৰ নির্য্যান বার্ত্তা কৈত বা শুনিলা।
কহিবে খোজন্তে জানো চেতন হৰিলা ॥
এহি বোলাবুলি কৰি কান্দিবে লাগিলা।
যিবা যৈত আছিলেক চাপিয়া আসিলা ॥
কতো বার্ত্তা শোধে কতো ধাকুৰন্ত হিয়া।
দাৰুক প্রবেশ তথা কৃষ্ণ বার্ত্তা লৈয়া ॥
দেখে নাৰীগণে কান্দে চৌপাশে আবৰি।
মৃতকৰ বেশে আছে ধনঞ্জয় পৰি ॥
দেখি দাৰুকৰ শোক জ্বলিলা দুগুণ।
কৃষ্ণৰ শৰীৰ জানো এহিতো অর্জ্জুন ॥
হাহা ধনঞ্জয় বাপ তয়ো যাস এৰি।
বাল্য বৃদ্ধ বিধবাক অনাথিতি কৰি ॥
এহি বুলি আর্ত্তৰাৱে কৰন্ত ক্রন্দন।
পার্থ পাৱে ধৰি পৰি হৰিল চেতন ॥
দেখিয়া সবাৰো পাছে ধাতু উৰি গৈলা।
ভাল মুহিকয় বুলি কান্দিবে লাগিলা ॥
লাজ কায মর্য্যদাকো এৰি সব জন।
শোক প্রজ্বলিত গাৱে নাহিকে চেতন ॥
কতো বেলি ধনঞ্জয়ে পৰিয়া আছিলা।
হা প্রাণ কৃষ্ণ বুলি নয়ন মেলিলা ॥
দেখি পাৱে ধৰি পৰি আচন্ত দাৰুক।
বিশ্রুতি বিজ্ঞান হৈয়া পুনু মুদিলেক ॥
সেহি বেলা চেতনক লভিলা সাৰথি।
অর্জ্জুনক মাতে ধীৰে বার্ত্তা কৈবে প্রতি ॥
উঠা উঠা বুলি তাঙ্ক ধৰিলেক তুলি।
কৃষ্ণ সূর্য্য অস্ত গৈলা মৰিলো সমুলি ॥
তোমাক বুলিলে কৃষ্ণে সেহি সময়ত।
দেখিবে নাপাইলো তাঙ্ক অন্তিম কালত ॥
শুনি অর্জ্জুনৰ গাৱে শোকাগ্নি লাগিলা।
হিয়ে মুষ্টি হানি ঢলি ভূমিত পৰিলা ॥

দাৰুকে দেখন্ত গাৱে তত্ত্ব নাহিকয়।
মাথে জল দিয়া কিছুমানে যে বিঞ্চয় ॥
যেনে তেনে কৰি উঠিলা অৰ্জ্জুন।
সাৰথিক চাই কান্দি বুলিলা বচন॥
কেনমতে বংশ নাশ কৰিলেক হৰি।
মোক কাক দিয়া গৈলা আপোন নগৰি ॥
তুমিবা নগৈলা কেনে প্ৰভুৰ লগত।
বাৰ্ত্তা কহিবাক কিবা পাঞ্চিল আমাত॥
কান্দি কান্দি দাৰুকেও কহিবে লাগিলা।
যদু বংশি বীৰ মানে প্ৰভাসক নিলা ॥
স্নান দান কৰিলেক বিধিৰ বিধানে।
মধুময় সুৰামানে কৰিলন্ত পান ॥
জ্ঞান নষ্ট হুয়া ক্ৰোধ উঠিল ডাঙ্গৰ।
অস্ত্ৰ শস্ত্ৰ ধৰি পাছে কৰিলা সমৰ॥
একো অস্ত্ৰ নৰহিলা কাহাৰো হাতত।
ঋষি সাপে গজি আছে মাদুৰি তাহাত॥
মূষলত গুড়ি কৰি পেলাই আছে জলে।
মাদুৰি গজিয়া ৰৈলা সেহিতে মূষলে ॥
সেহি মাদুৰিক সবে লৈলেক উভাৰি।
কোবা কোবি কৰি সবে যাই মৰি মৰি ॥
অসন্তোষ কৰি বলো কৃষ্ণক বুলিলা।
মাতি বুলি দণ্ড ভাঙ্গো শীঘ্ৰ বেগে চলা ॥
আসিয়োক দাদা বুলি তেখনে চলিলা।
দুই ভাই নানা ভাৱে বিস্তৰ বুলিলা॥
কালে গ্ৰসি আছে কথা কিছু সুশুনিল।
মাৰ মাৰ বুলি ৰাম কৃষ্ণক বুলিল ॥
ক্ৰোধকৰি দুয়ো ভাই মাদুৰি লৈলেক।
দুতয় হাজাৰ আৰু পঞ্চম শতেক ॥
মাৰিলন্ত দুয়ো পাছে পশিয়া মধ্যত।
জুলি বাটি ঘোৰা যুদ্ধ মাৰিলা সমস্ত ॥

জনেক নৰৈল বলো থাকিলন্ত দেখি।
ধাৰায়ে লোত্তক বহি যান্ত দুয়ো আখি॥
পদ্মাসন জুৰি বলো তীৰত বসিলা।
মূৰ্দ্ধাফুট কৰি তেহো নিজ থানে গৈলা॥
পাছে জেষ্ঠ ভাইক ধৰি কৰিলা বিলাপ।
বন মধ্যে বসিলন্ত জগতৰ বাপ॥
যাইবাৰ নেদেখি মই বিয়াকুল হৈলো।
বিচাৰি ফুৰন্তে বনে কৃষ্ণক দেখিলো॥
মূৰ্ত্তিধৰি অস্ত্ৰ সবে উপাসি আছন্ত।
আৰ এক পাত শৰ বিন্ধিছে পাৱত॥
ৰথ হন্তে দেও দিয়া পৰিলো পাৱত।
উৰ্দ্ধগতি হৈল পাছে সেহি সময়ত॥
মোক এৰিলন্ত কৃষ্ণ জানিলোহো মনে।
বিস্তৰ কান্দিলো ধৰি কৃষ্ণৰ চৰণে॥
পাছে আশ্বাসিয়া মোক বুলিলা বচন।
মোহোৰ বচন শুনা এৰিয়ো ক্ৰন্দন॥
চলিয়ো সাৰথি তই দ্বাৰকা নগৰে।
মোৰ অবিহনে পুৰি বুৰাইব সাগৰে॥
বাল্য বৃদ্ধ বিধবাক কৰা গৈই পাৰ।
সখি অৰ্জ্জুনত কৈবা বচন আমাৰ॥
ইন্দ্ৰপ্ৰস্থে লৈয়া যাইব কাহাকো নেৰিব।
পথত যাহন্তে কিছু বিঘিনি মিলিব॥
পূৰ্ব্বৰ সমান গৰ্ব্ব নকৰিব সখি।
কাল বুজি থকিবেক আপুনাক ৰাখি॥
এহি মতে বাৰ্ত্তা যেবে কহিলা নিশেষ।
ক্ৰন্দনৰ উৰ্ম্মি উথলিল চতুৰ দিশ॥
মুক্ষ মুক্ষ নাৰী যত আছিল সবৰে।
প্ৰভাসক লাগি কান্দি দিলেক লৱৰ॥
নিজ দাস দাসী যাই লগত কান্দিয়া।
দেখে বালি জুৰি আছে সমস্তে পৰিয়া॥

নিজ নিজ স্বামী চিনি ধৰিঁ বৰনাৰী।
অনেক বিলাপ কৰে ৰূপ গুণ স্মৰি॥
ক্রন্দন এৰিয়া সবে উপাই চিন্তিলা।
দূত সকলক চাই বচন বুলিলা॥
বিলম্ব নকৰ শীঘ্রে সাজি দিয়ো চিতা।
আম্নুগামী লগে যাইবো কিবা আছে চিন্তা॥
যজ্ঞ কাষ্ঠ দিয়া চিতা তেখনে সাজিলা।
স্বামী সকলকো লৈয়া তাহাতে উঠিলা॥
ব্রাহ্মণে কৰাইলা যত বিধি ব্যৱহাৰ।
সঙ্কল্প কৰিয়া অগ্নি লগাইলা সবাৰ॥
সাগৰৰ বালি জুৰি অগনি লাগিল।
আকাশৰ হন্তে পাছে বিমান আসিল॥
বিমানে উঠিল লগে নিজ নাৰী লৈই।
আপোনাৰ থানে থানে থাকিলন্ত গৈই॥
কৃষ্ণৰ মহিষী আৰো অষ্টম প্রধান।
প্রভুৰ বিয়োগে সবে এৰিলন্ত প্রাণ॥
ৰুক্মিনী লক্ষ্মণা আৰো কালিন্দ্রী সহিত।
ইসব প্রবেশ ভৈলা জানিবা লক্ষ্মীত॥
ভদ্রাসত্য মিত্র বিন্দা এহি তিনি গৈই।
সৰস্বতী শৰীৰত প্রবেশিলা যাই॥
সত্যভামা লয় গৈলা বসুমতী গাৱে।
জাম্বৱতী লয় গৈলা পাৰ্ব্বতীৰ ঠাৱে॥
ৰেৱতী প্রমুক্ষ কৰি ৰামৰ ৰমণী।
দাৰুকৰ মুখে কথা নিৰ্য্যানৰ শুনি॥
একাগ্র কৰিয়া মনে চিন্তিয়া চৰণ।
শৰীৰ এৰিয়া গৈলা অনন্তৰ স্থান॥
উগ্রসেন বসুদেৱ ৰোহিনী দৈৱকী।
ৰাম কৃষ্ণ নাম ধৰি পাৰি ফুৰে উকি॥
চাৰিয়ো প্রবেশ পাছে ভৈলন্ত বনত।
কৃষ্ণক বিচাৰি ফুৰে চাৰিয়ো সতত॥

চাৰিৰো দেখিয়া দুখ প্ৰভু ভুতপতি।
হৃদয়ত দেখা কৃষ্ণে দিলন্ত সম্প্ৰতি ॥
কোটি সূৰ্য্য সম জ্যোতি শৰীৰ নিৰুজ।
ললিত বলিত চাৰু ৰূপ চতুৰ্ভুজ ॥
এহি মতে দেখিলন্ত হৃদয় কমল।
শোক মোহ গুচি ভৈলা চাৰিয়ো নিৰ্ম্মল ॥
মনক নিয়মি কৃষ্ণ চৰণক ধৰি।
প্ৰাণ ত্যাগ কৰি গৈলা বৈকুণ্ঠ নগৰী ॥
দেখা সভাসদ যদু বংশৰ সম্পদ।
তিলেকত নাশ ভৈলা পুৰিয়ো উচ্ছেদ ॥
আকে জানি সম্পদক নকৰিয়ো আশা।
কৃষ্ণ চৰণক মনে কৰিয়ো ভাৰষা ॥
নমো নমো কৃষ্ণ দেৱ মোৰ নিজ স্বামী।
জন্মে জন্মে কৃষ্ণ পদ নেৰিবোহো আমি ॥
আন একোমতি মোৰ নহৌক মনত।
কৃষ্ণ কৃষ্ণ নাম সদা ৰহোক মুখত ॥
মোৰ মন বৈৰী দহিয়োক কৃপাময়।
সংসাৰ তাৰণ নৌকাৰূপ নাম চয় ॥
দ্বিজ পিথু ৰামে ভণে কৃষ্ণ পাৱে ধৰি।
পাতেক ছাৰোক ডাকি বোলা হৰি হৰি ॥

---

# ৰাম দ্বিজ।

## মৃগাৱতী চৰিত্ৰ।

দুলড়ি ॥ কুমৰ বদতি শুনা মহামতি
পাত্ৰ মন্ত্ৰী সমস্তই।
যি সব বুলিলা সবে সত্য বাণী,
আত শঙ্কা নাহিকয় ॥
নিচয়ে বিবাহ কৰিবো কন্যাক,
কহিলোহো সাঙ্গ কৰি।
দায়া নাছাৰিবা ৰাজাক তুষিবা,
মোহোৰ কাৰণ কৰি ॥
কিন্তু এক খানি বোলো আমাসাৰ,
আছে হেন ব্যৱহাৰ।
প্ৰথমতে মূল্য ধনক দিবেক,
তেবেসে বিহা কন্যাৰ ॥
এতেকে আমাৰ ধনক দিবাৰ,
নাহিকে কিছু উপাই।
যদিসে আমাক দিবাহা কন্যাক,
কহ হেন কথা যাই ॥
যেবে নৰেশ্বৰে দিবে কিছু ধন,
নোহেকেসে বন্ধনৰ।
তেবে তাক দিয়া কৰিবো নিবাস,
নিৰসে নিজ দেশৰ ॥
বুলিবাহা কেনে কোসন বন্ধন,
ধন দিবে নৰপতি।
তাহাৰ সিদ্ধান্ত শুনা সবে শাস্ত,
মোৰ লয়ে হেন মতি ॥

যদি নৃপতিৰ সবে সদাগৰ,
দিবে মোক দায়া তবে।
তাৰ যত ধন কৰিবো গ্ৰহণ,
ৰহিবো ভিন্ন বাসৰে॥
কন্যাৰ নিমিত্তে যেহি ধন দিয়া,
সন্তোষ কৰি ৰাজাক।
নানান উৎসবে নিজ ব্যৱহাৰ,
কৰিবো ৰঙ্গে বিহাক॥
কুমৰৰ বাণী শুনি পাত্ৰগণে,
ৰাজাত কহিলা যাই।
শুনি নৰপতি ৰঙ্গ কৰি আতি,
বুলিলা পাছে দুনাই॥
সমুদ্ৰৰ কোলে দিব্য গৃহ এক,
সাজিয়োক ভাল কৰি।
চৌপাশে বেঢ়িয়া জাপ গঢ় দিয়া,
দিবাহা পালি প্ৰহৰি॥
ৰাজাৰ আদেশে হেনয় প্ৰকাৰে,
নিৰ্ম্মিলন্ত ঘৰ খান।
আপুনি নৃপতি কুমৰক তথি,
থৈলা কৰি ৰঙ্গ মান॥
একশত দাসী সুন্দৰি যুবতী,
সেৱা কৰিবাক দিলা।
একশত মত্ত মাতঙ্গ তুৰঙ্গ,
সহস্ৰেক সমৰ্পিলা॥
পঞ্চাশ হাজাৰ পৰম যোদ্ধাৰ,
পাইক দিলা ৰঙ্গ কৰি।
সকলে যোগান দিলা কৰি মান,
কুমৰৰ মন পূৰি॥

যত সদাগৰ আছে আপুনাৰ,
দিলা সবে কুমৰক।
কুমৰো অনন্দে ৰৈলা সেহি থানে,
সুমৰি ইষ্ট দেৱক ॥
পাচে নৰপতি সুত মহামতি,
আনি সদাগৰ চয়।
যত বিবৰণ বিশ্বাসে কহিলা,
মন ভয়ত আছয় ॥
তাহাৰে মাজত মনজিত নামে
বৃদ্ধ এক সদাগৰ।
কৰ যোৰ কৰি কুমৰৰ আগে,
দিলন্ত হেন উত্তৰ ॥
মই জানো প্ৰভু ৰোকাম নগৰ,
পাই যেনমত কৰি।
খাইবাৰ সমল একহি জনৰ,
লৈব তিনি ডিঙ্গা ভৰি ॥
তেবে সেহি থান পাইবেক জানাহা,
শুনিছো গুৰু মুখত।
কিন্তু তুমি তাক যাইবাহা কিমত
ৰাক্ষস সেনা বহুত ॥
হেন বাণী শুনি বুলিলা কুমৰ
হেৰ মনজিত বাপ।
সকলে ভৰষা তোমাতে অৰ্পিলো,
খণ্ডিয়োক মোৰ তাপ ॥
তইসে মোহোৰ নিজ বাপ মাৱ,
পশিলো তোত শৰণ।
যেন মতে মই যাইবাক পাৰোহো,
কৰাহা সেহি যতন ॥

উপদেশ দিয়া দিয়োক পঠায়া,
পুনু চৰণত ধৰো ।
মনৰ বাঞ্ছন কৰিয়ো পূৰণ,
আশা সমুদ্ৰত তৰো ॥
কুমৰৰ হেন কাৰুণ্য বচন,
শুনি বৃদ্ধ মনজিতে ।
আলচি মনত বুলিলা হেনয়,
আবে শান্ত হোৱে চিত ॥
ভাল মতে তুমি সাজিয়ো মোদক,
পিঠা পৰমান ভাত ।
দধি দুগ্ধ মধু চিনি চিৰা আখৈ,
অমন্থক অসংখ্যাত ॥
বিশ্বাসে তাহাত মিশল কৰিয়া,
নানান ভাঙ্গ ধুতুৰ ।
মহোৎসব কৰি সবাকে খুৱাইবা,
কৰিয়া উদৰ পূৰ ॥
তাহাকে ভুঞ্জিয়া সকলে লোকৰ,
হত হৈব শ্ৰুতি জ্ঞান ।
সেহি বেলা তুমি নৌকাত চড়িয়া,
কৰিবা ৰঙ্গে পয়ান ॥
হেন শুনি বীৰ সাধুৰ্ব্বাদ কৰি,
কৰিলা হেন যতন ।
উদৰ ভৰিয়া সমস্তে লোকক,
কৰাইলা তথা ভোজন ॥
তাক খাৱা সবে অচেতনে পৰি,
থাকিলা ঘুমটি যাই ।
মনজিত সদা— গৰক সন্তোষি,
কুমাৰে পাচে তথাই ॥

খৰোতৰ কৰি নৌকাত চড়িয়া,
দুয়ো এক মতি হুয়া।
সমুদ্ৰৰ মাজে প্ৰচণ্ড মৰুতে,
তিলেকে ঠেকাইল নিয়া॥
ইঠাইত সকল লোক অচেতনে,
আছি তিনি পৰমান।
একো একো কৰি উঠিল সমস্তে,
পায়া সবে শ্ৰুতি জ্ঞান॥
দেখে যুবৰাজ নাহিকে সমাজ,
আচৰিত কিনো ভৈলা।
হাক নেবিকলে সকলে থানত,
বিচাৰিবে সবে লৈলা॥
নাপাই নথৈই পাছে ৰাজাত জনাইল,
শীঘ্ৰে একজন গৈয়া।
শুনি নৰপতি চাইবাক চৌভিতি,
দিলেক সৈন্য পঠায়া॥
ৰাজাৰ বচনে নদী গিৰি বনে,
বিচাৰিলা নিৰন্তৰে।
পালটি আসিয়া বিচাৰি নাপায়া,
ৰাজাত দিল গোচৰ॥
হেন শুনি ৰাজা দুখ কষ্ট কৰি,
থাকিলা আপোন ঘৰে।
আত অনন্তৰে শুনা যেন ভৈলা,
সিতো ৰাজ কুমৰৰে॥
মহা ৰঙ্গেঢঙ্গ ডিঙ্গাৰ উপৰে,
যান্ত যেবে যুবৰাজ।
পাছে সমিৰণ বেগৰ প্ৰভাব,
পাইলা সাগৰৰ মাজ॥

দেবৰ ঘটন নাহিকে খণ্ডন,
যাৰ যিবা হৈব গতি।
ঘোৰ বায়ু আৰ উঠিয়া তথাতে,
ভাগিল নৌকা সম্প্রতি॥
সৰ্ব্বসে সহিতে সিতো সদাগৰ,
সাগৰে গৈলন্ত তল।
একেশ্বৰে মাত্র কুমৰে ভাসিয়া,
ফুৰয় জলে কেৱল॥
কতো উঠে বুৰে কাউ বাউ কৰে,
অগাধ জল মাজত।
পূৰ্ব্ব কৰ্ম্ম সবে এক খানি পাট,
পাইলন্ত তথা হাতত॥
তাহাতে ধৰিয়া কতো দিন গৈয়া,
তিৰত উঠিলা যাই।
ত্রিপুৰ নগৰ নাম জানা তাৰ,
যেন অমৰাৱতী প্রাই॥
পাছে তৈতে বসি মনে বিমৰষি,
ক্ষণিক আছিলা তীৰে।
সাত দিন তাৰ নাহিকে আহাৰ,
কম্পয় সবে শৰীৰ॥
মুখে নোলাই মাত কম্পয় ভৰি হাত,
তথাপিতো ধৈৰ্য্য ধৰি।
উঠি লাসে লাসে কৰিলা পয়ান,
হিয়াতে কৃষ্ণক স্মৰি॥

---

পদ

এহি মতে একেশ্বৰে যান্ত বনে বন।
যিবা ফল মুল পাৰে কৰিয়া ভোজন॥

মহাঘোৰ অটব্য দেখিতে লাগে ভয়।
মহিষ দ্বিপিন তাত ভালুক আছয় ॥
মনে সাস কৰি তাতে যান্ত ধীৰে ধীৰে।
লগত আছয় মাত্ৰ অসি চাপ তীৰে ॥
অনন্তৰে তাৰ মাজে ৰাজাৰ নন্দন।
দেখিলন্ত ছাগল চৰায়ে এক জন ॥
লম্ব পেট থুলন্তৰ মেঘৰ বৰণ।
নাক ফোৰ মুঠি গুঞ্জ সমান নয়ন ॥
তাক দেখি কুমৰৰ জন্মিলন্ত ভয়।
বুদ্ধি বল সবে তাৰ যত ভৈলা ক্ষয় ॥
লুকাইলা বনৰ আৰ হুয়া সেহি ঠাই।
সিয়ো দেখিলন্ত পাছে কুমৰৰ কাই ॥
হৰিষে হাঁসিয়া পাছে বুলিল বচন।
অৰে ভাই ঝাণ্টে কহ তুমি কোন জন ॥
কি কাৰণে ইতো ঘোৰ অৰণ্যে আসিলা।
মোহোক দেখিয়া কেনে বনত লুকাইলা ॥
কুমৰে শুনিল হেন মনুষ্যৰ ভাষ।
সন্তোষে চাপিলা বীৰে তাৰ নিজ পাশ ॥
মায়া কৰি কুমৰত পুছয় মধুৰে।
কিসক আছিলা তুমি অৰণ্য ভিতৰে ॥
ঝাণ্টে কহিয়োক তাক সাধো বুদ্ধি বলে।
অসাধ্য যে নাহি মোত শৰণ পশিলে ॥
কুমৰে বোলয় শুনা তুমি মহাজন।
কহো শুনা যি কাৰণে ফুৰো বনে বন ॥
এহি বুলি সকলে কহিলা পূৰ্ব্বাপৰ।
নুবুজিলা কেৱলে যে মায়া ৰাক্ষসৰ ॥
শুনি নিশাচৰে বোলে আসা মোৰ পাশে।
যথা যাস দিবো কৰি পথৰ উদেশে ॥
এহি বুলি কুমৰক তাৰ ঘৰে নিলা।
হুদুৰা ভিতৰ কৰি দ্বাৰ নিবন্ধিলা ॥

হাজাৰে হাজাৰে আসি তাহাতে আছয়।
কাকো কেৰে নেদেখই দেখি তমোময়॥
পাছে ৰবি অস্ত গৈল ৰজনী মিলিলা।
খায়া দায়া নিশাচৰ নিদ্ৰাত পৰিলা॥
হুতুৰাৰ দ্বাৰে সিতো ঘুমটি গৈলন্ত।
একজন মনুষ্যত আতো মিলিলন্ত॥
বাহিৰৰ পৰা সিতো লগাইলেক মাত।
শুনা হেৰ কুমৰ যে কহয়ো তোমাত॥
শোভা নামে এহি দেৱ জানে নানা সন্ধি
কেন মতে আৰ হাতে ভৈলি তই বন্দী॥
মায়া কৰি আমাকো বান্ধিলে এহি ঠাই।
একোমতে আৰ হাতে এৰণ নযাই॥
হেন শুনি যুবৰাজে বুলিলা বচন।
ৰাক্ষসৰ মায়া বাপ বুজিবো কমন॥
আছে পূৰ্ব্ব কৰ্ম্ম মোৰ বিধিৰ ঘটন।
আবে কেন মতে বাপ গুচিবে বন্ধন॥
সেহি উপদেশ দিয়া কৰা উপকাৰ।
বাপৰ মাৱৰ পূণ্য বাঢ়োক তোমাৰ॥
পাছে সিতো বোলে শুনা ৰাজাৰ নন্দন।
আমাৰ নাহিকে বল ইহাক মাৰণ॥
অৰে ভাই উপদেশ শুনহ আমাৰ।
যেবে নিদ্ৰা গৈল যে ৰাক্ষস দুৰাচাৰ॥
সিচিকা তপত কৰি চক্ষুক বিন্ধিবা।
তেতিক্ষণে দ্বাৰ মেলি বাহিৰ যে হৈবা॥
নোহে যদি ঔষধক খুৱায়ে তোমাক।
তেবে তই নপাৰিবি কহিকো যাইবাক॥
পাচে যুবৰাজে শলা তপ্ত কৰি লৈলা।
লাসে লাসে ৰাক্ষসৰ ওচৰ চাপিলা॥
পৰি আছে নিশাচৰ নিদ্ৰা অচেতনে।
থিৰ কৰি দুয়ো চক্ষু বিন্ধিলা তেখনে॥

তেখনে ছাগল মাজে লুকাই ৰহিলা।
বিপৰীত ৰাৱ কাঢ়ি ৰাক্ষস উঠিলা॥
দুই হাত মেলিয়া দ্বাৰত ৰহিলন্ত।
বিক্ৰম কৰিতে সিতো চক্ষু নেদেখন্ত॥
আছিল যতেক খাচী কুন্দুৰাৰ মাজ।
একে একে ঘাৰে ধৰি নিকলিলা বাজ॥
এক ছাগলেৰ চৰ্ম্ম বান্ধিয়া পিঠিত।
ছাগলেৰ সঙ্গে বাজ ভৈলা আচম্বিত॥
খাচী বুলি ৰাক্ষসে ধৰিলা কুমৰক।
হাত মুচৰিয়া বাৰে ভৈল বাহিৰক॥
তেতিক্ষণে শীঘ্ৰ বেগে লৱৰেক দিলা।
ক্ৰোধে নিশাচৰে পাচে পাচে খেদি দিলা॥
লুকা দিয়া কুমৰ ৰহিলা এক ভিতে।
সৰ্ব্বস্থানে ৰাক্ষসে লাগিল বিচাৰিতে॥
চক্ষু নেদেখয় সিতো সেপিয়াৰে হাত।
খুজি লুৰি কুমৰক নপাইলন্ত তাত॥
পাচে বিষে কোপে সিতো বসিলা সে ঠাই।
হেন দেখি কুমৰেও বসিয়া সেঠাই॥
যতেক মনুষ্য আছে ঘৰৰ ভিতৰে।
বন্দী হুয়া আছা সবে নিহুল পাৱৰে॥
সবাকে কৰিলা মুক্ত ৰাজাৰ সন্তান।
আশিৰ্ব্বাদ কৰি গৈলা যাৰ যিবা থান॥
খনিক কুমৰে এথা কৰিয়া বিশ্ৰাম।
পুনৰপি লৰিলন্ত নগৰ ৰোকাম॥
ঘোৰ নিশাকাল মহা অৰণ্য গহন।
সিংহ ব্যাঘ্ৰ সৰ্প তাত বৰাহ মেঠন॥
তাতো ভয় ছাৰিয়া একলে যান্ত চলি।
খনো জল খনো থল পায়ে মহাবলী॥
খনো বৰ উচৃতক উঠে অন্ধকাৰে।
তাত বসি কতোহো জিৰান্ত অনাহাৰে॥

কতো বেলি পেট ভৰি পানীক পিৱন্ত।
কতো বৃক্ষ ফল পকা পাতক খাৱন্ত ॥
এহি মতে নৱ দিন যাহন্তে কুমৰ।
পাইল গৈয়া একখান ৰত্নময় ঘৰ ॥
গড় প্ৰাঞ্চি মনোহৰ পুষ্পৰ উদ্যান।
দীঘী সৰোবৰচয় আছে থানে থান ॥
মনোময় বিচিত্ৰি যেহেন অম্ৰাৱতী।
সেহি ঘৰে পশিলন্ত ৰাজাৰ সন্ততি ॥
নেদেখন্ত বীৰে তাত প্ৰাণীৰ সঞ্চাৰ।
থান খান দেখন্তে লাগয় চমৎকাৰ ॥
চতুস্পাশে চাইল তথা ৰাজাৰ নন্দন।
সেহি কালে মিলিল ৰজনী উপাসন ॥
মিলিল মনত ভয় দেখি নিশা কাল।
নাজানি এথানে কিবা আছই জঞ্জাল ॥
অহিতে থকিতে যোগ্য নুহিকে আমাৰ।
এহি বুলি অন্তৰিল নৃপতি কুমাৰ ॥
পাৰিজাত আৰ হুয়া থাকিলা লুকাই।
সেহি বেলা ৰাক্ষসী মিলিল সেহি ঠাই ॥
নিজ ঘৰ পশিল ভগিনী তিনিজন।
তাৰ শ্ৰেষ্ঠ জনা পাচে বুলিলা বচন ॥
আৰে ভন্যসব এথা আছে ইঠাৰত।
মনুষ্যৰ গন্ধ মই পাওঁ নাসিকাত ॥
তবে আৰ জনী হেন দিলন্ত উত্তৰ।
মহা ঘোৰ অৰণ্য আক দেখি লাগে ডৰ ॥
পশু পখী অসঞ্চাৰ ৰাক্ষসৰ থান।
হেন শক্তি আছে তান মনুষ্য পৱান ॥
হেন শুনি ৰাক্ষসীয়ে বোলই পুনৰ্ব্বাৰ।
তুমিসি জানাহা মনুষ্যৰ ব্যৱহাৰ ॥
পশু পখী লঙ্ঘিবাক নপাৰে যহিক।
প্ৰৱন্ধ কৰিয়া যাৱে মনুষ্য তহিক ॥

মনুষ্য বিষম জাতি জানে নানা সন্ধি।
মহা পৰিজাদিৰে কৰি আছে বন্দী॥
হেন বোলাবুলি কৰিলেক দুই জন।
শুনিয়া কুমৰে পাচে গুণে মনে মন॥
আজু ৰাক্ষসীৰ হাত কিমতে এৰাও।
একে প্ৰভু কৃষ্ণ বিনে আনক নাপাও॥
মাধৱ গোবিন্দ হৰি কৰিয়ো ৰক্ষণ।
এক মনে হৃদয়ত চিন্তে ঘনে ঘন॥
অনন্তৰে নিশাচৰী বোলে বায়েকত।
মাংস খাইতে ইচ্ছা মোৰ মিলিল মনত॥
একগুটি ছাগল অনিয়া দিবা মোক।
শোভাৰ ঘৰক লাগি ঝাণ্টে চলিয়োক॥
ভগিনীৰ শুনি তাই করুণা বচন।
শোভাৰ মন্দিৰে লাগি গৈলা তেতিক্ষণ।
দেখে সিতো পৰি আছে অচেতন হৈয়া।
চক্ষু দুই ফুটিল ৰুধিৰে লিপ্ত কায়া॥
পাচে তাই বোলে দদা কি ভৈল তোমাৰ।
কোনে আসি কৰিলেক হেন অপকাৰ॥
শোভা বোলে শুনা আই তোমাত বিনাও।
কোথাৰ পুৰুষ নজানোহো নাওঁ গাওঁ॥
আসি নিশা কালে মোৰ নিদ্ৰাত বিন্ধিল।
ধৰিতে নপাইলো সিতো লৰৰ মাৰিল॥
কোথাইক চলিলো মই নজানিলো তাক।
আচোক মোৰ কথা চাইবি আপুনাক॥
শোভাৰ মুখত শুনি হেনয় বচন।
শীঘ্ৰ বেগে নিজ ঘৰে কৰিলা গমন॥
অৰে ভন্যগণ বৰ মিলিল অপাই।
এহি বুলি সবে কথা কহিলা বুজাই॥
ইতো থানে মনুষ্যৰ ভৈলেক জঞ্জাল।
থাকিবাক লাগি মই নাদেখোহো ভাল॥

এতেক বচন বুলি যক্ষেৰ কুমাৰী।
তেখনে পলাইল সবে ছাৰি ঘৰ বাৰি॥
পাচে যুবৰাজে বাজ হুয়া তাৰ হস্তে।
আৰবাৰ গমন কৰিলা বন পন্থে॥
দশদিন অনাহাৰে পেটে নাহি ভাত।
বড় দুখে বসিলন্ত গাছৰ গোৰত॥
আচম্বিতে এক বৃদ্ধ আইল বিদ্যমান।
গৌৰাঙ্গ বৰণ ঢৌত বস্ত্ৰ পৰিধান॥
এক থাল ভাত আনি দিল তাৰ আগে।
পুনৰপি অন্তৰ্দ্ধান ভৈল মহাভাগে॥
তাক দেখি কুমৰে চিন্তয় মনে মন।
নজানি বুঢ়ায়ে অন্ন দিলা কি কাৰণ॥
যিহোক সিহোক আগে কৰিবো আহাৰ।
প্ৰাণ সঙ্কলয় কৰি কিসৰ বিচাৰ॥
এহি বুলি যুবৰাজে ভোজন কৰিলা।
আঠগুণ তেজ ষোল গুণ তেজ ভৈলা॥
পাচে তাৰ মনত হেনয় উপজিল।
যত দুখ কষ্ট মানে সবে পাসৰিল॥
যদি একগুটি ঘোৰা ইঠাইত মিলয়।
তাতে চৰি যাইবে মই পাৰো নিসংশই॥
এমত চিন্তিল যদি ৰাজাৰ কুমাৰ।
ঘোটক দেখিল যে পাখৰ সোণাৰ॥
চল বল কৰে ঘোৰা থিৰ নোহে কাই।
তাতে চৰি যাইতে মই পাৰো নিসংসই॥
পৰম হৰিষে তাত চৰিলা কুমৰ।
চলিলন্ত ৰঙ্গে যেন বিদ্যুত সঞ্চাৰ॥
হাতে ধনুবাণ খড়গখান তীক্ষ্ণতৰ।
যাই অতিৰথী যেন কৰিতে সমৰ॥
অনন্তৰে পাইলন্ত বিচিত্ৰ এক থান।
মহা জ্যোতিৰ্ম্ময় ইন্দ্ৰ নগৰৰ ঠান॥

সুবৰ্ণৰ ঘৰ সব ৰতনৰ খুলি।
যতকিত মাণিক মুকুতা হীৰা মণি ॥
নেতৰ পতকাচয় শোভে চাৰি ভিতে।
চক্ষুত জমক লাগে নপাৰি চাহিতে ॥
জাৱলে সোণাৰ গড় মৰকত দ্বাৰ।
চতুষ্পাশে দৌল চয় দেখি চমৎকাৰ ॥
শুদ্ধ সুবৰ্ণৰ ঘট মাণিকে খচিত।
মধ্যাহ্ন কালৰ যেন উদয় আদিত্য ॥
চৌপান্তা পদূলি আলি সবে সুবৰ্ণৰ।
থানে থানে খানি আছে দীৰ্ঘী সৰোবৰ ॥
মৰকত খাটখৰি সুবৰ্ণৰ পাৰ।
ফুলিছে কুমুদ তাত কমল অপাৰ ॥
সুবৰ্ণৰ ৰাজহংস চৰে চক্ৰবাক।
সাৰস যে খেৰকোঢ়া বক পানীকাক ॥
আনো ফুলি আছে ঠাই ঠাই আমোদিত।
সুবৰ্ণৰ বৃক্ষচয় ৰতনে ৰচিত ॥
মাণিক মুকুতা ফল লাগি আছে তাত।
হীৰা মণি পদ্মৰাগে মাণিকে খচিত ॥
কৰিছে নিৰ্ম্মাল্য আতি গাছৰ গুৰিত।
নানা মধু ফল দধি ঘৃত মধু ভাত ॥
পায়স পিষ্ট মধু খণ্ড অসংখ্যাত।
* * * * ॥
খিৰিসা সৰ্কৰা আখৈ লৱন্ন মোদক।
পশাৰে পশাৰে আছে হুকুম অনেক ॥
অনেক চটক চিত্ৰ বিচিত্ৰ সোণাৰ।
কাৰো মৰকত চক্ষু কাৰো মুকুতাৰ ॥
জাকে জাকে উৰে পৰে বৃক্ষৰ ডালত।
মলয়া বহন্ত বাৱ বহয় সতত ॥
গুঞ্জৰে ভ্ৰমৰে কুলি সুস্বৰে সদাই।
সিদ্ধ মুনি সকলৰো পুলকই কাঁই ॥

সকলে সুবৰ্ণময় ৰোকাম নগৰ।
দেখিয়া হৰিষ ভৈলা ৰাজাৰ কুমৰ॥
যত দুখ পাইলা পথে সবে পাসৰিলা।
গুচিলা দুৰ্গতি বিধি সুপ্ৰসন ভৈলা॥
এক সৰোবৰ পাৰ বৃক্ষৰ তলত।
ঘটোকৰ নামি বীৰ হৰিষে মনত॥
বসিলা তহিতে সুশীতল পায়া বায়ু।
ঘোৰাও কৰিলা পাছে আকাশে উৰায়॥
যেবে যুবৰাজ তথা বসিয়া আছন্ত।
মৃগী ৰূপি চাহাপৰি তথা আসিলন্ত॥
সুবৰ্ণৰ মৃগী গুটি ভৈল আগুসাৰ।
দেখি ধনু বাণ লৈল ৰাজৰ কুমাৰ॥
লৰড়িয়া মৃগ পশিলন্ত পুষ্পাবনে।
কুমৰে খেদিয়া গৈল মাৰিবাক মনে॥
পাছে সেহি মৃগ গৈল পুৰিৰ ভিতৰে।
তথা গৈয়া এক বনে হানিলা কুমৰে॥
সেহি শৰ ঘায় বেগে মৃগী লৰ দিলা।
বিপৰীত ৰায় কাঢ়ি আদেশ হইল॥
অনন্তৰে যুবৰাজে পশিলা নগৰ।
থান থান দেখিলন্ত আতি মনোহৰ॥
তাৰ মধ্যে এক মৃগ দেখি ৰত্নময়।
খচিত মুকুতা মণি মাণিকে শোভয়॥
চৌপাশে আচন্ত পুষ্প উদ্যানে বেঢ়িয়া।
আমোদিতে বাসয় সন্তোষ কৰে হিয়া॥
অগৰু চন্দন আৰ চম্পা নাগেশ্বৰ।
শত পাচি লৱঙ্গ গুলাল বহুতৰ॥
জাঁই যুতি কেতকী মালতী বনমালা।
পাৰলি অশোক কুন্দ কদম্ব যে ভালা॥
দৰনা মৰুৱা গুটিমালী পাৰিজাত।
বন্দুলি বকুল সঙ্গ পুষ্প অসংখ্যাত॥

কাঞ্চন মাধবী লতা শেৱালি নেৱালি।
শিৰীষ সেৱতী ৰঙ্গামালি তুৱামালি ॥
কুন্দ ৰঙ্গ কাম ৰঙ্গ মন্দাৰ তগৰ।
ফুলি ফুলি আছে সবে পুষ্প নিৰন্তৰ ॥
বিচাই আছয় দুগ্ধসম ফেন তুলী।
তাহাত উঠিলে দুখ হৰয় সমূলি ॥
শাৰি শাৰি আছে সুবর্ণৰ জাৰি খুৰি।
আছয় কর্পূৰ ৰতনৰ বটা ভৰি ॥
কস্তুৰী কুমকুম নানা অগৰু চন্দন।
শাৰি শাৰি দেখিলন্ত ৰাজাৰ নন্দন ॥
কন্যাগণ আছয় পৰম ৰূপৱতী।
নাহি খতি খুন অঙ্গ সৱেয়ে নিন্দিতি ॥
সবে দেৱতাৰ নাৰী ভুবন মোহিনী।
বহুল জাঙ্গনি পিন পয়েধৰ ধৰি ॥
কেহো গীত গাৱে কেহো যন্ত্র বজাৱয়ি।
কেহো তাল বাৱে কেহো মৃদঙ্গ বজাই ॥
কুমৰক দেখি সবে কৰিয়া আদৰ।
আগ বাঢ়ি আনি থৈলা খাটৰ ওপৰ ॥
কেহো জনী বিচে শ্বেত চামৰৰ বাৱে।
কেহো জনী মর্দ্দন কৰয় হাতে পাৱে ॥
কেহো কেহো গাৱে ঘসে সুগন্ধ চন্দন।
কেহো জনী কৰাৱয় তাম্বুল ভোজন ॥
কেহো জনী হাতে লৈয়া নানা উপহাৰ।
যোগাৱে আগতে নিয়া কুমৰে খাইবাৰ ॥
তিনি দিন যুবৰাজ আছ হেন ভাৱে।
চাহাপৰি কুমাৰী নাদেখে সেই ঠাৱে ॥
পাছে চাহাপৰি তিনি ভন্ম কৰি সঙ্গে।
কুমৰক চাহিতে আসিলা মন ৰঙ্গে ॥
দেখিয়া আনন্দে সবে কৌতুকে চাহন্ত।
পূর্ণিমাৰ চন্দ্ৰ সম মুখ প্রকাশন্ত ॥

খিন মধ্যে দেহা হৰ ডম্বৰুৰ নই।
অৰুণ অধৰ দন্ত মুকুতা জলই ॥
নয়ন কমল পাসি নাসিকা সুন্দৰ।
সুবলিত বাহু যুগ নিন্দে কৰি কৰ ॥
চম্পাৰ পাকৰি দশ অঙ্গুলি উপৰে।
দশ নখ মণি যেন চন্দ্রে শোভা কৰে ॥
উৰু দুই দেখি ৰাম কদলি সমান।
নতুন যৌবন দেহা সোণা দশবাণ ॥
দেখি কুমাৰীৰ মনে কৌতুক জন্মিল।
পাছে চাহাপৰি নাৰী হেন জিজ্ঞাসিল ॥
বৰ দুখ পায়া আছে নৃপতি নন্দন।
নাদেখি মোহোক বড় কৰিছা ক্রন্দন ॥
অসন্তোষে আতিশয় থিৰ নোহে চিত্ত।
এহি বুলি ভৈল কন্যা আগতে বিদিত ॥
আচম্বিতে যুবৰাজে তাহাঙ্কো দেখিল।
হৰাইবাৰ ধন যেন হাততে মিলিল ॥
দেখি কুমাৰীৰ মনে কৌতুক জন্মিলা।
পাছে চাহাপৰি নাৰী হেন জিজ্ঞাসিলা ॥
মন্দ সুমধুৰ হাসে বোলে মুখ চাই।
মোৰ প্রাণ লৈয়া কেনে আসিলা পলাই ॥
তোৰ শোক ঘাৱে বান্ধে বিয়াকুল আতি।
কত কষ্টে আসিলোহো মই কিবা দিন ৰাতি ॥
এভো এতে বেলি কেনে অদেখে আছিলা।
এহি বুলি হাতে ধৰি কোলাত বসাইলা ॥
মুখে মুখ দিয়া আলিঙ্গিলা কতো বেলি।
যেন আকাশৰ চন্দ্র পাইলা হাত মেলি ॥
অনন্তৰে কুমাৰাত বিনায়ে কুমৰ।
এতমান দুখ শোক দিলা কিবা তৰ ॥
বাপ মাৱ তেজিলো তেজিলো বন্ধু জন।
উচৰ্গিলো প্রাণ কৈলো বিদেশে গমন ॥

তোমাৰ নিমিত্তে মই ভুঞ্জিলো নিকাৰ।
মোৰ মুখে কহিতে শকতি নাহি আৰ॥
এহি বুলি আসন্তে মিলিলা যত যত।
সাৱশেষ কহিলন্ত কন্যাৰ আগত॥

---

# বিষ্ণু ৰাম দ্বিজ।

## দাতাকর্ণ।

শ্রীকৃষ্ণায় নমোনমঃ।

পদ।

জয় জয় ভগৱন্ত প্রভু দেৱ হৰি।
ভকতৰ ভয়হাৰী অনন্ত মুৰাৰি॥
যাহাৰ কৃপাত হোৱে মনোৰথ সিদ্ধি।
প্রণামোহো নাৰায়ণ ভকতৰ নিধি॥
ভাৰতৰ পদ কিছু প্রচাৰিবে চাওঁ।
যদু তুয়া পাৱে কিছু অনুগ্রহ পাওঁ॥
ৰাজা বোলে শুনিয়োক মুনিৰ নন্দন।
কহিয়োক কৃষ্ণ কথা কৰিবো শ্রৱণ॥
মুনি বোলে এক কথা শুনাহ ৰাজন।
যেই ৰূপে লীলা কৰে ব্রজেৰ নন্দন॥
এক দিনা মন কৈল প্রভু গদাধৰ।
কর্ণ কেন দাতা মই বুজিবো তাহাৰ॥
এহি বুলি মনে মনে ভাবি নাৰায়ণ।
মায়া কৰি হৈল প্রভু বৃদ্ধ যে ব্রাহ্মণ॥
আতি বৃদ্ধ ৰূপ হৈল দুই চক্ষু অন্ধ।
কর্ণৰ নিকটে প্রভু চলিলা গোবিন্দ॥
চলিতে শকতি নাই কাম্পে থৰথৰি।
কর্ণৰ দুৱাৰে যাই প্রবেশিলা হৰি॥
দ্বাৰীক ডাকিয়া বোলে প্রভু গদাধৰ।
ৰাজাত জনাও গৈয়া বচন আমাৰ॥
মোৰ সমাচাৰ যাই কহিয়ো সত্বৰ।
ৰাজাক আশীষ কৰি যাও আমি ঘৰ॥

ব্ৰাহ্মণক দেখি দ্বাৰী ভয় ভৈলা মনে।
কৰ্ণৰ নিকটে দ্বাৰী চলিলা তেখনে॥
ৰাজাৰ আগত যাই দ্বাৰী কহে পাছে।
বৃদ্ধ ব্ৰাহ্মণ এক দ্বাৰে আসি আছে॥
ব্ৰাহ্মাণৰ নাম শুনি কুন্তীৰ নন্দন।
শীঘ্ৰগতি আইলা যথা আচয় ব্ৰাহ্মণ॥
ৰাজা বোলে আজি মোৰ সাৰ্থক জীৱন।
পাদ্য অৰ্ঘ দিয়া দিলা বসিতে আসন॥
গলত বসন দিয়া যোৰহাতে কয়।
কোন কাৰ্য্যে আগমন কহা মহাশয়॥
ব্ৰাহ্মণে বোলয় ৰাজা শুনহ বচন।
শুনি আছো ৰাজা তুমি বৰ পুণ্যবান॥
কালি কৰি আছো মই ব্ৰত একাদশী।
ভোজন কৰায়ো মোক আছো উপবাসি॥
আৰু এক আছে মোৰ মনৰ ভাবনা।
মাংস বিনা আমাৰ যে নহয় ভোজন॥
মাংসক আনিয়া মোক দিয়ো মহাশয়।
ভোজন আমাৰ তেবে বৰ তুষ্ট হয়॥
কৰ্ণ বোলে দ্বিজবৰ মন স্থিৰ কৰা।
আনিবো পশুৰ মাংস যত খাইতে পাৰা॥
ব্ৰাহ্মণে বোলয় শুনা কৰ্ণ মহাশয়।
ভোজন কৰায়ো শীঘ্ৰে দুখ পাও মই॥
ৰাজা বোলে শুনিয়োক ব্ৰাহ্মণ ঠাকুৰ।
ক্ষেণেক থাকহ মাংস আনিবো প্ৰচুৰ॥
পক্ষী মাংস মৃগ মাংস যিবা ৰুচি হয়।
আজ্ঞা কৰা কিবা মাংস আনি দিবো মই॥
ব্ৰাহ্মণে বোলয় ৰাজা কিবা দিতে নৰা।
তেবেসে কহিবো আগে অঙ্গীকাৰ কৰা॥
ৰাজা বোলে অঙ্গীকাৰ অন্যথা নহয়।
যিবা মাংস খাইবে খোজা তাহা দিবো মই॥

ধন্য ধন্য কৰ্ণ তুমি বুলিলা গোঁসাই।
তোমাৰ সমান দাতা ত্রিভুবনে নাই ॥
বৃষকেতু নামে আছে তোমাৰ নন্দন।
তাহাকে কাটিয়া দিয়া কৰিবো ভোজন ॥
স্ত্রী পুৰুষ দুইজনে কাটিবা কৰতে।
তাৰ মাংস ৰান্ধি দিবা আমাৰ সাক্ষাতে ॥
হাসিয়া কাটিবা পুত্র নহৈবা কাতৰ।
এই যশ ৰহিবেক সংসাৰ ভিতৰ ॥
কাতৰে কাটিলে পুত্র মাংসক নখাইবো।
নৰক হৈবেক তোৰ আমি ঘৰে যাইবো ॥
হেঠ মাথা হৈল কৰ্ণ এহি বাক্য শুনি।
সৰ্ব্বনাশ হৈল বুলি মনে মনে গুণি ॥
ৰাজা বোলে এত দিনে সৰ্ব্বনাশ ভৈল।
দাতাকৰ্ণ নাম মোৰ এত দিনে গৈল ॥
মায়া কৰি চলিবাক আইল কোনজন।
আবে মোৰ অনাৰ্থ মিলাইলা নাৰায়ণ ॥
কৰ্ণ বোলে দ্বিজবৰ বসিয়োঁ আপুনি।
ভাৰ্য্যাত জিজ্ঞাসি মই আসিবো এখনি ॥
পদ্মাৱতী নামে আছে তাহাৰ ৰমণী।
তাহাৰ পাশক ৰাজা চলিলা আপুনি ॥
ৰাণী বোলে কেনে ৰাজা বিৰস বদন।
কিসৰ নিমিত্তে দেখি উচাতন মন ॥
কৰ্ণ বোলে পদ্মৱতী কহিবাৰ নয়।
কহিতে নপাৰি কথা বুক বিদাৰয় ॥
কৈৰ হন্তে আইল এক বৃদ্ধ যে ব্রাহ্মণ।
বৰ নিদাৰুণ কথা কহিলা সিজন ॥
বৃষকেতু নামে আছে তোমাৰ নন্দন।
তাহাক কাটিয়া দেহ কৰিবো ভোজন ॥
স্ত্রী পুৰুষ দুইজনে কাটিয়া কৰতে।
তাৰ মাংস ৰান্ধি দিবা আমাৰ সাক্ষাতে ॥

পদ্মাৱতী বোলে প্ৰভু কি বুলিবো আৰ।
ইকথা শুনিয়া বুক বিদাৰে আমাৰ॥
পাঞ্চ বৎসৰীয়া শিশু কিছোৱে নাজানে।
পিতা মাতা দুই আমি কাটিবো কেমনে॥
ধন জন গজ বাজি অমূল্য ৰতন।
ভণ্ডাৰ ছাৰিয়া দিবো যত আছে ধন॥
আপুনাৰ প্ৰাণ দিবো তোমাৰ সাক্ষাতে।
বৃষকেতু বাচা আমি নেদিবো কাটিতে॥
ৰাজা বোলে এই কৰ্ম্ম যদি নকৰিবো।
বিপ্ৰ ক্ৰোধ কৈলে তেবে নৰকে পৰিবো
তুমি যদি বোলা পুত্ৰ নেদিবা কাটিতে।
কি কথা কহিবো যাই ব্ৰাহ্মণ সাক্ষাতে॥
পুনৰ্ব্বাৰ ৰাজা বোলে শুনহ বচন।
পুত্ৰ দিয়া নাম ৰাখা ইতিনি ভুবনে॥
ৰাজা বোলে একবাৰ দিয়া অনুমতি।
দাতাকৰ্ণ নাম মোৰ ৰাখা পদ্মাৱতী॥
হেন কালে দ্বিজবৰ ডাক দিয়া কয়।
শীঘ্ৰ কৰি আইস কৰ্ণ বিলম্ব নসয়॥
অঙ্গীকাৰ কৰি আছা শুনা মহাশয়।
বোলা যে নৰিবা দিতে ফিৰি ঘৰে যায়॥
শুনিয়া দ্বিজৰ বাণী পদ্মাৱতী কয়।
অঙ্গীকাৰ কৰি আছা নেদিলি কি হয়॥
ৰাজা বোলে নেদিলিয়ো নৰকে নিবাস।
হৰে তাৰ শত জন্ম কহিলো আশেষ॥
এহি শুনি পদ্মাৱতী কহে দুঃখমনে।
পুত্ৰক কাটিয়া দিবো কহিয়ো ব্ৰাহ্মণে॥
এহি কথা শুনি কৰ্ণ অনুমতি পাইলা।
ব্যাসেৰ আদেশে কৰ্ণ দ্বিজ পাশে গৈলা॥
মহাভাৰতৰ পদ অমৃত সমান।
বিষ্ণুৰাম দ্বিজে ভণে বোলা ৰাম ৰাম॥

পদ । ৰাজা বোলে দ্বিজবৰ শুনা মোৰ বাণী ।
ক্ষণেক বিলম্ব কৰা পুত্ৰ ডাকি আনি ॥
এহি বুলি গৈলা কৰ্ণ পুত্ৰ ডাকিবাৰে ।
বৃষকেতু বাচা কৈত খেলিছা বজাৰে ॥
কোথা বাচা বৃষকেতু ডাকে ঘনে ঘন ।
খেলা ছাৰি একবাৰ আস বাচা ধন ॥
আইস আইস বুলি কৰ্ণ ডাকে আৰ্ত্তৰাৱে ।
খেলা ছাৰি বৃষকেতু শুনিবাৰ পাৱে ॥
বৃষকেতু শিশুগণে কহিতে লাগিল ।
ডাকিছে পিতাই মই ঘৰে যাইতে হইল ॥
হৈ আছে অনেক বেলা কিছু নাহি খাই ।
খাইবাক লাগিয়া মোক ডাকিছে পিতাই ॥
তোৰা সবে খেলা কৰি থাকিও হাঁসিয়া ।
কি হেতু ডাকিছে পিতা জিজ্ঞাসিবো গৈয়া ॥
এহি বুলি বৃষকেতু কৰিলা গমন ।
পথ হৈতে ফিৰি আইলা কৰ্ণৰ নন্দন ॥
বৃষকেতু দেখিয়া শোধয় শিশুগণ ।
পথ হৈতে ফিৰি আইলা কিসৰ কাৰণ ॥
বৃষকেতু বোলে এক কথা হৈল মনে ।
কহিতে আইলো ফিৰি শুনা সৰ্ব্বজনে ॥
অনিত্য শৰীৰ ভাই সদায় চঞ্চল ।
থিৰ নহে হিয়া যেন পদ্ম পত্ৰ জল ॥
বিদায় হইয়া যাও সবাৰ সাক্ষতে ।
বাচি যদি থাকো ভাই আসিবো খেলিতে ॥
বৃষকেতু সঙ্গীগণে যোৰহাতে বোলে ।
আজিৰ সময় আইস সবে কৰি কোলে ॥
প্ৰণমিয়া তথা হৈতে কৰিলা গমন ।
পিতৃৰ চৰণে যাই কৰিলা বন্দন ॥
পুত্ৰক দেখিয়া পাছে কৰ্ণ মহামতি ।
কোলে কৰি লৈয়া গৈলা যথা পদ্মৱতী ॥

বৃষকেতু মুখ দেখি পদ্মাৱতা বোলে।
মৰিলি অভাগি বাচা আইস লও কোলে॥
দেহৰে অভাগি বাচা মোৰ বাক্য ৰাখ।
চান্দমুখে চুমা দিয়া মাৱ বুলি ডাক॥
কান্দিতে লাগিল চাই বৃষকেতুৰ প্ৰাণ।
বৃষকেতু বোলে মাতা কান্দা কি কাৰণ॥
পদ্মাৱতী বোলে বাচা কহন নযাই।
কহিতে দাৰুণ কথা বুক বিদাৰয়॥
বৃদ্ধ ব্ৰাহ্মণ এক কৈৰ হস্তে আইল।
তোমাৰ পিতৃক সেই সত্যক কৰাইল॥
কৰতে কাটিয়া পুত্ৰ কৰিবে ৰন্ধন।
উদৰ পূৰিয়া মাংস কৰিবে ভোজন॥
বৃষকেতু বোলে মাতা নিবেদি চৰণ।
ইহাক লাগিয়া তুমি কান্দা কি কাৰণ॥
পিতা মাতা দুইজনে মোৰ বাক্য লোৱা।
ব্ৰাহ্মণ সন্তোষ কৰা মোক কটি দিয়া॥
এবেসে জানিলো মোৰ সাৰ্থক জীৱন।
ব্ৰাহ্মণে আমাৰ মাংস কৰিবে ভোজন॥
ব্যাধিত হৈলে মৃত্যু কৃমি ভক্ষ হয়।
মোৰ এই দেহা যাবে ব্ৰাহ্মণ সেবায়॥
বৃষকেতু বোলে মোৰ এত ভাগ্য হৈব।
আমাৰ অভাগ্য মাংস ব্ৰাহ্মণে যে খাইব॥
কৰতে কাটিয়া মোক কৰা দুই খান।
বিলম্ব হইলে উঠি যাইবে ব্ৰাহ্মণ॥
পুত্ৰৰ বচনে দুই কান্দিতে লাগিল।
লক্ষ লক্ষ চুম্ব তাৰ মুখ পদ্মে দিল॥
পুত্ৰক কৰিয়া কোলে কৰ্ণ পদ্মাৱতী।
ব্ৰাহ্মণৰ বিদ্যমানে গৈলা শীঘ্ৰগতি॥
অবিৰত বৃষকেতু কৃষ্ণগুণ গায়।
তিনিজনে প্ৰণমিলা ব্ৰাহ্মণৰ পায়॥

গলায় তুলসি মালা পৰিল কৌতুকে।
ৰাধা কৃষ্ণ দুটি নাম লেখি একে একে ॥
পিতা মাতা চৰণত প্ৰণাম কৰিলা।
ব্ৰাহ্মণৰ পদধূলি সৰ্ব্বাঙ্গে মাখিলা ॥
পূৰ্ব্ব মুখে বসিয়া ভাবে নাৰায়ণ।
কৰত ধৰিয়া দুয়ো দণ্ডায় তেখন ॥
গোবিন্দ বোলয় দুয়ো কাতৰ নহৈবা।
হাসিয়া কৰত ধৰি পুত্ৰক কাটিবা ॥
ৰাজা বোলে শুনা দ্বিজ নিবেদি বচন।
হাসিয়া কাটিবো পুত্ৰ দেখা বিদ্যমান ॥
হাসিয়া কৰত দুয়ো হাতে তুলি লৈলা।
ধন্য ধন্য বুলি কৃষ্ণে হাসিতে লাগিলা ॥
কৰত বৈসাই তেবে পুত্ৰৰ মাথাই।
আনন্দে বসিয়া শিশু কৃষ্ণ গুণ গাই ॥
কাটিয়া পুত্ৰৰ মুণ্ড পেলাই ভূমিতলে।
কাটা মুণ্ড ভূমি পৰি কৃষ্ণ কৃষ্ণ বোলে ॥
ভূমিত পৰিয়া তবে বৃষকেতুৰ মাথা।
উচ্চৈশ্বৰে ডাকি বোলে কৃষ্ণ বৈল কোথা।
কৰ্ণ বোলে ধন্য ধন্য আমাৰ নন্দন।
তব হস্তে ৰক্ষা পাইলো অভাগিৰ প্ৰাণ ॥
কাটিয়া পুত্ৰৰ মাংস ৰন্ধন কৰিলা।
পদ্মাৱতী পুত্ৰ মুণ্ড লুকাই ৰাখিলা ॥
পদ্মাৱতী বোলে দ্বিজ ঘৰে চলি যাইবো।
বাচাৰ মুণ্ডক লই বিনাই কন্দিবো ॥
অন্তৰে জানিলা তেবে ভকত বৎসল।
এই মুণ্ডে 'পুনৰ্ব্বাৰ ৰান্ধাবো অম্বল ॥
অন্ন ব্যেঞ্জন ৰান্ধি কৰ্ণে যোৰহাতে কয়।
ভোজন কৰিতে শীঘ্ৰে আইস মহাশয় ॥
শুন ওহে কৰ্ণ তুমি বোলয় শ্ৰীহৰি।
অম্বল নহৈলে অন্ন খাইতে নপাৰি ॥

অম্বল ৰান্ধিয়া দেহ কর্ণ মহাশয়।
ভোজন আমাৰ তেবে বৰ সুখ হয়॥
ৰাজা বোলে কিবা দিয়া ৰান্ধিবো অম্বল।
একখানি মাংস নাই ৰান্ধিছি সকল॥
গোবিন্দ বোলয় কর্ণ কহি তব কাষে।
পদ্মাৱতী পুত্র মুণ্ড লুকাই ৰাখি আছে॥
সেই মুণ্ড দিয়া তুমি ৰান্ধিয়ো অম্বল।
বিবৰণ ৰাজা তোত কহিলো সকল॥
দ্বিজ বিষ্ণু ৰামে কহে ব্যাসৰ আদেশে।
কর্ণে কৃপা কৈল প্রভু ব্রাহ্মণৰ বেশে॥
মহাভাৰতৰ পদ পৰলোক ধাম।
পলাউক পাতক ডাকি বোলা ৰাম ৰাম॥

চবি।

ৰাজা বোলে ওহে ৰাণী শুনাহ আমাৰ বাণী
ক্রন্দন কৰাহা কি লাগিয়া।
আমাৰ বচন লোৰা পুত্র মুণ্ড আনি দিয়া
অম্বল ৰান্ধিবো সেহি দিয়া॥
ৰাণী বোলে শুনা ৰাই হৃদি মোৰ বিদাৰয়
কৈক গৈলা প্রাণ বৃষকেতু।
দশ মাস দশ দিন উদৰত দিলো ঠাই
যতনা নিকাৰ তান হেতু॥
বসন ভূষণ হাড় কর্ণত কুণ্ডল আৰ
গলে শোভে সুবর্ণৰ মালা।
কটিত কিঙ্কিনি সাজে চৰণে নূপুৰ বাজে
কৰে শোভে স্বর্ণময় বালা॥
ৰাজা বোলে ৰাণী শুন পুত্র মুণ্ড শীঘ্রে আন
অম্বল ৰান্ধিবো শীঘ্র কৰি।
পুত্র মুণ্ড হাতে ধৰি কান্দে পদ্মাৱতী নাৰী
লহ বুলি দিলন্ত সুন্দৰী॥

কৰ্ণে মুণ্ড লইয়া হাতে অম্বল ৰান্ধিলা তাতে
দ্বিজ বিষ্ণু ৰামে এহি গায় ।
দাতাকৰ্ণ উপাখ্যান যিবা শুনে একমন
ধন পুত্ৰ স্বৰ্গপুৰি পাই ॥
নমো নমো নাৰয়ণ কৰা মোক পৰিত্ৰাণ
মহা ঘোৰ পাপ সাগৰত ।
সমস্ত সমাজে ঢাকি ৰাম ৰাম বোলা ডাকি
তেবে তৰা যম যাতনাত ॥

অন্ন ব্যঞ্জন ৰান্ধি কৰ্ণে যোৰহাতে কয় ।
ৰান্ধিলো অম্বল তুমি আইস মহাশয় ॥
ব্ৰাহ্মণ বোলয় তুমি শুনা মহাশয় ।
অন্ন ব্যঞ্জন তুমি কৰা চাৰি ঠাই ॥
তুমি আমি পদ্মাৱতী শিশু একজন ।
একেলগে চাৰিজনে কৰিবো ভোজন ॥
আৰু এক কথা কহো কৰ্ণ পাতি শুনা ।
নগৰৰ হন্তে এক শিশু মাতি আনা ॥
ব্ৰাহ্মণৰ বচনক নকৰিলে হেলা ।
নগৰৰ হন্তে ৰাজা গমন কৰিলা ॥
পুত্ৰ শোকে মহাৰাজা চাৰিদিশে চাই ।
হেনকালে বৃষকেতু দেখিলন্ত যাই ॥
হৰষিত হৈয়া ৰাজা পুত্ৰ লৈলা কোলে ।
লক্ষ লক্ষ চুম্ব খাই বদন কমলে ॥
পুত্ৰক কৰিয়া কোলে পুলকিত কায় ।
লোটাই পৰিল গৈয়া ব্ৰাহ্মণৰ পায় ॥
কৰ্ণ পদ্মাৱতী দুয়ো যোৰহাতে কয় ।
অপৰাধ ক্ষমা কৰা দিয়ো পৰিচয় ॥
যদি প্ৰভো পৰিচয় নেদাহা আপুনি ।
গলে চুৰি দিয়া প্ৰভু মৰিবো এখুনি ॥

আৰো নানা তুতি নতি কৰি দুই জন।
ব্ৰাহ্মণৰ চৰণত পশিলা শৰণ ॥
কৰ্ণৰ ভকতি দেখি প্ৰভু জনাৰ্দ্দন।
নিজ মূৰ্ত্তি আপুনি ধৰিলা তেতিক্ষণ ॥
শঙ্খ চক্ৰ গদা পদ্ম চতুৰ্ভুজ ধাৰী।
পৰিধান পীত বস্ত্ৰ মুকুন্দ মুৰাৰি ॥
দেখিয়া প্ৰভুৰ মূৰ্ত্তি পৰি পদ তলে।
বাহু পচাৰিয়া কৃষ্ণ কৰিলন্ত কোলে ॥
মুখে গদ গদ বাণী ধূলাই লোটাই।
আনন্দতে দুয়ো জনে নেত্ৰে নীৰ বই ॥
ব্ৰহ্মা আদি দেৱগণে নপান্ত ধিয়ানে।
হেন কৃষ্ণচন্দ্ৰ আইলা আমাৰ ভবনে ॥
কৰ্ণক আশ্বাস কৰি দৈৱকী নন্দন।
বৈকুণ্ঠ নিবাসে হৰি কৰিলা গমন ॥
এহি কথা যেই জনে কৰয় শ্ৰৱণ।
ৰোগ শোক দূৰ যাই বিপদ খণ্ডন ॥
নমো নমো ভকত বৎসল দেৱহৰি।
অগতিৰ গতি প্ৰভু মুকুন্দ মুৰাৰি ॥
পতিতক কৃপা প্ৰভু কৰা দামোদৰ।
তযু চৰণত মোৰ কোটি নমস্কাৰ ॥
মই অধমৰ অক্ষৰত শুদ্ধ নাই।
হেন জানি জ্ঞানৱন্তে ক্ষেমিতে যুৱাই ॥
কহে দ্বিজ বিষ্ণু ৰামে এৰি আন কাম।
পলাউক পাতক ডাকি বোলা ৰাম ৰাম ॥

---

# জয় নাৰায়ণ।

## আত্ম পৰিচয়।

ক্ষেত্ৰৰ মধ্যত গ্ৰাম আহাতা প্ৰধান।
অনেক গ্ৰামৰ মধ্যে গাও একখান॥
নিমু নাৰিকল গুৱা পাতা মূল যত।
মৎস্যে শস্যে জলেয়ো সম্পূৰ্ণ আছে তাত॥
আসোৱাৰ নামে গিৰি সেহি গ্ৰামেশ্বৰ।
কুলত কায়স্থ পৰিনাতি শ্ৰীপাত্ৰৰ॥
ৰূপে গুণে পণ্ডিত শ্ৰীমন্ত শুদ্ধাশয়।
আসোৱাৰ গিৰি বুলি জগতে জানায়॥
শ্ৰীমন্তৰ পুত্ৰ গোপীনাথৰ তিনি জাত।
জ্যেষ্ঠ ত্ৰিলোচন নামে জগত প্ৰখ্যাত॥
ভূষণৰ দুহিতাক বিহাকৰি সৃতি।
তান ইষ্ট গুৰুদেৱ হৈলা লক্ষ্মীপতি॥
তাহান সন্ততি কবি জয় নাৰায়ণ।
জুৰি নাম জপা নছাৰিবে নাৰায়ণ॥

---

## লক্ষ্মীপতি চৰিত্ৰ।

শুনা শুনা সৰ্ব্বজনে।
এক চিত্ত কৰি মনে॥
মাধৱৰ পুৰি খান।
কিছু কহো যেন ঠান॥
হাজো নামে পটান্তৰ।
বৈকুণ্ঠৈসে সমসৰ॥

হাজোৰ যতেক নৰ।
ভাগ্যৱন্ত নিৰন্তৰ॥
ধনে জনে বাঢ়ি যাই।
সুখ বিনে দুখ নাই॥
মাধৱৰ প্ৰসাদত।
থাকে সদা আনন্দত॥
যদি ঘোৰ পাপ কৰে।
মাধৱ দৰ্শনে হৰে॥
ইহলোকে পুণ্য সাঞ্চে।
মৰিলে বৈকুণ্ঠে বঞ্চে॥
অনো মহা পাপীচয়।
নগৰত প্ৰবেশয়॥
মাধৱৰ দেখি মঠ।
পাপ হোৱে লটঘট॥
সাক্ষাতে দেখিয়া হৰি।
কোটি পাপ দূৰ কৰি॥
পুণ্যৱন্ত হোৱে নৰ।
সমীপত মাধৱৰ॥
যিটোজনে এৰে প্ৰাণ।
তাহাৰ বৈকুণ্ঠে ঠান॥
হৈবে জানো স্বৰূপত।
শাস্ত্ৰে কহে এহিমত॥
পুণ্যৰ মাহাত্ম্য যত।
মোৰ মুখে কৈবো কত॥
মণিকুট গিৰি কাষে।
লুহিত বহন্তে আছে॥
গোকৰ্ণ গিৰিৰ কাছে।
উপভদ্ৰ তীৰ্থ আছে॥
আছে আৰু কামেশ্বৰ।
গণপতি লম্বোদৰ॥

কেদাৰ কমল দুই।
আছে শিৱ লিঙ্গ হুই ॥
মাধৱৰ ভাণ্ডাৰৰ।
নিতে বাটা পান্ত হৰ ॥
সবাৰে মধ্যত সাৰ।
মণিকুট চমৎকাৰ ॥
গিৰি তুল্য মঠ ঠাই।
মণিকুট সম নাই ॥
যাৰ পুণ্য গুণ আতি।
ত্ৰিভুৱনে গৈলা খ্যাতি ॥
দেখি আতি চক্ৰাকাৰ।
পৃথিবী মধ্যত সাৰ ॥
হেন মণি পৰ্ব্বতত।
অসুৰক কৰি হত ॥
সাক্ষাতে মাধৱ হৰি।
হয়গ্ৰীব ৰূপ ধৰি ॥
জগতক নিস্তাৰণ।
হেতু আসি নাৰায়ণ ॥
মনিকুট পৰ্ব্বতত।
ব্যক্ত আছে আসনত ॥
সুবৰ্ণ ভূষণ চয়।
শৰীৰত প্ৰকাশয় ॥
শ্যাম গাৱে পীতবাস।
মুখে দেখি মন্দ হাঁস ॥
তুলসী পুষ্পৰ মালা।
অঙ্গত জ্বলয় ভালা ॥
শিৰে চন্দ্ৰ আছে তুলি।
চামৰে থাকয় ঢুলি ॥
আছে দণ্ড নানা মত।
চন্দ্ৰতাপ ওপৰত ॥

গন্ধে পুষ্পে নৈবেদ্যতে।
পূজা ভাগ দেই নিতে॥
বাদ্য যে বাজনা চয়।
ধৰ্ম্ম কৰ্ম্ম সবে হয়॥
গীতা ভাগৱত পদ।
কীৰ্ত্তনক অবিচ্ছেদ॥
কৰে নটুৱায়ে নাট।
নৰ্ত্তকীয়ো নাচে তাত॥
গন্ধৰ্ব্বৰ যেন গীত।
শুনি সদা সুললিত॥
ধৰ্ম্ম সূৰ্য্য প্ৰকাশয়।
পাপ অন্ধকৰি ক্ষয়॥
হেনয় হাজোৰ নৰ।
ভাগ্যৱন্ত নিৰন্তৰ॥
মাধৱৰ কৰ্ম্ম বিনে।
নাহি আন ৰাত্ৰি দিনে॥
আনো কৰ্ম্ম কৰে যত।
অৰ্পি সদা মাধৱত॥
মাধৱ মাধৱ নাম।
মুখে গাৱে অবিশ্ৰাম॥
হেন হাজো নৰচয়।
তাসম্বাৰ অংশ মই॥
পাইবে ইচ্ছা কৰে মনে।
কৃপা কৰা সৰ্ব্বজনে॥
ময় পাপী দুৰাচাৰ।
যদি যোগ্য নোহো তাৰ॥
তথাপি হাজোৰ লোক।
যেন কৃপা থাকে মোক॥
তোৰা যেবে কৃপা কৰী।
দিয়া নিয়া বন্দী কৰি॥

তেবে মাধৱৰ নাম।
শুনিবাহা অবিশ্ৰাম ॥
যত লীলা মাধৱৰ।
কহিবেক কোন নৰ ॥
সুশোভন মঠ তলে।
সাক্ষাতে মাধৱ জ্বলে ॥
মাধৱক দেখে যিটো।
মুকুত হোৱয় সিটো ॥
হেনয় প্ৰভুৰ আগে।
লক্ষ্মীপতি মহাভাগে ॥
বান্ধিলন্ত নাটঘৰ।
প্ৰীতি সাধি মাধৱৰ ॥
মণিকুট পৰ্ব্বতৰ।
ছত্ৰ হৈলা নাটঘৰ ॥
মঠে দণ্ড সুশোভিত।
নৃত্যগীত চলে নিত ॥
খট খটি হৈল পাৱ।
আসন পৃথিবী মাৱ ॥
বহু গুণ পৰ্ব্বতত।
আছে ময় কৈবো কত ॥
মণিকুট পৰ্ব্বতত।
শুনা তাৰ যেন মত ॥
মাধৱৰ নাটঘৰ।
দেখিবাক মনোহৰ ॥
ৰুৱা কামি গুৰি চাল।
বিচিত্ৰ সুন্দৰ ভাল ॥
শিৰি জ্বলে শাৰী শাৰী।
যেন তৰা ঝিকি পাৰি ॥
থোম প্ৰকাশয় আতি।
উপৰত জ্বলে চৌতি ॥

আন শিল্পীকাম চয়।
থানে থানে প্ৰকাশয়॥
হেন ঘৰ থানে মানে।
নতো দেখি একো মানে॥
ধন্য বেত বাঁস কাঠ।
ধন্য ঘৰ বান্ধা দাঠ॥
ধন্য তিথিকৰ আতি।
ধন্য ধন্য লক্ষ্মীপতি॥
নিজ যশ প্ৰকাশিলা।
ধন্য মাধৱৰ লীলা॥
বিচিত্ৰ সুন্দৰ ঘৰ।
সম্মুখত মাধৱৰ॥
বান্ধাইলন্ত লক্ষ্মীপতি।
সবাৰে আনন্দ অতি॥
নাটঘৰ যেন লয়।
সবাতে বিদিত হয়॥
কি কহিবো মূঢ় মতি।
এহি মতে লক্ষ্মীপতি॥
বান্ধাইলন্ত নাটঘৰ।
সাঙ্গকৰি নিৰন্তৰ॥
ঘৰ প্ৰতিষ্ঠিবে লাগে।
আলচিয়া মহাভাগে॥
যেন মহোৎসব আতি।
কৰালন্ত লক্ষ্মীপতি॥
শুনা তাক সাৱধানে।
সাধু সভাসদগণে॥
প্ৰণামো মাধৱ হৰি।
আছা বোধ ৰূপ ধৰি॥
সমস্তৰে হৃদয়ত।
আছা কৃষ্ণ স্বৰূপত॥

ভকতি আশ্রয় কৰি।
তাতে ব্যক্ত হোৱা হৰি॥
ভকতি নাহিকে যাত।
নোহা নোহা ব্যক্ত তাত॥
নাহিকে ভকতি মোৰ।
ময় মহা পাপী ঘোৰ॥
তযু নামামৃত নদী।
বহে ব্রহ্মাক ভেদি॥
মোৰ মন মত্ত গজে।
তাতে যেন ৰঙ্গে মজে॥
তেবে সংসাৰৰ তাপ।
নপৰোঁ মাধৱ বাপ॥
এহি কৃপা কৰা মোক।
হে সভাসদ লোক॥
তোৰাক কাতৰ কৰো।
দান্তে তৃণ তুলি ধৰো॥
বোলে জয় নাৰায়ণে।
দোষ ক্ষমি সৰ্ব্বজনে॥
অনাথক কৃপা কৰি।
ডাকি বোলা হৰি হৰি॥

---

পদ।

শুনা সভাসদ এক চিত্ত কৰি মতি।
যেন মতে ঘৰ প্রতিষ্ঠিলা লক্ষ্মীপতি॥
নাট ঘৰ বান্ধি বাপু সাঙ্গ কৰিলন্ত।
গৃহৰ কৰ্ম্মক আৰ বাকী নথৈলন্ত॥
ঘৰ প্রতিষ্ঠিবে লাগি আনন্দিত মন।
ভক্ত সমে আলচ কৰিলো বিতোপন॥

মুখ্য মুখ্য শিষ্যক বুলিলা বাপু বাণী।
আমাৰ খৰচ দ্ৰব্য তোৰা দিবা আনি ॥
চাউল চিৰা দুগ্ধ গুৱা পাণ আদি কল।
কৰ্ম্মৰ সময়ে দ্ৰব্য আনিবা সকল ॥
তাসম্বাক আদেশ কৰিয়া এহি মত।
অনেক ভকত বাপু লৈলন্ত লগত ॥
বস্ত্ৰ চিনি ঘৃত লোণ আনিবাক মনে।
গুৱাহাটী নগৰক গৈলা তাৱক্ষণে ॥
আসিলন্ত লক্ষ্মীপতি আনন্দিত কৰি।
কবিৰত্ন বৰুৱাই নিলন্ত সাদৰি ॥
কৃষ্ণ আসিবাৰ যেন পাণ্ডবে শুনিলা।
সেহিমতে কবিৰত্নে আগবাঢ়ি নিলা ॥
চৰণত পৰি কৰিলন্ত স্তুতি নতি।
বৰুৱাৰ ভক্তিত তুষ্ট ভৈল লক্ষ্মিপতি ॥
ধীৰে ধীৰে কবিৰত্নে বুলিলা বচন।
কি কাৰ্য্যে ই ঠাইক কৰিয়াছা আগমন ॥
লক্ষ্মীপতি বোলন্ত আজ্ঞায়ে মাধৱৰ।
মণিকূট উপৰত বান্ধিলো নাটঘৰ ॥
সেহি ঘৰ প্ৰতিষ্ঠিবে লাগয় সম্প্ৰতি।
যথা ব্ৰত কথা কহিলন্ত লক্ষ্মীপতি ॥
বাপুৰ বচন শুনি অমৃতৰ লয়।
আছোক বৰুৱা মেৰু জনেও টলয় ॥
কথা শুনি কবিৰত্নে বুলিলেক মাতি।
গোপালৰ পুত্ৰ ধন্য ধন্য লক্ষ্মীপতি ॥
জগন্নাথ অংশ তুমি ব্যক্ত পৃথিবীত।
তোমাৰ বচনে মোৰ দ্ৰবিলেক চিত্ত ॥
তুমি সম প্ৰাণী নতো পাওঁ এক ঠাই।
মোক বশ্য কৰিলাহা তোমাৰ কৃপাই ॥
তুমি ঈশ্বৰৰ অংশ জানিলো নিশ্চয়।
এহি বুলি আনি দিলা দিব্য এক হয় ॥

এহি ঘোৰা ওপৰত ফুৰিবাহা উঠি।
বাপু লক্ষ্মীপতিও লৈলন্ত মন তুষ্টি॥
আনো নানা দ্রব্য আনি দিলা বহুতৰ।
ভকতি দেখিয়া তুষ্ট গোপাল পুত্রৰ॥
পাছে লক্ষ্মীপতি দ্রব্য কিনিয় আনয়।
ভক্তৰ গতান কৰি দিলন্ত চলাই॥
বৰুৱাক আশীর্ব্বাদ কৰি বুলিমাতি।
ঘোঁৰাত উঠিয়া আসিলন্ত লক্ষ্মীপতি॥
ভকত সবক বপু বুলিলা বচন।
বৈষ্ণৱক আনিবাক যায়ো ভক্তগণ॥
মহন্ত বৈষ্ণৱ সাধু আছে যত মানে।
নিৰন্তৰে আসন্তক মাধৱক থানে॥
তাৰাত জনাই মোৰ স্তুতি ভক্তলোক।
সত্বৰে আসিব যদি কৃপা আছে মোক॥
ময় যাওঁ ভট্টাদেৱ আনিবাক প্রতি।
এহি বুলি চলিলন্ত বাপু লক্ষ্মীপতি॥
সুমঙ্গল সময়ত যাত্রা কৰি গৈলা।
দিনে ৰাত্রি যাই বিয়াসকুছি প্রবেশিলা॥
যাই লক্ষ্মীপতি কথা শুনিলন্ত পাছে।
ভট্টদেৱ ঈশ্বৰ পূজা কৰি আছে॥
আথে বেথে লক্ষ্মীপতি ঘোঁৰাৰ নামিলা।
যৈত পূজা কৰে দেৱ তৈকে লাগি গৈলা।
পূজা সাঙ্গ কৰি গীতা পঢ়িয়া আছন্ত।
লক্ষ্মীপতি পিঠি ভাগে দ্বাৰে ৰহিলন্ত॥
ষষ্ঠ আধ্যা গীতা সাঙ্গ কৰিবাক আছে।
সেই বেলা ভট্টদেৱে দেখিলন্ত পাছে॥
পিঠি ভাগে লক্ষ্মীপতি দ্বাৰত আছন্ত।
গীতা থৈয়া চমকিতে দেৱ উঠিলন্ত॥
গোপাল পুত্রক প্রভু পূজিবাক মনে।
গন্ধ পুষ্প নৈবেদ্য লৈলন্ত তেতিক্ষণে॥

খৰতৰ বেগে প্ৰভু গৈলা আগবাঢ়ি।
গোপাল পুত্ৰক মনে মানিলন্ত হৰি॥
দেখি লক্ষ্মীপতি পৰিলন্ত দণ্ডৱতে।
ভট্টদেৱে আলিঙ্গি ধৰিলা আনন্দতে॥
লক্ষ্মীপতি বোলে প্ৰভু গীতা পঢ়া আগে।
পূজা সাঙ্গ কৰি মোক সম্ভাষিবে লাগে॥
ভট্টদেৱে বোলন্ত শুনিয়ো লক্ষ্মীপতি।
ময় জানো বাপু তুমি জগন্নাথ মূৰ্ত্তি॥
তোমাক এৰিয়া আৰু পূজিবো কাহাক।
কৈত আছে কৃষ্ণ বাপু দেখাও আমাক॥
একোমতে তোমাক নাপায় লাগ যেবে।
প্ৰতিমা আগত থৈয়া পূজে লোকে তেবে॥
আজি তুমি সাক্ষাতে আসিছা লক্ষ্মীনাথ।
মোৰ মনে মাধৱ তুমিসে জগন্নাথ॥
চৈতন্য মূৰ্ত্তিক এৰি জড়ক পূজয়।
ঘন ক্ষীৰ এৰি কোনে দুগ্ধক ভুঞ্জয়॥
এতেকে তোমাক মই পূজিবো সম্প্ৰতি।
কিবা প্ৰয়োজনে আসিয়াছা লক্ষ্মীপতি॥
শুনিলোহোঁ স্বপ্নে আজ্ঞা পাই মাধৱৰ।
মণিকূট উপৰে বান্ধিলা নাটঘৰ॥
কিবা ঘৰ বান্ধা সাঙ্গ কিবা নাই হয়।
আপোনাৰ কুশল কহিয়ো সমুদয়॥
হেন শুনি লক্ষ্মীপতি বুলিলা বচন।
সমস্ত কুশল যাত তুমি সুপ্ৰসন॥
প্ৰয়োজন পুছিলাহা কহিয়ো সমূলি।
সবে জন লৱে প্ৰভু তৱ পদ ধূলি॥
তুৱা পদ ধূলি লৈব মোৰ আছে আশ।
সিকাৰণে প্ৰভু আসি আছো তযু পাশ॥
মাধৱৰ আগে মণিকূট ওপৰত।
নাট মন্দিৰক বান্ধি কৰি সমাপত॥

সেহি ঘৰ প্ৰতিষ্ঠিবে সম্প্ৰতি লাগয়।
একত্ৰ কৰিবো যত বৈষ্ণৱ আছয় ॥
সবাৰে মাজত প্ৰভু তুমি মেৰু গিৰি।
ব্ৰহ্মাদিৰো মধ্যে যেন প্ৰকাশন্ত হৰি ॥
বৈষ্ণৱৰ মাজে প্ৰভু তুমি সেহি মত।
জানি সেৱা কৰোঁহোঁ তোমাৰ চৰণত ॥
তুমি জগন্নাথ অংশ সাক্ষাতে মাধৱ।
তুমিসে গোপাল পিতৃ তুমিসে বান্ধৱ ॥
কৃপা কৰি যেবে মোৰ বুলিছা আমাক।
তেবেসে সেবিবে প্ৰভু পাৰিবো তোমাক ॥
যদি তযু অনুগ্ৰহ আছে মোক প্ৰতি।
হাজোক লাগিয়া তেবে চলিয়ো সম্প্ৰতি ॥
বৈষ্ণৱ সবাৰ মাজে লোক বিদ্যমানে।
তোমাক পূজিবো মই মাধৱৰ থানে ॥
তেবেসে মোহোৰ জন্ম হোৱয় সাম্ফল।
যদি তুমি যোৱা তেবে মোৰ কৌতুহল ॥
যেন শুনি ভট্টদেৱে বুলিলন্ত বাণী।
নালাগে বুলিবে বপু আগে আছো জানি ॥
তুমি জগন্নাথ আসি আছা যেতিক্ষণ।
তেখনে জানিবা মোৰ পালটিলা মন ॥
মাধ জগন্নাথ মোক টানা হাতে ধৰি।
হাজোক নাযাই মই ৰৈবো কেনে কৰি ॥
যেন তেন কৰি মোক নিয়া লক্ষ্মীপতি।
অৱশ্যে সাধিবে লাগে তযু মন প্ৰীতি ॥
বুলিলন্ত লক্ষ্মীপতি কৰি নমস্কাৰ।
সেহি মতে নিবো আজ্ঞা যি হয় তোমাৰ ॥
নৌকাত উঠিয়া যদি যাবা খোজা মনে।
নাৱ মানুহক প্ৰভু দিবোহোঁ এখনে ॥
যদি বোলা দোলাৰ ওপৰে যাবো উঠি।
তাকো এতিক্ষণে দিবো তব মন তুষ্টি ॥

যদি বোলা যাবো সুখ পালৰ ওপৰে।
তাকো আনি প্ৰভু ময় দিবোহোঁ সত্বৰে॥
যদি বোলা ঘোৰাৰ উপৰে যাবো মই।
লগতে আছয় মোৰ দিবো এহি হয়॥
যদি বোলা উঠি ময় যাবো গজ পৃষ্ঠে।
তাকো আনি প্ৰভু মই দিবো নিষ্ঠে নিষ্ঠে॥
ইচ্ছা কৰি আছোঁ ধূলা লবো চৰণৰ।
যেনে তেনে নিবোঁ মণিকূটৰ উপৰ॥
অনন্তৰে ভট্টদেৱে বুলিলন্ত বাণী।
পাৰিবাহা লক্ষ্মীপতি মই আছোঁ জানি॥
আপুনি লক্ষ্মীৰ পতি হৈলা অৱতাৰ।
হস্তী ঘোৰা দিবা কোন অসাধ্য তোমাৰ॥
এক ৰূপে জগন্নাথ নৱ ৰূপ ধৰি।
গোপাল সখিৰ গৃহে আছা অৱতৰি॥
মুহিকে মনুষ্য তুমি জানিছোঁ নিশ্চয়।
লোকে নাজানিয়া বোলে গোপাল তনয়॥
মণিকূট উপৰে বান্ধিলা নাটঘৰ।
কোন জনে হেন কৰ্ম্ম সাধে মাধৱৰ॥
যাতো তুমি সাক্ষাতে আপুনি লক্ষ্মীপতি।
সিকাৰণে মাধৱৰ সাধিলাহা প্ৰীতি॥
তোমাৰ বচনে মই যাইবো নিশ্চয়।
নৌকাত পৰিয়া যাবো একো নলাগয়॥
তুমি আগ হোৱা বাপু ময় যাবো পাছে।
তোমাৰ সি ঠাইত বহু কৰ্ম্ম কাৰ্য্য আছে॥
শুনি লক্ষ্মীপতি কৰিলন্ত নমস্কাৰ।
ঘোৰাত উঠিয়া আসিলন্ত পুনৰ্ব্বাৰ॥

---

# কামদেৱ বিপ্ৰ।

## অশোক চৰিত্ৰ।

ব্ৰাহ্মণৰ বেশ ধৰি প্ৰভু দেৱ শ্ৰীহৰি,
অশোকৰ গৃহে চলি গৈলা।
ঘৰত আছয় কোন পৰদেশী ব্ৰাহ্মণ,
ক্ষুধায়ে মোহোৰ প্ৰাণ গৈলা॥
পেটে অন্নে ছিঙ্গি যাই তিনি দিন অন্ন নাই,
ভাৰ্য্যা পুত্ৰ নাহিকে আমাৰ।
গাৱত নাহিকে কানি মই বৰ অপৰাণি,
বৃদ্ধকালে ভৈলোঁ দেশান্তৰ॥
তুমি বৈষ্ণৱাকৃতি যুৰিলন্ত চতুৰ্ভিতি,
মোক আজি কৰাহা ভোজন।
নাহি মোৰ বাপ ভাই মাগি ফুৰো সৰ্ব্বদাই,
লঘনতে ছাৰে মোৰ প্ৰাণ॥
শুনিয়া অশোক ঋষি গাৱ চালি তেতিক্ষণে,
ব্ৰাহ্মণক পাইলা দৰিশন।
আসিয়োক গুৰু বাপ খণ্ডোক সকল পাপ,
তুষ্ট হৌক মোৰ পিতৃগণ॥
মোৰ পুৰুষৰ ভাগ্য তোমাক পাইলোঁহোঁ লাগ,
ব্ৰাহ্মণক কৰাইবোঁ ভোজন।
তুমি হেন ব্ৰাহ্মণক নতু দেখোঁ চিৰকালে,
সাক্ষাততে যেন নাৰায়ণ॥

গৃহৰ ভিতৰ কৰি পখালিলা দুয়ো ভৰি,
ব্ৰাহ্মণক কৰি বহু মান।
সেহি পাদোদক ধূলি পিতৃক তৰ্পন কৰি,
শিৰে ধূলি কৰিলে গ্ৰহণ॥
পাদ্য অৰ্ঘ্য আচমণী মধুপৰ্ক দিয়া আনি,
বিধিৱতে কৰিলা প্ৰণাম।
ছাৰি সবে আন কাম তৰি সবে যত আন,
নিৰন্তৰে বোলা ৰাম ৰাম॥

ব্ৰাহ্মণে বোলন্ত যে আশোক মহাঋষি।
মৃতকৰ ঘ্ৰাণ পাইলোঁ তোৰ ঘৰে আসি॥
এহি বুলি হৰি পাছে ঢাকন ঠেলিলা।
অন্তৰিল ঢাৰি খান সবাক দেখিলা॥

দেখিয়া তেখনে অন্তৰিল নাৰায়ণ।
কেন মতে পাপীষ্ঠই মোক যাচা অন্ন॥
কিবা তোৰ ভাৰ্য্যা পুত্ৰ ঘৰে যাই মৰি।
কিমতে ভোজন কৰো গদধন কৰি॥

জানিলোঁ সাক্ষাতে তই চণ্ডাল সমান।
প্ৰাণ যদি যাই তেৱে নুভুঞ্জিবো অন্ন॥
শৱ দৰশনে কৰিবাক লাগে স্নান।
তাক থৈয়া কেন মতে কৰাহা ভোজন॥

এহি বুলি তেখনে উঠিলা নাৰায়ণ।
দেখিয়া অশোক ঋষি ধৰিলা চৰণ॥
অশোক বদতি গুৰু শুনিয়োঁ বচন।
আপুনি জানাহা তুমি শাস্ত্ৰ যে পুৰাণ॥

কৈত ধনজন পুত্ৰ আৰ পৰিবাৰ।
অসাৰ সংসাৰ সবে কিছো নহে সাৰ॥
কৈত পাইবোঁ ভাৰ্য্যা পুত্ৰ কৈত পাইবোঁ ঘৰ।
কোনেবা কাহাক দেখা কৰে উপকাৰ॥

মৃত্যু ভৈলে যিতো জীউ যাই কোন থানে।
যিবা পিণ্ড দান দেই পায় কোন জনে॥
দুই নেত্র যাই চন্দ্র সূৰ্য্যৰ পাশক।
অশ্বিনী কুমাৰ যাই হৰৰ পাশক॥

কৰ্ণৰ দেৱতা যাই গগণ আকাশ।
পাৱনী গঙ্গায়ে যাই হৰৰ কৈলাস॥
শৰীৰৰ বলবীয লৈযান্ত বৰুণে।
কণ্ঠৰ সৰস্বতী যাই বিষ্ণুৰ ভৱনে॥

চাল মাংস মেধ মানে ভস্ম হুয়া যাই।
যেন তাটকিয়া ফুৰে তাটক খেলাই॥
যেহেন গৃহস্থ সবে তেজি যাই ঘৰ।
মৰণ জীৱন জানা সেহি পটন্তৰ॥

যিতো অন্তর্য্যামী হৰি আছে ত্রিদশত।
তেহে ক্ষিতি হন্তে যাই বিষ্ণুৰ পুৰত॥
সমস্ত দেৱতা যাই আপুনাৰ থান।
কোন দেৱে তাক কৰিবেক পিণ্ডদান॥

যেন এক বৃক্ষে নানা পক্ষী লয় ঠাই।
ৰজনী প্ৰভাত ভৈলে দশ দিশে যাই॥
কোনেবা কাহাক দেখা কৰে উপকাৰ।
সেহি পটন্তৰ ভৈলা পুত্ৰৰ আমাৰ॥

মাধৱে বোলন্ত কিনো বৈষ্ণৱ প্ৰধান।
ইহাৰ ভাৰ্য্যাৰ মই জিজ্ঞাসিবে মন॥
বৈষ্ণৱৰ মন তুষ্ট হৱে কেন কৰি।
কেন মতে অন্ন খাইবোঁ পুত্ৰ আছে মৰি॥

টকান ধৰিয়া গৈয়া ব্ৰাহ্মণীৰ ঠাই।
ধীৰে গৈয়া ব্ৰাহ্মণীৰ পাছে পালে ঠাই॥
মাধৱ বদতি ওৰে শুনিয়ো ব্ৰাহ্মণী।
পুত্ৰ মৰি আছয় ভোজন কৰা তুমি॥

চণ্ডালৰ বাপ তোৰ কিছু নাহি ধৰ্ম্ম।
মাতৃ হুয়া কেনে এৰিলেক পুত্ৰমৰ্ম্ম ॥
দশ মাস গৰ্ভত বহিলি তই ভাৰ।
পুত্ৰেসে কৰিতে পাৰে পুৰুষ উদ্ধাৰ ॥

গঙ্গা স্নান কৰিয়া গঙ্গাত পিণ্ডদান।
পুত্ৰৰ নিমিত্তে স্বৰ্গে লোকে পাৱে থান ॥
এনয় পুত্ৰক লাগি এৰিলি সন্তাপ।
কিনো নিদাৰুণ ভৈলো তোৰ মই বাপ ॥

ব্ৰাহ্মণী বদতি প্ৰভু শুনিয়ো আতাই ॥
কৈত পাইলা পুত্ৰ জীউ কৈত পাই ভাই ॥
আসন্তে লাঙ্গতে আসে যাইতে যাৱে শূন্য।
লগৰ সাৰথি যাই পাপ আৰু পূণ্য ॥

পুত্ৰৰ ধৰ্ম্মক মই নকৰোঁহো আশ।
ততেকে নাটকে দেখা ইতো গৃহবাস ॥
ৰাজ পথে থাকে যে মণ্ডল পত্ৰ খান।
অনেক মনুষ্য তাতে হৰে একথান ॥

ক্ষণেক বিশ্ৰাম কৰি দশ দিশে যাই।
মোহৰ পুত্ৰৰ ভাল তবোধ পৰাই ॥
হেন শুনি আশ্চৰ্য্য ভৈলন্ত চক্ৰপাণি।
জানিলো নিষ্ঞান ভৈল আৰা দুয়ো প্ৰাণী ॥

যতেক জিজ্ঞাসি চাওঁ দেখোঁ সেহি নয়।
তাত পাছে নাৰায়ণে কন্যাত পুছই ॥
গোবিন্দ বদতি শুনিয়োক বৰনাৰী।
প্ৰত্যক্ষ দেখিলো তোৰ স্বামী আছে মৰি ॥

কেন মতে তোহোৰ পেটত ৰুচে ভাত।
জানিলো জাতিত আৰ নাহিকে সঞ্জাত ॥
মৎস্যে মাংসে লোণে যে তাম্বুল উপভোগ।
বিধবা নাৰীৰ ভুঞ্জিবাক নহে যোগ্য।

স্বামীৰ লগত মৰি অনুগামী যাই।
আঠ কোটি বৎসৰ স্বৰ্গত সুখ পাই॥
মনুষ্যৰ গাৱত লোম আছে যত যত।
তত কালে থাকিবেক স্বৰ্গ ভুবনত॥

কন্যায়ে বোলন্ত গুৰু শুনিয়ো উত্তৰ।
কাৰ স্বামী কাৰ ভাৰ্য্যা কোত পাইবোঁ ঘৰ॥
স্বামীৰ লগত যিতো অনুগামী হয়।
আঠ কোটি বৎসৰ স্বৰ্গত সুখ পাই॥

পূৰ্ণ ৰথ ভৈলে পূৰ্ণ ৰূপী হৈবো পাত।
সি সব মোক্ষক প্ৰভু নকৰো সঞ্জাত॥
চিৰতন ধৰ্ম্ম আছে হৰি কীৰ্ত্তনৰ।
বৈকুণ্ঠ নগৰে থাকি পাপ হন্তকৰ॥

পূৰ্ণৰূপী গমনক মোৰ লাগে দৰ।
নুহিকয় স্বামী মোৰ ময়ো সাতপৰ॥
জলৰ বেগত যেন ভাসি যাই জাঁজি।
ক্ষণিতেক থাকে গৈয়া বৃক্ষত আউজি॥

জলৰ বেগত ভাসি দশো দিশে যাই।
মোহোৰ স্বামীৰ ভৈলা তবোধ পৰাই॥
হেন শুনি মনে মনে গুণন্ত মাধৱ।
জানিলোঁ কন্যায়ে ভৈলা পৰম বৈষ্ণৱ॥

এহি বুলি তাত পাছে প্ৰভু নাৰায়ণ।
মৃতকৰ গাৱে হাত দিলা তেতিক্ষণ।
যেতিক্ষণে নাৰায়ণে গাৱে হাত দিলা।
নিদ্ৰাৰ জাগিয়া যেন উঠিয়া আসিলা॥

কৃষ্ণ কৃষ্ণ কৃষ্ণ মাত্ৰ কৰে ঘনে ঘন।
গোপাল গোবিন্দ হৰি গৰুড় বাহন॥
অনাথৰ নাথ প্ৰভু তুমি মোৰ গতি।
তোমাৰ চৰণে মোৰ নছাৰোক মতি॥

বৈষ্ণৱৰ দুঃখ মই দেখিবোহো কত।
এহি বুলি নাৰায়ণ ভৈলন্ত বেকত ॥
শঙ্খ চক্ৰ গদা পদ্ম গৰুড় বাহন।
প্ৰত্যক্ষ স্বৰূপে দেখা দিলা নাৰায়ণ ॥



# ভদ্ৰ চাৰু দাস।

## অনন্ত চৰিত।

[ কোৱামৰা সত্ৰ ]

এহি মতে আনন্দতে কতো দিন গৈল।
পাছে ৰাজ হুকুমে জগড়া গাত ভৈল॥
অনেক জগড়া ভাত ধৰা আদি কৰি।
তাৰ পদ নকৰিলোঁ বাহুল্যক ডৰি॥
তথাপিতো ধন লোৱা জগৰৰ কথা।
তাৰ কিছু কহো আবে শুনিয়ো ব্যৱস্থা॥
গদাধৰ সিংহ ৰাজা আদেশ কৰিলা।
সমস্তে সত্ৰকে ধন লৈবেক বুলিলা॥
ৰাজদূত সবে পাছে সত্ৰে সত্ৰে পশি।
নানা শাস্তি কৰিধন লৱয় আগ্ৰসি॥
গোবিন্দ পুৰতো দূত প্ৰবেশিলা যাই।
ভক্ত সবে মহাৰঙ্গে আছা নাম গাই॥
যেহি বেলা দূত গোঁসাই গৃহত পশিলা।
ভকত সবক গৈয়া বন্দীক কৰিলা॥
টেকেলাই বোলে বাপ ৰাজাৰ কথাক।
আসিছে তোমাক প্ৰতি শুনিয়োক তাক॥
শুনি আতা উপায়ন সকল আনাইলা।
ৰাজদূত সবে ৰাজ কথাক শুনাইলা॥
ৰাজা বোলে দিয়ো চাৰি হাজাৰ টকাক।
আৰু আজ্ঞা হুইছে গোঁসাই গৃহ পুৰিবাক
আৰু ঈশ্বৰৰ যত মূৰতি আছয়।
ভাঙ্গিবে লাগয় তাক জানিবা নিশ্চয়॥

আৰু বোলে মোৰ ৰাজ্যে নাম যিতো গায়।
কাটিবো তাহাক নিস্তে মোৰ দাই নাই॥
এহি আজ্ঞা কহি দূত নিজমে ৰহিলা।
সবাৰে মুণ্ডত যেন নির্ঘাত পৰিলা॥
মহামৰ্ম্মে কান্দে ভক্তে হুমহুমি কৰি।
চক্ষুৰ লোতক ধাৰে পৰে সৰসৰি॥
নাৰী সবে কান্দে কান্দে বাপেক সকল।
সবে পত্র বস্তু শোকে ভৈ গৈল বিহ্বল॥
পাছে দূতসব সিতো পৰম প্রচণ্ড।
হৰি গৃহ পশি কৰিলেক লণ্ডভণ্ড॥
আসনত যত যত মূৰ্ত্তিক পাইলেক।
পাপীষ্ঠ সকলে সবে নমাই আনিলেক॥
কতো দাৰুময় কতো সব পাথৰৰ।
কতো ধাতুময় মূৰ্ত্তি পৰম সুন্দৰ॥
ধাতুময় সকলক ভাঙিয়া লৈলেক।
দাৰুময় পাথৰক জলে খেপিলেক॥
আছে এক জন মূৰ্ত্তি বাসুদেৱ নাম।
পৰম সুন্দৰ যাক নাহিকে উপাম॥
পূৰ্ব্বত মাধৱদেৱে নিৰ্ম্মান কৰাইলা।
প্রতিষ্ঠা কৰায়া বাসুদেৱ নাম থৈলা॥
সুন্দৰ নটুৱা যিতো ভকত উত্তম।
বেলকাষ্ঠে মূৰ্ত্তি নিৰ্ম্মিলেক মনোৰম॥
শ্ৰীমন্ত মাধৱে কতো বৰিষ সেবিলা।
পুৰ্ষোত্তমদেৱে পাছে জনিয়াক দিলা॥
বেষাৰক গৈলা যেবে দেব পুৰ্ষোত্তম।
জনিয়া থানতে ৰৈলা মূৰ্ত্তি মনোৰম॥
চতুৰ্ভূজ দেৱে বিষ্ণুপুৰে সত্র পাতি।
প্রতিমাক তৈতে নিলা শঙ্কৰৰ নাতি॥
পাছে আই লক্ষ্মী আইলা বৰদোৱা থানে।
তৈতে মূৰ্ত্তি থাপিলন্ত কতো দিন মানে॥

আতা প্ৰভু পাছে কোৱামৰা সত্ৰ পাতি।
সেহি মূৰ্ত্তি থাপিলন্ত ভক্তিভাৱে আতি॥
যাহাৰ মহিমা সব কহন নযাই।
অন্ধো সবো সেৱা কৰি চক্ষু আছে পাই॥
বোবায়ো অৰ্চনা কৰি স্পষ্ট হোৱে মাত।
বন্ধ্যায়ো তনয় পাৱে যাহাৰ কৃপাত॥
নিধনীৰ ধন হোৱে খোৰা লাঠি পাই।
যেহি বাঞ্ছা সেৱা কৰে সবে সিদ্ধি হয়॥
হেন বাসুদেৱ মূৰ্ত্তি আসনত আছে।
বিদূৰতে দুষ্ট সবে দেখিলেক পাছে॥
সেহিগোট গোঁসাই বুলি আনিবাক গৈলা।
সমীপ চাপিয়া সিতো কিছু নেদেখিলা॥
অন্ধকাৰ দেখি দুষ্টে আসিল হুহকি।
আউৰ গোটা খেদি গৈল দিয়া তৈকে উকি॥
সমীপ চাপিলা গোঁসাই আনিবাক প্ৰতি।
তিৰিমিৰি অন্ধকাৰ দেখিলেক আতি॥
পাছে গুচি গৈল হাতে চক্ষু ঢাকি পাপী।
আৰোসব খেদি খেদি যাৱয় তথাপি॥
আচোক আনোক গৈয়া ওচৰো নপায়।
সমুদায় প্ৰতিমাক কেহো নেদেখয়॥
টেকেলা সকলে পাছে আলোচ কৰিল।
বোলে আজি ৰাতি ভৈল তাতে নেদেখিল॥
কালি আৰ মহিমা কৰিবো সবে ঠাই।
ঘৰে সমে অগ্নি লগাই কৰিবোহো ছাই॥
আজি আমি সকলে থাকিবো পৰ দিয়া।
ভকতে নিবেক চুৰি কৰিয়া আসিয়া॥
এহি বুলি দুষ্ট সবে আলোচন কৰি।
টক লগাই থাকিলেক নিদ্ৰা পৰিহৰি॥
আপোন গৃহত আতা আছা দুখমনে।
আসন ভিৰিয়া বসি নাম লন্ত ঘনে॥

হৃদয়ত ব্যক্ত হুয়া গোঁসাই বুলিলা।
ম্লেচৰ মাজত আবে মোহোক এৰিলা॥
আসনতে আছো এবে আনিয়ো আহ্মাক।
দেখিবাৰ লাগি শঙ্কা নকৰা তোহ্মাক॥
এহি বুলি হৰি মূৰ্ত্তি অন্তৰ্দ্ধান ভৈলা।
আজ্ঞা পায়া আতা প্ৰভু শিঘ্ৰে চলি গৈলা॥
সেহি বেলা ৰাত্ৰি আবে হুয়া গৈল শেষ।
গোঁসাইৰ গৃহত আতা ভৈলন্ত প্ৰবেশ॥
টেকেলা সবাক পাছে দেখিলন্ত গৈই।
আন্যো অন্যে হাঁসি মাতি আছে কথা কই॥
বন্তি সব লগাই থৈয়া আছে দুয়ো পাশে।
তাৰ মধ্যে পশি আতা যান্ত লাসে লাসে॥
প্ৰতিমাক পাই আতা কোলে তুলি লৈলা।
মূৰ্ত্তি এক আছে কাষে তাক থাপি থৈলা॥
যেনমতে বসুদেৱ নন্দ গৃহে যাই।
কৃষ্ণ থৈয়া কন্যা লৈয়া আসিলা দুনাই॥
সেহি মতে আতা প্ৰভু মূৰ্ত্তি কোলে ধৰি।
আপোনাৰ গৃহে আনি থৈলা যত্ন কৰি॥
কৃষ্ণ কোলে লৈয়া যেন যান্ত বসুদেৱে।
পালি পহৰিয়া সবো নেদেখিলে কেৱে॥
সেহিমতে আতা পুৰুষকো নেদেখিল।
কতোক্ষণ আসি পাছে ৰজনী পুহাইল॥
হেন দেখি উঠিল টেকেলা সমস্তয়।
দেখে মূৰ্ত্তি গোট বসি আসনে আছয়॥
একগোটা উঠি গৈয়া আনিল তেখনে।
মাৰ মাৰি ভাঙি সবে হাসে ঘনে ঘনে॥
কালি ইটো মহিমা দেখাইলে কৰি বৰ।
আজি আৰ মহিমা কৰিলো সবে চূৰ॥
যেন জৰাসন্ধে পৰ্ব্বতত জুই দিয়া।
হাসয় আনন্দে কৃষ্ণ মৰিল বুলিয়া॥

সেহিমতে দুষ্ট সবে হাসে মাতে চাই।
কিঞ্চিতেকো নুবুজিল সিতো অভিপ্ৰায়॥
পাছে জোন্ত লগাই গোঁসাই গৃহে জুই দিল।
টুপৰ ফালত সিতো অগনি লাগিল॥
আতা সমে ভক্তে চাহি আছে তধা দিয়া।
বোলে সবে সত্ৰ ভস্ম কৈল জুই দিয়া॥
চক্ষুৰ লোতক সমস্তৰে পৰে জৰি।
নুমাইল অগনি জাপি গোট মান পুৰি॥
টেকেলা সকলে পাছে পুনু জোন্ত ধৰি।
গৃহৰ মধ্যত লগাইলেক ক্ৰোধ কৰি।
কিছুমানে চেঞ্চাপোৰা হুয়া নুমাইলেক।
ৰাজদূত সকলেও চাহি আছে তাক॥
পুনু পুনু জোন্ত ধৰি অগনি লগাই।
আছোক লাগিবে জুই জুৰোও নুমাই॥
দেখি দূত সবে ক্ৰোধে বুলিলেক তথা।
ঢেকেৰী ভকত ইটো জানে বহু কথা॥
অগ্নিকো মাৰিলে ধৰে কিবা কৰিচয়।
দেখাহা তাতেসে ইটো ঘৰ নুপুৰই॥
এহিবুলি ক্ৰোধে গালি পাৰিলে বিস্তৰ।
অনাইল হাঙ্কাৰি পাছে লোক বহুতৰ॥
অস্ত্ৰ ধৰাই গৃহখান কাটায়া পেলাইলা।
ঠাই ঠাই কৰি খেৰ কাষ্ঠক দোলাইলা॥
পৰম সুন্দৰ গৃহ বিমান পৰাই।
দুষ্টসবে কটাই পুৰাই কৰিলেক ছাই॥
তাত পাছে ভকত সবক বন্দী কৈলা।
মহাক্ৰোধ কৰি বাক্য বুলিবাক লৈলা॥
জানা তোৰা সবে ৰাজ আজ্ঞা নমানাহা।
ধন আনিবাক কৈলো তাহাকো ননাহা॥
লঘু হেন দেখা আৰে ৰাজাৰ কথাক।
হেন শুনি আউৰ গোটে পাছে বোলে বাক॥

ভকতৰ আগে ৰাজ আজ্ঞা কোন হয় ।
তত্ব নেদেখিলে কিছু টকাক নেদয় ।।
দেখাইবো তত্বৰ মুখ মোৰ দাই নাই ।
শুনি আতা ধন অনাইলন্ত বিচৰাই ॥
আপোনাৰো গৃহে ধন যতেক আছিল ।
ধাৰে আনি সবে মিলি সহস্রেক দিল ॥
আতা দূত সবকো সম্বোধি বোলে বাণী ।
নোহো আমি তেনেমত ধন অঢ্য প্রাণী ॥
গৃহতো আছিল যত লোকতো মাগিয়া ।
হাজাৰেক টকা আমি দিয়াছো আনিয়া ॥
শুনি দুৰাচাৰ সবে ক্রোধত জ্বলিল ।
ৰাজাৰ আজ্ঞাক দেখো তোৰা নমানিস ॥
মান্য কৰি খোজো আমি ভকত বুলিয়া ।
তথাপিতো ধন আৰে নেদয় আনিয়া ॥
লোণ আঙ্গুলিয়ে কিয় ঘৃত আসিবেক ।
আজি আমি আৰ মান সবে সাধিবেক ॥
এহি বুলি ধৰমাৰ কৰিয়া উঠিল ।
সবে ভকতক ধৰি পঘা সাঙুৰিল ॥
কিল ভুকু মাৰে ধৰি কোবোৱাই টানি ।
দিবিবা নিদিবি ধন কহ সত্য বাণী ॥
ছোট পায়া ভক্ত সবে বোলে ৰাম হৰি ।
কতোহো ভকতে কান্দে হুমহুমি কৰি ॥
দেখি আতা পুৰুষৰ শোকক্রতি নাই ।
দুয়ো নয়নৰ নীৰ ধাৰে বহি যাই ॥
গদ গদ বাক্যে পাছে বুলিলা বচন ।
হে ৰাজদূত সব হুয়োক প্রসন্ন ॥
নমাৰা নমাৰা সবে ক্রোধ এৰিয়োক ।
বিচাৰি আনিতে ধন দিনক দিয়োক ॥
শুনি দূতসবে পাছে সঙ্কুকি বসিলা ।
ধন আনিবাক দশ দিন সংখ্যা দিলা ॥

চৌৰাৰ মধ্যত বৰ গৰাল কৰিলা।
তাতে সবে ভকতক ভৰাই ৰাখিলা॥
পাছে আতা পুৰুষে ধনক গোটাইলেক।
গাই গৰু মহিষ সবাকো বিকিলেক॥
ভকতৰ জল পাত্ৰ যতেক আছিল।
আপোনাৰো ধাতুময় পাত্ৰ সবে দিল॥
আই দুজনাৰো আছে অলঙ্কাৰ যত।
খসায়া আনিয়া তাক দিলন্ত সমস্ত॥
সবে মিলি পঞ্চশত টকামান ভৈল।
টেকেলা সকলে তাক লেখি জুখি লৈল॥
তথাপি নভৈল শান্ত দুৰ্জ্জনৰ চিত্ত।
যেন ভগা খোল পুনু নপাৰি ৰচিত॥
ভকতক মাৰে ক্ৰোধ কৰি অতিশয়।
দশোদিশে পলাইল ভকত হুয়া ভয়॥
প্ৰাণ ৰক্ষা কৰি কতো পুত্ৰ ভাৰ্য্যা লই।
ঘোৰ অৰণ্যত পশি লুকায়া থাকয়॥
আতাৰ তনয় ৰামৰায় আদি কৰি।
দিশাদিশি কৰি সবে গৈলেক অন্তৰি॥
যাঠি জন মান ভক্ত ৰহিল তহিত।
তাকে শাস্তি কৰে দুষ্ট সব নিতে নিত॥
শেষ সময়ত যত দুখ ভক্তে আছে পাই।
কতেক কহিবো আৰে সি সব বিলাই॥
এহি মতে দুখ ভুঞ্জি কতো দিন আছে।
ওপৰা টেকেলা এক আসিলেক পাছে॥
মধ্যাহ্ন বেলাত আসি চৌৰাত বহিল।
দেখি সবে ভকতৰ চুকতি উৰিল॥
পাঞ্চহাত মান দীৰ্ঘ কৃষ্ণবৰ্ণ কায়।
তাম্ৰবৰ্ণ কেশ আখি দাড়িগোফ নাই॥
কৰ্ণত বেগত মান কেৰু পিন্ধিচয়।
ভেল ভেল কৰি মন্ত্ৰ মুখত বাসয়॥

পৰম দুৰ্জ্জন কেচাইখোৱা নাম তাৰ।
ভকতক চাই দেই আঙ্গুলিৰ ঠাৰ॥
টেকেলা সবক সিটো গৰ্জ্জিবাক লৈল।
ৰাজাৰ আজ্ঞাক ভাল তোৰা সবে কৈল॥
ভকতে সহিতে কথা উমলি আছস।
ৰাজাৰ ধনক দেখি তাক নলৱস॥
এহি বুলি টেকেলা সবক ক্রোধে ধৰি।
দশ দশ কোব মাৰিলেক দৃঢ় কৰি॥
পূৰ্ব্বৰ টেকেলা সব জানিবা চৌবিশ।
আৰু লগে চয় গোটা মিলি সবে ত্রিশ॥
ভকত সকল আছে গৰাল ভিতৰে।
ক্রোধে অনাইলেক বাহিৰক নিৰন্তৰে॥
ভক্ত সবে মুখে ৰাম কৃষ্ণ উচ্চৰয়।
তাহাৰ কাণত যেন সুচিয়ে তাৰয়॥
কি কেবকেবাই বুলি খণ্ডি উঠিলেক।
চাবুক ধৰিয়া হাতে লৈলে কোৱাইবেক॥
দেখইবো যমক কিয় নিদিয়স ধন।
মহাত্রাসে তৰতৰি কাম্পে ভক্তগণ॥
কাকো কিলাৱয় কাকো বান্ধি বগৰাই।
কাকো কাণে শলামাৰি পিঠিত কোবাই॥
কাহাৰো আঙ্গুলি চেপে কৰে উগ্র শাস্তি।
হেন দেখি মাতিলন্ত শঙ্কৰৰ নাতি॥
তুমিতো ৰাজাৰ দূত জানা সবে কথা।
ভকতক শাস্তি কৰাই কোন ব্যৱস্থা॥
ৰাজাৰ উকিল হৈছে ধনক লৈবাৰ।
বিচাৰ কৰিয়া আমি দিলো বাৰে বাৰ॥
সম্প্রতি আহ্মাৰ হাতে টাকাগোটা নাই।
একমাস মানে মোক দিয়োক সংখ্যাই॥
মাগি ঋণ কৰি চাওঁ চহৰ ফুৰিয়া।
নপাৰিলে দিতে আৰ নাহি মোৰে নিয়া॥

হেন শুনি সিটো পাপা বোলে ক্রোধে বাক।
জানিলোহো ভাণ্ডি তুমি চাহা পলাইবাক॥
পৰম পাতকী সিতো অজ্ঞানী বর্ব্বৰ।
আতা পুৰুষকো বাক্য বুলিলা বিস্তৰ॥
হাকাৰ হুকৰ কৰি বোলে সর্ব্ব আতি।
মৌন হুয়া ৰৈল মহা'পুৰুষৰ নাতি॥
অসন্তোষ কৰি পাছে ভিতৰে গৈলন্ত
পদ্মাসন ভিৰি বসিলন্ত মহাসন্ত॥
মুখে ৰাম নাম জপি নিয়মি মনক।
কৰিলা সাক্ষাত কৰি শঙ্কৰ দেৱক॥
তাহান চৰণতলে থাপি আপোনাক।
পঞ্চভূত দেহা ইটো চান্ত এৰিবাক॥
সুবর্ণ গৌৰাঙ্গ যিটো শৰীৰ সুন্দৰ।
পৰিলেক বিবর্ণ হেনয় কলেবৰ॥
ৰঘু নামে একজন আছিল ব্রাহ্মণ।
পৰম চতুৰ তেন্তে ভকত শোভন॥
তেহেন্তে তর্কিছা মাত্র ইটো সন্তেদক।
দেখে আতা পুৰুষে তেজন্ত শৰীৰক॥
বুৰিল বুৰিল বুলি কৃতাঞ্জলি ধৰি।
কৰিবে লাগিলা তুতি পৰম সাদৰি॥
তুমি শঙ্কৰৰ নাতি ধর্ম্মৰ আচার্য্য।
দেহত আছন্ত তুমি দেহ গুণে ৰাজ॥
গুৰুৰ আজ্ঞায়ে আছা ধর্ম্মক পালিয়া।
কিনো সতে যাইবেক খোজা আম্মাক এৰিয়া॥
সবে ভকতৰ নাথ তুমি মুখ্য প্রাণ।
আপদে এৰিতে চাহা নিদি সমিধান॥
আপুনি সর্ব্বজ্ঞ তুমি ধর্ম্মে সদা থিত।
এসময়ে দেহত্যাগ নোহয় উচিত॥
লোকে কহিবেক দিতে নপাৰি ধনক।
মহাত্রাস হুয়া আতা এৰিলে দেহক॥

হেন জানি দেহ এৰিবাক যোগ্য মুই।
নিৰ্ম্মল পুৰুষ তুমি আছা ব্যক্ত হুই॥
তুমি ব্যতিৰেকে আমি ভৈলোহো অনাথ
হেন জানি নোৰিয়োক ভকতৰ নাথ॥
নিজীবোহো আমি সবে তোমাৰ বিৰহে।
জল বিনে মীন যেন জীৱন নৰহে॥
এহি মতে আতৈ বহু আগে তুতি পৰি।
আনো সবে কান্দে ৰাৰে আৰ্ত্তনাদ কৰি॥
গৰালৰ যতেক আছিল ভক্তগণ।
গৰাল ভাঙিয়া আসিলেক তেতিক্ষণ॥
আতাক দেখিলে আসি বিবৰ্ণ পৰিল।
দেখি ভক্তে শোকানলে বচন হৰিল॥
শ্ৰুতি জ্ঞান বুদ্ধি ধাতু আকাশে উড়িল।
মহাশোকে আৰ্ত্তৰাৱে কান্দিবে লাগিল॥
হা নাথ কৈক যাহা আমাসাক এৰি।
কতো ভক্তগণে কান্দে নিঢালে বাগৰি॥
টেকেলা সকলে পাছে আসিয়া চাহিল।
মৃতক পৰাই যেন শৰীৰ দেখিল॥
কেচাইখোৱা টেকেলাক বন্দী কৰিলেক।
বোলে ইহাৰেসে দোষে আতা মৰিলেক॥
দুইজনা আইৰ শোকে গাৱে শ্ৰুতি নাই।
কান্দন্ত পাৱত পৰি গুণক বৰ্ণাই॥
এহিমানে ৰৌক আবে ইসব ব্যৱস্থা।
শুনা সভাসদ সব কহো পাচ কথা॥
পাছে ৰঘু আতৈ আদি ভকত প্ৰবোধ।
সবাহাকে নিচুকাইলা কৰিয়া প্ৰবোধ॥
দুনাই কাকুতি কৰি বচন বুলিলা।
শঙ্কৰদেৱক তুতি অনেক কৰিলা॥
চৈত্ৰমাসে ডেৰপৰ বেলা মূৰ্চ্ছা গৈলা।
এক প্ৰহৰেক মান আছে আৰ বেলা॥

চতুস্পাশে নাম গাইবে লৈলা ভক্তগণ।
গুচিলেক শৰীৰ তেখনে বিবৰ্ণ ॥
এদিনাতো কৰি আতি ভৈলা জ্যোতিৰ্ম্ময়।
ৰাম বুলি উঠিয়া বসিলা মহাশয় ॥
সমস্তে ভকতে পাছে আশ্বাস কৰিলা।
মহাপুৰুষৰ বাক্য সবাতে কহিলা ॥
বোলে আতা পুৰুষে শুনিয়ো ভক্তগণ।
নাম গাই তুতি কৰিলাহা যেতিক্ষণ ॥
তেতিক্ষণে গুৰুদেৱে বুলিলন্ত মোক।
ভক্তে নেৰে বাপু আবে তুমি থাকিয়োক ॥
কতো বৰ্ষ থাকা মোৰ ধৰ্ম্ম প্ৰবৰ্ত্তায়।
তযু সঙ্গে জীৱ কিছু উঠিবে লাগয় ॥
এহি বুলি নিজ স্থানে গৈল গুৰুস্বামী।
হৰি হৰি কত অপৰাধ কৈলো আমি ॥
এতেকে বোলন্তে লোহো বহে নয়নৰ।
পৰম আনন্দ শুনি ভৈল ভকতৰ ॥
গ্ৰামবাসী লোক সব বিস্তৰ আসিল।
শুনি তাসম্বাৰ মনে বিস্ময় মিলিল ॥
ইসব প্ৰসঙ্গ আবে এহি মানে ৰৌক।
বোলা ৰাম ৰাম সবে সদগতি হৌক ॥

## দুলৰি।

শুনা সৰ্ব্বলোক মহন্তৰ শোক,
দুখৰ কাহিনি চয়।
কালৰ বেগত, সন্তৰো বিকাৰ,
সামান্যৰ কোন হয় ॥
জানি সুখ দুখ, লাভ অলাভক,
আক সবে পাছ কৰা।
ভক্তক সেবিয়া, ভক্তক বুজিয়া,
শ্ৰৱণ কীৰ্ত্তন কৰা ॥

সেহি ৰাত্রি পাছে, টেকেলা দুৰ্জ্জনে,
দেখিলে এক সপোন।
দিব্য পুৰুষেক, গৌৰ কলেৱৰ,
সৰ্ব্বাঙ্গে মহা শোভন॥
হাতত সুবৰ্ণ লাঠিক ধৰিয়া,
আগে তাৰ স্থিত ভৈলা।
শুনৰে অধম, পাতকী বৰ্ব্বৰ,
বুলিয়া মাতিবে লৈলা॥
মোহোৰ থানত, আসিয়া পাতকী,
আচৰিলি দ্রোহ বৰ।
মোৰ নিজ দেহ, বাপুকেসে আবে,
বুলিলি বাক্য বিস্তৰ॥
এহি মুখে গালি, পাৰিলি অধম,
বুলিয়া লাঠিক তুলি।
তাৰ দুই গালে, বহুতৰ খুঙ্গা,
মাৰিলন্ত হু বুলি॥
আৰবাৰ যদি, মোহোৰ থানত,
কৰস অন্যায় তই।
নিকাৰ মৰণে, মাৰিবোহো তোক,
জানিবি তই নিশ্চয়॥
আৰো নানা বাক্য, বুলিয়া ঈশ্বৰে,
অন্তৰ্দ্ধান হুয়া গৈল।
কেচাইখোৱা দূতো, নিদ্রাৰ জাগিয়া,
শয্যাত উঠি বসিল॥
বিপৰীত স্বপ্ন, দেখিয়া তাহাৰ,
মনত বৰ অসুখে।
হাত বুলাই চাই, গোটাগুটি বান্ধি,
আছয় আপোন মুখে॥

প্ৰভাততে উঠি, শিঘ্ৰ কৰি সিটো,
গৈলেক আতাৰ পাশে।
আতা পুৰুষক, দেখি দণ্ডুৰতে,
পৰিল মহা তৰাসে ॥
নজানিয়া বাপ, আচৰিলোঁ পাপ,
ক্ষমা কৰা অধমক।
আতা বোলে ৰাজ,— দূত বাউল যেন,
ভৈলাহা তুমি কিসক ॥
সিতো বোলে প্ৰভু, আজি ৰাত্ৰি মই,
দেখিলো আচৰ্য্য আতি।
অদ্ভুত ৰূপক, ধৰিয়া ঈশ্বৰে,
মোক যগাইলেক ৰাতি ॥
অনেক ভৎ‍ৰ্সনা, কৰিলে গঞ্জনা,
লাঠিৰ খুন্দা মাৰিল।
সাঞ্চ বান্ধি বান্ধি, আছয় গালত,
সমস্তে লোকে দেখিল ॥
অনেক কাতৰ, কৰে পাপীবৰ,
বোলে নানা তুতি বাক।
দেখিয়া কৃপালু, মহাপুৰুষৰ,
নাতি মাতিলন্ত তাক ॥
যদি ভকতত, অপৰাধ হুইছে,
ক্ষেমিবো তাক নিশ্চয় ॥
এহি বুলি তাক, মধুৰ বচনে,
অনেক আশ্বাস কৈল।
সেহি দিনা ধৰি, কেচাখোৰা দূত,
আতিশয় শান্ত ভৈল ॥
পাছে আতা প্ৰভু, ঋণ কৰি আনি,
কতো চৰহতো মাগি।
চতুৰ্থ হাজাৰ, ধন গোটাই আনি,
দিলন্ত ৰাজাক লাগি ॥

টেকেলা সকল, নিবৰ্ত্তিয় গৈল,
জগৰা সত্রে ভাগিল।
যৈতে যৈতে গৈয়া, পলাই আছিলা,
ভকত সত্রে আসিল॥
আতাৰ তনয়, সকলো আসিলা,
সবে পলোতক মুখে।
পুনৰপি সবে, সত্ৰতে বঞ্চিলা,
কতো দুখে কতো সুখে॥
ৰাজাৰ বচনে, দুই আছে নাম,
লৈবেক সত্রে নপাই।
ৰান্ধনি গৃহত, বিশ্বাস কৰিয়া,
ভকতে নামক গাই॥
একদিনা বসি, ভোজন বিহাৰ,
গীত গাৱে ভক্তগণ।
আতা পুৰুষৰ, শুনি প্রেমভৰে,
শৰীৰ ভৈল মগন॥
প্রেম আনন্দত, মহা পুৰুষক,
দেখিলন্ত আসনতে।
পাইলো পাইলো বুলি চাব দিয়া তুলি,
আনিয়া লৈলা শিৰতে॥
মহাপুৰুষৰ, আসন পাতিছা,
দশম পুস্তক থাপি।
তাকে আঙ্কোৱালি, মাথাত ধৰিয়া,
নৃত্য কৰা ভক্ত ব্যাপি॥
দুই হাত তুলি, নৃত্য কৰা কতো,
মাটিত পৰি বাগৰে।
তথাপিতো পুথি, পেৰায়ে সহিতি,
শিৰৰ পৰা নপৰে॥

এহি মতে কতো বেলি প্ৰেমাকুলে,
আছি মৌন হুয়া ৰৈলা।
গুৰু ঈশ্বৰক, হৃদয়ক নিয়া,
চৰণ চিন্তিবে লৈলা॥
এহি মতে ভক্তি, ভকতে সহিতি,
আচৰি আছন্ত ৰঙ্গে।
পাছে বুঢ়া ৰাজা, সমস্তে সত্ৰকে,
আদেশ কৰিলা খঙ্গে॥

ছবি।

ৰাজা বোলে মোৰ ৰাজ্যে, যত মহাজন আছে,
থাকিব নলাগে ইঠাৰত।
কিবা বোধ দিয়া কহি, দুৰ্জ্জন সকলে মোৰ,
নষ্ট কৰিলেক ৰাজ্য যত॥
ব্ৰাহ্মণীয়া সকলক, সদিয়াৰ অৰণ্যত,
থৈয়ো নিয়া বুলিলো নিশ্চয়।
সত্ৰ মেধি সকলক, টেকেলা তপাত নিয়া,
নাহিকয় কিঞ্চিতো সংশয়॥
প্ৰচণ্ড আদেশ শুনি, সভাৰ যতেক লোক,
সবাহাৰে মনত অসুখ।
দেখি টেমা বৰুৱাই, বিমৰিষ কৰি চাই,
বুলিলা ৰাজাৰ চায়া মুখ॥
দেৱতা ঈশ্বৰ তুমি, আদেশ কৰিয়া আছা,
সাধুসব খেদাইবাক প্ৰতি।
কিন্তু শঙ্কৰৰ নাতি, অহঙ্কাৰ শূন্য সাধু,
কৰামৰা ঠাকুৰ সম্প্ৰতি॥
তান শত্ৰু মিত্ৰ নাই, যেহেন বালক প্ৰায়,
শাস্ত্ৰ প্ৰতিপন্থে সাধুবৰ।
তাঙ্ক যদি অৰণ্যত, পাতিবেক নিয়া তেবে,
মৰিবেক ধৰি মহাজ্বৰ॥

তোমাৰ পুথাৱ ৰাজা সি দেশৰ আনিচন্ত,
নুহি তেন্তে আমাৰ ৰাজ্যৰ।
তাৰা বোলে থাকিবাক, নেদে যদি বিদায়ক,
যাওঁ তেবে দেশে আপোনৰ॥
হেনয় শুনিয়া পাছে, বৰ বৰুৱাক প্ৰতি,
সম্বুধি মাতিলা মহাৰাজে।
আৰো মেধি সমস্তক, নিৰন্তৰে খেদাওক,
সেহিতো ঠাকুৰ বাপু বাজে॥
পলায়া ফুৰন্তে মই, দেখিয়া আছোহোঁ তাঙ্ক,
সেহি গুটি হোৱয় ভকত।
থাকোক আপোন থানে, নিবাক নলাগে তাঙ্ক,
মই আবে দিলোহোঁ সন্মত॥
এহি মোৰ আজ্ঞা যেবে, ভাঙ্গিবাক চাহে তেবে,
কোনো জনে মোহোক মাতয়।
মোৰ আবে দাই নাই, সত্যে সত্যে কৈলো মই,
কাটিবোহো তাহাক নিশ্চয়॥
শুনি পাছে বৰুৱাই, টেকেলা সবাক পাঞ্চি,
সমস্তে সত্ৰকে ভাঙ্গিলেক।
কেবলে ঠাকুৰ আতা, বেতিৰেক যত সাধু,
আছে মানে সবে চলাইলেক॥
কেশৱ গোঁসাই আদি, যতেক ব্ৰাহ্মণ সাধু,
সত্ৰীয়াক সবাকে নিলেক।
যত আছে সত্ৰ মেধি, সবাহাঙ্কে টেকেলায়ে,
টোকোলাইত নিয়া পাতিলেক॥
কতো বৰ্ষ ভৈল যেবে, গদাধৰসিংহ তেবে,
তাঙ্ক কালে কৰিলেক হত।
ৰুদ্ৰসিংহ মহাৰাজা, ধৰ্ম্মপথে পালি প্ৰজা,
মহাজন আনিলা সমস্ত॥

---

# কালি দাস।

## যম গীতা।

ত্রিভুবন মধ্যত যম অধিকাৰী।
ইন্দ্র অমৰাৱতী যেন যমৰ নগৰী॥
স্থানে স্থানে নানা বাদ্য বজায়ে বাজন।
আনন্দতে সৰ্ব্বজনে কৰয় গমন॥

অন্নশালা পানীশালা আছে থানে থানে।
নানা পক্ষী নাদ কৰে শুনয় শ্ৰৱণে॥
যমৰ পুৰীত আসি নাচে বিদ্যাধৰী।
কৰয় অনেক ৰতি যত দেৱ নাৰী॥

জীৱক ভুঞ্জায় ৰাজা নানা যত্ন কৰি।
শীতল সুগন্ধি জল দেন্ত দণ্ডধৰি॥
সংসাৰত অন্ন জল দিছে যিবা জন।
যম পুৰে আসি সিতো পাৱে শত মান॥

কুম্ভ ভৰি জল দিছে বিদ্যাধৰীগণে।
পূণ্যৱন্ত জীৱক যে কৰয় ভজনে॥
ইহাক জানিয়া কতো জনে কৰে সেৱা।
পৰিয়া দূতৰ পাৱে মাগে অন্নজল॥

যোৰ হাত কৰি পাপী বোলয় বচন।
আজ্ঞা কৰা পুৰী মধ্যে যাইবোঁ এতিক্ষণ॥
পাপীৰ শুনিয়া বাণী দূতে মনে হাসে।
চাম জৰী দিয়া পাপী বান্ধে আগে পাছে॥

দূতে বোলে শাঘ্র চলা রাজাৰ গোচৰ।
বিলম্ব হইলে ক্রোধ কৰিবে আমাৰ ॥
দূতে বোলে পাপী সংসাৰক গৈলোঁ কেনে।
সংসাৰে নকৰি সেৱা গুৰুৰ চৰণে ॥

একাদশী নাহি কৰি তুলসী সেৱন।
কেন মতে চাহা পাপী ভাল ভাল স্থান ॥
পাপী সব লৈয়া যাই দূতে শীঘ্র কৰি।
পাত্র মন্ত্রী লৈয়া ৰাজা আছে দণ্ডধৰি ॥

কৃষ্ণ সম যম ৰাজা লোহিত লোচন।
পৰম শোভন ৰাজা গাৱে আভৰণ ॥
চাম জৰী দিয়া বান্ধে পাপা বিস্তাৰিত।
যমক প্রণাম কৰে পৰিয়া ভূমিত ॥

শাৰী শাৰী পাপী সব ৰহে স্থানে স্থানে।
দূতে বোলে পাপী আইসে তোমাৰ সদনে ॥
ধৰ্ম্মাধৰ্ম্ম নাহি কৰে হৰে পৰদাৰ।
কুলাকুল নাহি মানে সিয়ো তুৰাচাৰ ॥

বিনা অপৰাধে পাপ কৰিছে সংসাৰে।
নানা মতে ৰতি ক্রিয়া কৰিছে পামৰে ॥
গুৰু বৈষ্ণৱক নিন্দি হৰে পৰ নাৰী।
কোন নৰ্কে পেলাইবোঁ বোলে দণ্ড ধৰি ॥

এতেক কহিলা যদি যমকাল দূতে।
চিত্রগুপ্ত ডাকি আনি বোলে কালদূতে ॥
চিত্রগুপ্ত আসি যেবে কৰিলা দৰ্শন।
বসিবাক আনি দিলা ৰত্ন সিংহাসন ॥

যমে বোলে চিত্রগুপ্ত কৰহ বিচাৰ।
কোন পূণ্যে পাপী সব পাইবেক নিস্তাৰ ॥
কোন পূণ্য কৰি পাপী ৰহে কোন স্থান।
কৰ্ম্ম দেখি বিচাৰ কৰহ ভাল মান ॥

চিত্ৰগুপ্তে বোলে ৰাজা কৰ অৱধান।
যেই মতে কৰে পূণ্য সেই মত স্থান॥
যমে বোলে বৈষ্ণৱ যে আছে মুনিগণ।
ভাল মতে বিচাৰহ পূণ্যৰ লক্ষণ॥

পাপীগণ ধায় আছে কৰাহ বিচাৰ।
পূণ্যৰ কাৰণে যেন পায় প্ৰতীকাৰ॥
যম আজ্ঞা পাই পত্ৰ মাতিলন্ত পাছে।
যাৰ যেন মত পূণ্য ফল সেই মতে॥

গুৰু বৈষ্ণৱৰ নামে লৈবোঁ পদ ধূলি।
অতিথিক আশ্বাসিয়া প্ৰিয় বাক্য বুলি॥
চিত্ৰগুপ্ত বুজিলেক বৈষ্ণৱৰ মন।
এহি পূণ্য আছে ৰাজা ৰাখা ভাল স্থান॥

ব্ৰাহ্মণ সবৰ কথা কহ পত্ৰ ধৰি।
যি কহিছোঁ কিছু পূণ্য কহিতে নপাৰি॥
কহিছোঁ কৰিতে পূণ্য ধৰ্ম্ম আছে সাক্ষী।
তোমাৰ পূৰ্ব্বৰ কথা তাক আছে ৰাখি॥

হেন কালে ধৰ্ম্ম আসি ৰাখিয়া কহিলা।
সাক্ষী তুমি যমৰাজে উত্তৰ বুলিলা॥
চিত্ৰগুপ্তে বোলে ৰাজা কিবা সোধা আৰ
মুনিগণে দিয়া আছে উত্তৰৰ দ্বাৰ॥

ইসব যে পাপ পূণ্য কৰিলোঁ লক্ষণ।
ডাকিয়া আনিয়া পাছে যত পাপাগণ॥
নাহি ভজা গুৰু পদে বৈষ্ণৱ চৰণ।
ভক্ষ্যক ভক্ষ যেবে কৰিছা দুৰ্জ্জন॥

বল কৰি আছা সবে একাকাৰ কৰি।
বলাৎকাৰ কৰি আছা পাপী পৰ নাৰী॥
যমে বোলে চিত্ৰগুপ্ত কৰাহা বিচাৰ।
বিচাৰৰ ফলাফল মোৰ অধিকাৰ॥

পাপীৰ পাপক বিচাৰহ ভাল মতে।
চিত্ৰগুপ্তে বিচাৰয় শুনিয়া তহিতে ॥
যমে বোলে চিত্ৰগুপ্ত কি বোলা বচন।
পাপী সব কথা তেবে পুছো বিবৰণ ॥

কোন পুণ্য কৰি আছা কোন আচৰণ।
সত্য কৰি কহা সবে স্বৰূপ বচন ॥
পাপী বোলে এত পাপ আমি নাহি কৰি।
বুজিয়া বিচাৰ কৰা ধৰ্ম্ম অধিকাৰী ! ॥

শুনিয়া পাপীৰ কথা হাসে সবে প্ৰজা।
আপুনি পাপীত কথা সোধে যমৰাজা ॥
মিছা বোলা পাপী সব ! ভয়ক যে আখি।
তোহোৰ পাপৰ যেবে বহু আছে সাক্ষী ॥

অষ্ট দিশপাল চন্দ্ৰ সূৰ্য্য যে বৰুণ।
ৰাত্ৰি দিনে মাংস ভক্ষ কৰা কোন জন ॥
শুনিয়া আছয় তাৰ যত পাপ দেখি।
তাৰ পাপ পুণ্যৰ এসব আছে সাক্ষী ॥

কাম ক্ৰোধ লোভ মোহ এহি চাৰি জন।
যতেক ইন্দ্ৰিয় সাক্ষী দিলা জনে জন ॥
সাক্ষী মুখে কথা শুনি যম অধিকাৰী।
আজ্ঞা দিলা পাপীক মাৰিতে ডাঙ্গ বাৰি ॥

ফলাফল কৰিবাৰ আদেশিল কাল।
যাৰ যেই পাপত ভুঞ্জাইতে যমকাল ॥
শুনিয়া পাপীক দূতে কহয় বিচাৰ।
কোন মতে নাহি তোৰ পুণ্যৰ সঞ্চাৰ ॥

মাৰোঁ বুলি যমদূতে বৰ ডাক ছাৰে।
দেৱ হস্ত ডাঙ্গ ধৰি পাপীক যে মাৰে ॥
চাৰি দিশে পাপী সব কৰয় ৰোদন।
আপুনি দিলেক সাক্ষী যত অঙ্গগণ ॥

যাহাক লাগিয়া আর্য্য ভুঞ্জায়ে যেমন।
সেই জন সাক্ষী আসি দিলা জনে জন ॥
পাপ পুণ্য দেখিতে আমাৰ অধিকাৰ।
ধৰ্ম্মশীল জনক আমাৰ নমস্কাৰ ॥

কেনে কৰি আছা পৰ দ্ৰব্য চুৰি কৰি।
মিত্ৰ ভাঙ্গি কেনে হৰি আছা পৰ নাৰী ॥
ক্ৰোধে আজ্ঞা দিয়া ৰাজা দূতে লৈয়া যাই
যিমত কৰিছা পাপ সিমত মিলাই ॥

ভাৰতত যত পাপ কৰা দুৰাচাৰ।
যমপুৰে আসি তই হইবি ছাৰখাৰ ॥
নানা দুঃখ ভুঞ্জৱাবে যমৰ আদেশে।
যেই পাপ সেই কুণ্ড কৰাহা প্ৰবেশ ॥

মহাৰক্ত কুণ্ড এক দেখি ভয় ভীত।
সহস্ৰ যোজন কুণ্ড নৰকে শোভিত ॥
সেহি কুণ্ডে পেলাই কণ্টকে বিন্ধে গাৱে।
যি জনে ব্ৰাহ্মণ হিংসা ভাৰতে কৰয়ে ॥

ৰৌৰৱ নামেতে কুণ্ড দেখিতে গম্ভীৰ।
সহস্ৰ যোজন ইতো দেখি তাৰ নীৰ ॥
কুম্ভীৰ সমান কীট দেখি অগ্নি জ্বলে।
দুঃখ পাৱে পাপী নিজ কৰ্ম্মৰ যে ফলে ॥

ডকা চুৰি কৰি যিতো হৰে পৰ ধন।
ৰৌৰৱ যে কুণ্ডে হৈবে তাহাৰ গমন ॥
পৰিত্ৰাণ নাহি পাপী কান্দে উচ্চৈস্বৰে।
লক্ষ ডাঙ্গ মাৰে যেবে পাপীৰ শৰীৰে ॥

তপত তৈলত পাপী ধৰিয়া পেলাই।
ত্ৰাহি ত্ৰাহি বুলি পাপী গৰাগৰি যাই ॥
তপ্ত পানী লাগি গাৱে পাপী পুৰি যাই।
পৰম দগধ পাপী যিতো দুঃখ পাই ॥

ৰক্ত নামে কুণ্ড আছে তাহাৰ অন্তৰ।
ঢেঙ্কা মাৰি পাপীক লৈ কুণ্ডৰ ভিতৰ॥
উঠিতে নপাৰে পাপী কৰে হাই হাই।
গাৰু পাকে মাংস ইতো গ্ৰাসি গ্ৰাসি খাই॥

এহি মতে ৰৈলা পাপী কুণ্ডৰ ভিতৰ।
সহস্ৰ যুগক লাগি নাহিকে নিস্তাৰ॥
মহেৰেছে নামে কুণ্ড শুনহ বচন।
ধুম্ৰ অন্ধকৰে কুণ্ড সহস্ৰ যোজন॥

যিজনে বিধবা ভগ্নি হৰে দুৰাচাৰ।
গাৰুৰা পকাই তাক কৰে ছাৰখাৰ॥
অগ্নি লৌহা লৌহাকাৰ কুণ্ডৰ চৌপাশে।
গাৰুৰা পকাই মাংস শৰীৰতে ভুঞ্জে॥

এহি মতে ভুঞ্জে পাপী দুই পৰিত্ৰাণ।
কৰ্ম্ম দোষে ভুঞ্জি পাপী নৰক ভক্ষণ॥
ধৰ্ম্মমাতৃ শ্বাশুৰীক হৰে গোত্ৰ নাৰী।
আৰ্ত্তনাদে কান্দে পাপী সেহি কুণ্ডে পৰি॥

আচম্বিতে পৰি যাই পাপীৰ মুণ্ডে বাৰি।
কান্দিতে লাগিলা পাপী আৰ্ত্তনাদ কৰি॥
দ্বাদশ বৎসৰ ৰৈলা কুণ্ডৰ ভিতৰ।
সহিতে নপাৰে পাপী কীটৰ কামৰ॥

ঘোৰ নৰকত ৰৈলা নাহিকে নিস্তাৰ।
কীট সমে পচা মাংস কৰয় ভোজন॥
সেহি কুণ্ডে পাপী সব আছয় পৰিয়া।
নৰক ভুঞ্জয় পাপা কান্দিয়া কান্দিয়া॥

গোকুণ্ড নৰকৰ কথা শুনা সৰ্ব্বজন।
কীটে খাই পাপীৰ মুণ্ড কৰয় ক্ৰন্দন॥
গালি দিয়া অতিথিক খেদে যিবা জন।
গোকুণ্ড নৰকে হৈৱে তাহাৰ গমন॥

কন্যা বেচি যিবা জনে আছে ধন খাই ।
পচা মাংস খাই সেই নৰকে পৰয় ॥
কুণ্ডত পৰিয়া পাপী কৰে ধৰফৰ ।
কিটৰ কামৰে পাপী নাহিকে নিস্তাৰ ॥

কৰত কুণ্ডৰ কথা শুনহ বচন ।
পচা মাংস পচা ৰক্ত কৰয় ভক্ষণ ॥
বেশ্যা দ্বাৰে ৰহি আছে কৰে ডকা চুৰি ।
সেহি কুণ্ডে সেহি পাপী আছে তাতে পৰি

কনিষ্ঠা মাতৃক হৰে সুবৰ্ণ হৰণ ।
কৰত কুণ্ডত হৈবে তাহাৰ গমন ॥
ব্ৰাহ্মণৰ হৈবে যাৰ গায়ত্ৰী পতিত ।
মণি নামে কুণ্ড আছে তাহাত পতিত ॥

ভূমি চেপি মিছা কহে ব্ৰাহ্মণী হৰণ ।
সেই পাপে দ্বিজ জানা কুণ্ডতে যে থান ॥
স্বামী চক্ষু চাই যিটো কটুত্তৰ বোলে ।
সেই সব নাৰী জানা সেহি কুণ্ডে পৰে ॥

গাৰুৰা কীটেহে তাৰ মুণ্ড খাই কাৰি ।
স্বামীক এৰিয়া অন্য পতি ভজে নাৰী ॥
লোহাৰ প্ৰতি গৰ সমে অঙ্গৰা কৰয় ।
তামা সোণা আৰু ৰূপা যিজনে হৰয় ॥

পচা মাংস খাই কুণ্ডে সি জনে জীৱই ।
নিৰামিষি ভুঞ্জো বুলি সামিষক খাই ॥
পশু জ্ঞানী পাপী সিতো নৰকে পৰয় ।
লোকত কহয় ব্ৰত কৰি আছোঁ মই ॥

মদ গৰ্ব্বে গুৰুক যে কটুত্তৰ বোলে ।
পচা মাংস ৰক্ত খাই সেই পাপৰ ফলে ॥
লোহা লোণ তিল যদি বিক্ৰয় ব্ৰাহ্মণে ।
দুগ্ধ দধি ঘৃত বেচি নৰকত পৰে ॥

ব্ৰাহ্মণৰ ধন হৰে যি সব পাপাষ্ঠ।
অৱশ্যে পৰিব পাপা ঘোৰ নৰকত ॥
যত দিন চন্দ্ৰ সূৰ্য্য থাকিব আকাশে।
তাতক পুৰুষ তাৰ নৰকত পশে ॥

গুৰু অগ্ৰে বৈসে যিবা ভাল দ্ৰব্যাসনে।
ক্ৰিমি নামে কুণ্ড আছে তাহাত পতনে ॥
চান ছাহে লোণ বিছে যদি যিবা নাৰী।
চুৱানৰ কুণ্ডত পেলাইবে ঢঙ্কা মাৰি ॥

লোহাৰ প্ৰতিমা কৰে দেখি তলবল।
সেহি নাৰীক ধৰিয়া দিবেক সেহিফল ॥
নিষ্পাপী জনক যদি কুমন্ত্ৰ শিকাই।
সিতো পাতকীয়ো যাই নৰক ভুঞ্জয় ॥

শান্তী নাৰীৰ সত্য ভঙ্গ কৰে যিবা জন।
সপ্তম পুৰুষ তাৰ নৰকত থান ॥
জলন্ত অগনি তাক কৰয় ভক্ষণ।
গুৰু বৈষ্ণৱক নিন্দা কৰে যিবাজন ॥

নৰকত পৰি পাপী কান্দে উচ্চৈস্বৰে।
পকাৰ কামৰে মাংস ভোজন যে কৰে ॥
গোবধ ব্ৰহ্মবধ নৰবধ কৰে।
সেই পাপে সেই পাপী কুম্ভী পাকে পৰে ॥

মিছা কথা কহে যিতো মিছা সাক্ষী দেই।
কাল কুণ্ড নৰকত তাহাক পেলাই ॥
ৰজস্বলা নাৰীক যে যিবা জনে হৰে।
আপোনাৰ কৰ্ম্ম দোষে হৈবে ছাৰখাৰে ॥

ৰক্তৰ কুণ্ডত তাৰ বুৰাৱে শৰীৰ।
পচা মাংস ৰক্ত তাৰ কৰয় আহাৰ ॥
কুজ্ঞান কুমন্ত্ৰ আনি যিজনে শিখাই।
সমস্ত পুৰুষ তাৰ নৰকে ভুঞ্জয় ॥

কুম্ভিৰৰ জলে যিবা অনুগামী যাই।
অনুগামী গৈলে যেবে স্বামী সুখ পাই ॥
স্বামী বাক্য নমানিয়া স্বামীক পাৰে গালি
পচা মাংস খাই যেবে অষ্টমে কপালি ॥

জেষ্ঠ ভ্ৰাতৃ ভাৰ্য্যাক হৰয় যিতো জন।
ৰক্ত কুণ্ডে তাহাক পেলাই দূতগণ ॥
ভিক্ষুকৰ ধন দেখি যেই জনে হৰে।
তাহাক পেলাইবে দূতে কুণ্ডৰ ভিতৰে ॥

তপত সৰহ ধৰি জিহ্বাক তানয়।
যমৰ যাতনা শুনি মুনি ভৈলা ভয় ॥
ফুৰিয়া যে মহাকষ্টে তপ্ত পাপী খাই।
যমপুৰে গৈলে যেৱে অপমান পাই ॥

ব্ৰহ্মা বোলে নাৰদ! যে শুনহ বচন।
পাপীৰ নৰক কথা কৈলোঁ বিদ্যমান ॥
কালিদাসে বোলে ভাই! সুমৰহ হৰি।
তেবেসে তৰিবা ঘোৰ যমেৰ নগৰী ॥

কালিযুগে দেখ ভাই ঘোৰ অহংকাৰ।
এহি যুগে তৰিবাৰ হৰি নামে সাৰ ॥
ইহাক জানিয়া নৰে হৈবা সাৱধান।
গুৰু পদে ভজিয়োক হৰিত শৰণ ॥

তেবেসে তৰিবা ঘোৰ যমৰ নগৰী।
বিষ্ণু দূতে লৈয়া যাই বৈকুণ্ঠ নগৰী ॥
তাক জানি নৰলোকে এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

---

# ৰামানন্দ।

---

## শঙ্কৰ চৰিত।

ভুবন ঈশ্বৰী নামে এক নাৰী
দুহিতা ৰামৰায়ৰ।
পৰম সাদৰে বিহাইলন্ত তাঙ্ক,
শুক্লধ্বজ নৃপবৰ॥
তেন্তে এক দিনা শঙ্কৰ দেৱৰ,
গীতক ৰঙ্গে গাইলন্ত।
শুক্লধ্বজে শুনি পৰম আনন্দে,
পুছিবে তান্ত লৈলন্ত॥
হেন মত গীত কৈতো নতু শুনো,
যাত প্ৰাস মনোহৰ।
ভুবন ঈশ্বৰী কহিবে লাগিলা,
ই চৰিত্ৰ শঙ্কৰৰ॥
সৰ্ব্ব গুণাকৰ শ্ৰীমন্ত শঙ্কৰ
অংশ যেন ঈশ্বৰৰ।
মহা ধৈৰ্য্যৱন্ত পৰম মহন্ত,
গম্ভীৰে যেন সাগৰ॥
আমাৰ পিতৃৰ হন্ত শ্ৰেষ্ঠ ভাই,
সকলে গুণে মণ্ডিত।
পৰম ধৰ্ম্মিষ্ঠ শিষ্ট সদাচাৰ,
অত্যন্ত দিব্য পণ্ডিত॥
সাম্প্ৰতে আছন্ত নাম উপদেশ,
দেন্ত লোক সমস্তক।
শুনি ৰাজা পাছে দূতক পাঠিল,
আনিবাক শঙ্কৰক॥

শুনি দূতে যাই শঙ্কৰক পাই,
রাজাৰ আজ্ঞা কহিয়া ।
আদৰ পূৰ্ব্বকে নগৰক নিল,
বাচক্ৰ নাৱে তুলিয়া ॥

মহাস্নেহে ৰাজা শঙ্কৰ দেৱক,
সমীপতে বাসা দিলা ।
পাছে শুক্লধ্বজে বহুবিধ ভাৱে,
শঙ্কৰক আদৰিলা ॥

মহা ধীৰ বীৰ গহিন গম্ভীৰ,
শুক্লধ্বজ নাম তান ।
মন্ত্ৰী নৃপতিৰ অনুজ নিমিত্তে,
বোলয় ছোট দেৱান ॥

তেন্তে এক দিনা শঙ্কৰ দেৱক,
সমজ্যাক লাগি নিলা ।
কেন মত ইতো বৈকুণ্ঠৰ থান,
কহিয়ো বুলি পুছিলা ॥

ৰাজাক সম্মুখি শঙ্কৰে বোলন্ত,
কথা শুনা বৈকুণ্ঠৰ ।
সপ্তম স্বৰ্গৰ উপৰে প্ৰকাশে,
থান খান মনোহৰ ॥

ব্ৰহ্মা মহেশ্বৰ উপৰে প্ৰকাশে,
বিষ্ণুৰ সিতো আলয় ।
কোটি সূৰ্য্য সম প্ৰকাশ কৰয়,
অতিৰেক জোতিৰ্ম্ময় ॥

পঞ্চ বিধ ভক্ত সবৰ আলয়,
বেশ যেন ঈশ্বৰৰ ।
যত নাৰীগণ সবে লক্ষ্মী সম,
দেখিতে আতি সুন্দৰ ॥

পদ্ম উতপল ৰঞ্জিয়া আছয়,
অসংখ্যাত সৰোবৰ।
তাৰ মধুলোভে গুঞ্জিয়া ফুৰয়,
কোটি কোটি মধুকৰ ॥
চাৰি গোটা পাৰ পৱালে বান্ধিছে,
খটখটি ফটিকৰ।
সুগন্ধ শীতল সুনির্ম্মল জল,
ভৰি আছে নিৰন্তৰ ॥
অত্যেষ সৰালি কাৰণ্ড চকোৰ,
কোটা ডাউক পক্ষী চয়।
সেহি সৰোবৰে আনন্দে ভ্ৰময়,
তনু নানা ৰত্ন ময় ॥
উপৰে পাৰত বৃক্ষ সব আছে,
দেখিবাক সুশোভন।
দেবদাৰু পদ্ম বচি পাৰিজাত,
মন্দাৰ হৰি চন্দন ॥
অশোক চম্পক বকুল বন্দূলি,
কদম্ব নাগকেশৰ।
সৰ্ব্ব কালে তাত ফুলিয়া থাকয়,
পুষ্পচয় মনোহৰ ॥
মণ্ডল আকাৰে গুণ্ডি বান্দি আছে,
সুবৰ্ণে ৰত্নে ৰচিয়া।
যত বৃক্ষ আছে কম্পতৰু সম,
আনন্দ মিলে দেখিয়া ॥
সেহি বৃক্ষে পৰি নানা চিত্ৰ পক্ষী,
মঞ্জিনা শুক শালিক।
ময়ূৰ কোকিল ফেঞ্চাক প্ৰৱতি,
পাৰবত পুণ্ডৰীক ॥

মউপিয়া নাট মহিধি খঞ্জন,
আনো পক্ষী নিৰন্তৰ।
হীৰা মৰকত কতোহো ৰজত,
কতো স্বৰ্ণ বৈদূৰ্য্যৰ॥
ইন্দ্ৰ নীলময় কতো পক্ষী চয়,
আনন্দতে মগ্ন চিত্ত।
কতো নাম ডাকে কতো শুনি থাকে,
কতো গাৱে গুণ গীত॥
নানা ৰাগ ৰঙ্গ স্বৰতো ভালয়,
পথাত পুৰয় গান।
যত জীৱ জন্তু আছে সি থানত,
হৰি বিনে নাই আন॥
অসংখ্য সুন্দৰী হাতে যন্ত্ৰ ধৰি,
আনন্দে তৈতে ভ্ৰময়।
সুললীত গীত দ্ৰবে যাত চিত্ত,
শুনি ৰোম সিহৰয়॥
কোটি কোটি গৃহ প্ৰকাশ কৰয়,
শাৰী শাৰী ৰুচিকৰ।
ঈশ্বৰে নিৰ্ম্মিত দেখিতে বিচিত্ৰ,
কান্তি যেন আদিত্যৰ॥
লক্ষ্মী সমসৰ ত্ৰিদশ ৰমণী,
নাৰীগণ লৈয়া সঙ্গে।
বৈমানিকগণ পৰম আনন্দে,
গুণ গীত গাৱে ৰঙ্গে॥
হৰিৰ থানক কৰে আয়াযাত,
চতুৰ্ভূজ প্ৰজাচয়।
ঈশ্বৰক দেখি হুয়া মহা সুখী,
আনন্দে চিত্ত দ্ৰৱয়॥

সাতখান দ্বাৰ পদ্ম ৰাগে দিল,
মাণিকে কৰি ৰঞ্জিত।
দুই পাশ তাৰ পৱালে নির্ম্মিল,
ৰত্নে কৰি বিৰচিত ॥
মৰকত স্তম্ভ গ্রন্থিত কৰিলা,
শৃঙ্খল লগাই সোণাৰ।
দ্বাৰ ওপৰত ফটিক ৰাৰত,
জিঞ্জিৰি দিলে হীৰাৰ ॥
প্রবাল বৈদূর্য্য জৰিকৃত্য কৰি,
বাট দিল সুবর্ণৰ।
কতো মৰকত কতো ফটিকৰ,
ফলি সম মনোহৰ ॥
প্রত্যেকে দ্বাৰক দুই জন কৰি,
দ্বাৰী সবে ৰক্ষা কৰে।
তাসম্বাৰ আবে ভিন্ন ভিন্ন কৰি,
নাম শুনা নিৰন্তৰে ॥
কুমুন্দ সুনন্দ নন্দ পুষ্পা দণ্ড,
প্রবল জয় বিজয়।
কুমুদাক্ষ বিশ্ব— সেন সুতদেৱ,
দেখিতে আতি বিস্ময় ॥
জয়ন্ত উজ্জ্বল তাক্ষ চৈধ্য জন,
সাত্যকক আদি কৰি।
দ্বাৰ দুই পাশে বসিয়া থাকন্ত,
মনোহৰ বেশ ধৰি ॥
শঙ্খ চক্র গদা সাৰঙ্গক ধৰি,
প্রকাশ আতি কৰয়।
সবাৰো শিৰত ৰত্নৰ কিৰীটি,
কুণ্ডল কর্ণে জ্বলয় ॥

শ্যামল সুন্দৰ গলে বনমালা,
শৰীৰত পীতবাস।
বাহুত কেয়ূৰ কৰত কঙ্কন,
কৰয় আতি প্ৰকাশ ॥
হাতে বেত বাৰি কটিত মেখলা,
কিঙ্কিণী তাতে শোভয়।
দুই চৰণত ৰত্নৰ নূপুৰ,
অত্যন্ত ৰূপে জ্বলয় ॥
দ্বাৰৰ ভিতৰে প্ৰকাশ কৰয়,
অদ্ভুত দিব্য আবাস।
দেখি জোতির্ম্ময় কোটি অসংখ্যাত,
সূৰ্য্যৰ যেন প্ৰকাশ ॥
সহস্ৰ সাক্ষাত ফটিকৰ স্তম্ভ,
চৌভিতি পদ্মৰাগৰ।
তাতে হীৰা ৰত্ন মাণিক লগাইছে,
বিচিত্ৰ কৰি সুন্দৰ ॥
পৱালৰ বাৰে চতুৰ্ভিতি তাত,
নিৰ্ম্মান কৰি আছয়।
ফটিক বাৰত মৰকত খৱা,
লগাই আছে আতিশয় ॥
হীৰাৰ ঝিঙ্গিৰি কাটিল বাৰত,
কুন্দৰুখ মাণিকৰ।
সুবৰ্ণৰ কান্তি আগ হাত মান,
খটখটি পৱালৰ ॥
আগচালি চয় প্ৰকাশ কৰয়,
আতিশয় মনোনিত।
মুকুতা মৰাড়ি খোপা আছে আড়ি,
দেখিবাক সুশোভিত ॥

বক্র দারু চয় প্রকাশ কৰয়,
ইন্দ্র নীল ৰাখৰৰ।
সুবর্ণৰ বলি মহতি মাগুলি,
জৰিত কৰি ৰত্নৰ॥
সুবর্ণৰ চালি পতা কৰি দিল,
চিত্র কৰি মণিময়।
তিনিয়ো ত্রৈলোক্য উপমা দিবাক,
যোগ্য আৰ নাহিকয়॥
সেহি মন্দিৰত অনন্ত শয্যাত,
বসিয়া থাকন্ত হৰি।
জগত জননী লক্ষ্মীয়ে সেৱন্ত,
চামৰক কৰে ধৰি॥
চারু চতুর্ভুজ নীল মৰকত,
জিনি শৰীৰৰ কান্তি।
নাসা তিল ফুল অধৰ ৰাতুল,
দশন মুকুতা পান্তি॥
পূর্ণ চন্দ্র সম বদন মণ্ডল,
আয়ত দুই লোচন।
সুসম কপোল তিলক শোভয়,
দেখিবাক সুশোভন॥
ছত্রাকৃত শিৰ ৰত্নৰ কিৰীটি,
সূর্য্যে যেনে প্রকাশয়।
বক্র কেশ চয় তাহাত শোভয়,
দেখিতে ৰঙ্গ মিলয়॥
সুবর্ণৰ দুই মকৰ কুণ্ডল,
গণ্ডস্থল প্রকাশয়।
নৱ দিবাকৰ যেন মণিবৰ,
কৌস্তুভ গলে শোভয়॥

গলে বনমালা আপাদ লম্বিত,
মালা গন্ধ মুকুতাৰ ।
উৰু স্থলে গ্ৰীবা আতি সুশোভয়,
মণিময় হেমহাৰ ॥
ৰবি কৰ গৌৰ সন্তস শৰীৰ,
প্ৰকাশয় পীতবাস ।
বাহুত কেয়ূৰ ৰত্নৰ কঙ্কন,
কৰত কৰে প্ৰকাশ ॥
দশো আঙ্গুলিত অঙ্গুষ্ঠি সোণাৰ,
নখমণি চন্দ্ৰ সম ।
দুই কৰ তল ৰক্ত সুনিৰ্ম্মল,
দেখিবাক নিৰুপম ॥
কটিত মেখলা ৰত্নৰ কিঙ্কিণী,
তাতে পাটভুনি পীত ।
উৰুৰাম কল চৰণে ৰত্নৰ,
নূপুৰে কৰে ৰঞ্জিত ॥
দশো আঙ্গুলিত সুবৰ্ণ উজ্বলি,
বৈদূৰ্য্য হিৰে ৰঞ্জিয়া ।
নখমণি চয় প্ৰকাশ কৰয়,
চন্দ্ৰৰ ৰশ্মি জিনিয়া ॥
ৰাঙ্গা পদতলে অঙ্কুশ কমলে,
তাতে ধ্বজ বক্ৰ যব ।
সেহি চৰণক ভকতে চিন্তয়,
মনত কৰি উৎসব ॥
সূক্ষ্ম সূক্ষ্মা পাৰি— সদ উপাসয়,
আনন্দ কৰি মনত ।
অনিমাদি সিদ্ধি মূৰ্ত্তি ধৰি তৈত,
আছে হুয়া অৱনত ॥

হৰিৰ গৃহত চাৰিয়ো পাশত,
চতুৰ্ভুজ প্ৰজা চয়।
ঈশ্বৰ আজ্ঞায়ে যাৰ যৈত থান,
নিয়মৰূপে আছয়॥
মূৰ্ত্তি ধৰি তৈতে সিতো বৈকুণ্ঠত,
হৰিৰ সবে বিলাস।
চৈধ্যয় ভুবন সবে নষ্ট হয়,
তথাপি নাহি বিনাশ॥
পঞ্চবিধ মুক্তি যিমত প্ৰকাৰে,
ভিন্নে ভিন্নে শুনিয়োক।
হৰি সমন্বিতে একে লগে বঞ্চে,
তাহাকে বুলি সালোক্য॥
শাশ্বিক মুক্তিৰ হৰিৰ নিকটে,
ঈশ্বৰৰ সমসৰ।
হৰিৰ নিকটে জানিবাহা থান,
সামীপ্য মুক্তি সবৰ॥
একত্ৰ মুকুতি তাহাক বুলিয়া,
ব্ৰহ্মত যি যাই লীন।
অৱতাৰ শক্তি যাহাত বিজয়,
সাজুজ্যৰ এহি চিন॥
কেৱল ভকতি সবে থাকে তৈত,
নামক কৰি কীৰ্ত্তন।
তাসম্বাক ৰিক্তে সদায়ে নেৰন্ত,
গুণগ্ৰাহী নাৰায়ণ॥
সদায় আনন্দ— ময় বিষ্ণুলোকে,
মায়াৰ নাহি সঞ্চাৰ।
যত নৰ নাৰী আছে সি থানত,
কাহাৰো নাহি বিকাৰ॥

কাম ক্রোধ লোভ মোহ হিংসা দ্বেষ,
মদমত্ত অহঙ্কাৰ।
ঈৰিষা অসুয়া মাৎসৰ পৈশূন্য,
দম্ভ দৰ্প তিৰস্কাৰ ॥
শোক মোহ জৰা মৃত্যু ক্ষুধা তৃষা,
আদি ব্যাধি নিৰন্তৰ।
উৎপত্তি প্রলয় শীত উষ্ণ আদি,
নাহিকে সিতো লোকৰ ॥
মহা প্রলয়তো বিনাশ নোহয়,
নাহি মাৰি মৰকত।
নাহি প্রাণ ভয় সন্তোষে বঞ্চয়,
বিষ্ণুৰ সিতো থানত ॥
তিনি ত্রৈলোক্যৰ সেব্য মহাস্থান,
হৰিৰ সিতো আলয়।
চৈধ্যয় ভুবন উপমা দিবাৰ,
যোগ্য আৰ নাহি কয় ॥
কোটি কোটি ব্রহ্মা ব্রহ্মাণ্ড সহিতে,
আসিয়া যদি পৰয়।
বৈকুণ্ঠ বাসীৰ লোমপৰ নয়,
কহিলোঁ আক নিশ্চয় ॥
ৰাজা দুই অশ্ব— মেধ ৰাজা পায়,
যজ্ঞ কৰে নিৰন্তৰে।
স্বধর্ম্ম সন্ন্যাস ব্রতক আচৰে,
তীর্থ ভ্রমে বহুতৰে ॥
জ্ঞানক কর্ম্মক কৰে আচৰণ,
একান্তিক কৰি চিত্ত।
ইসব সাধনে সিতো বৈকুণ্ঠক,
নপাৰয় কদাচিত ॥

সৎসঙ্গ লভিয়া শ্ৰৱণ কীৰ্ত্তন,
ভক্তি যিতো আচৰয়।
সেহি ভকতৰ নিমিত্তে ঈশ্বৰে,
থৈছন্ত কৈলো নিশ্চয়॥
শঙ্কৰ বদতি শুনিলা নৃপতি,
বৈকুণ্ঠৰ কথা যত।
শক্তি অনুৰূপে যি কিছু জানিলো,
কহিলোঁ তযু আগত॥
সমস্ত বৰ্ণনা কৰিবাক লাগি,
কাহাৰো নাহি শকতি।
শুনি শুক্লধ্বজ সন্তোষ লভিয়া,
আনন্দে দ্ৰৱিলা মতি॥
শঙ্কৰক চাই বুলিলা বচন,
কিছু ভাগ্য আমাসাৰ।
দেৱৰ দুৰ্লভ বৈকুণ্ঠৰ কথা,
শুনিলো মুখে তোমাৰ॥
সেহি বৈকুণ্ঠৰ লোক তুমি আক,
জানিলোহো সাৰে সাৰে,
নুহি অদৃশ্যক বৰ্ণাইবাক লাগি,
শকতি আছে কাহাৰ॥

---

# কবিৰাজ চক্ৰৱৰ্ত্তী।

## আত্ম পৰিচয়।

ইন্দ্ৰৰ বংশত ৰুদ্ৰসিংহ নৰপতি।
সৌমাৰ দেশৰ পতি ভৈলা মহামতি॥
যাৰ শুদ্ধ যশে পূৰি আছে বসুমতী।
হৰি হৰ দুৰ্গা পাৱে যাৰ সদা ৰতি॥

তাহাৰ প্ৰথম পুত্ৰ শিৱসিংহ ৰাই।
দেৱতা বিপ্ৰত ভক্তিমন্ত শুদ্ধ কাই॥
ধৈৰ্য্যত সাগৰ সম ক্ৰোধত অগনি।
প্ৰতাপত সাক্ষাৎ যেন প্ৰচণ্ড দিনমণি॥

দানত কৰ্ণৰ সম ক্ষমাত ধৰণী।
যশস্বীৰ মধ্যে যাক প্ৰথমতে গণি॥
কন্দৰ্পৰ দৰ্প হৰে যাৰ ৰূপ দেখি।
কামিনী বিমোহ হৰে যাহাক নিৰেখি॥

নামত প্ৰথমেশ্বৰী শুদ্ধ সুক্ষ্ম জায়া।
ইন্দ্ৰৰ ৰমণী যেন আদিত্যৰ ছায়া॥
কমল লোচনী বৰবালা চন্দ্ৰমুখী।
যাহাৰ দৰ্শনে নৰ নাৰী হৰে সুখী॥

ৰাত্ৰি দিনে স্বামী পাৱে কৰন্ত ভকতি।
দেৱ দ্বিজ শুশ্ৰূষাত সদা যাৰ ৰতি॥
স্বামীৰ আজ্ঞাক কিঞ্চিতেকো নলঙ্ঘয়।
দুৰ্গা পদপঙ্কজক সততে সেৱয়॥

হেন শিৱসিংহ ৰাজা প্ৰথম ঈশ্বৰী।
মনুষ্য লোকত যেন শিৱ মহেশ্বৰী॥
তাহান আদেশ মালা শিৰোগত কৰি।
কবিৰাজ চক্ৰবৰ্ত্তী মতি অনুসৰি॥

পুৰাণৰ শ্ৰেষ্ঠ ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ।
কৃষ্ণ জন্ম খণ্ড তাতে পৰম প্ৰধান॥
সাগৰ সংকাশ আৰ গূঢ় অভিপ্ৰায়।
সাবশেষে কোন নৰে আৰ অৰ্থ পাই॥

তথাপিতো পদবন্ধে দেশ ভাষা ধৰি।
মতি অনুসাৰে বিৰচিলোঁ যত্ন কৰি॥

---

ইন্দ্ৰবংশে উতপন  দশ দিকপাল অংশে,
স্বৰ্গৰাজা ভৈলা সৌমাৰত।
দানী মানী কান্তিমন্ত  নৃপতিৰ গুণৱন্ত,
ইষ্টদেৱ সেৱনত ৰত॥

অনন্তৰে তান বংশে  দশ দিকপাল অংশে,
গদাধৰ সিংহ নৰপতি।
মথি অৰি সাগৰক  লৈয়া যশ অমৃতক,
সদা প্ৰজা পালনত ৰতি॥

তাহান প্ৰথম সুত  ৰুদ্ৰসিংহ নামযুত,
গুণৱন্ত ভৈলা নৰপতি।
যশৱন্ত ধৈৰ্য্যৱন্ত  অতি শুদ্ধ বুদ্ধিমন্ত,
একো অঙ্গে যাৰ নাহি ক্ষতি॥

দেৱতাৰ মঠগণ  কৰি গিতো নিৰূপণ,
দেৱ পদে কৰিলা ভকতি।
গুণৱন্ত জন জানি  বিদেশৰ হন্তে আনি,
বহু ধন দিলা মহামতি॥

সেহি ৰুদ্রসিংহ ৰাই ভোগ অৱসান পাই,
স্বৰ্গলোকে গৈয়া ৰহিলন্ত।
তাহান তনয় বৰ মনোহৰ কলেৱৰ,
শিৱসিংহ নৃপতি ভৈলন্ত॥
দানত কৰ্ণৰ সম দুষ্ট দমনত যম,
ধৈৰ্য্যত সাগৰ সমসৰ।
প্রতাপত দিনমণি শক্রুত যেহেন গণি,
নৃপতিৰ গুণৰ সাগৰ॥
যাৰ ৰূপ নিৰেখিয়া কামিনী মুহিত হৈয়া,
আপুন পতিক পাসৰাই।
পণ্ডিত ব্রাহ্মণে যাই যাৰ সন্নিকট পাই,
আনন্দ ৰসত মগ্ন হই॥
বেদ পথ অনুসৰি দেৱ গৃহচয় কৰি,
নিৰ্ম্মল ভকতি উপাৰ্জ্জিলা।
কৰি নানা স্বস্ত্যয়ন দুৰ্গতি কৰিলা ছন্ন,
ধন দিয়া বিপ্রক তুষিলা॥
তাহান ভৈলেক জায়া অতি সুললিত কায়া,
ৰত্নকান্তি নামে মহাসতী।
সুললিত অঙ্গচয় দেখি মুনি মোহ হয়,
বদনে জিনিছে নিশাপতি॥
সুললিত দীৰ্ঘ কেশ যেন পাৰ্ব্বতীৰ বেশ,
একো অঙ্গ নাহি ক্ষতিখুন।
শাস্ত্র পথ অনুসৰি স্বামীত ভকতি কৰি,
প্রকাশ কৰিছা সতীগুণ।
হেন মহা নৃপতিৰ ৰত্নকান্তি মহিষীৰ,
আদেশ ৰত্নক শিৰে ধৰি।
কবিৰাজ দ্বিজবৰ পদ বন্দি মাধৱৰ,
বিৰচিলা ভাষা বন্ধ কৰি॥

---

# ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।

## গোলোক বৰ্ণন ॥

অনন্তৰে দেখিলন্ত বিৰজা তটক।
সেহি থানে দেখিলন্ত মহা বিস্ময়ক ॥
শুদ্ধ ফটিকৰ বৰ্ণ বিৰজাৰ তট।
দেখিতে সুন্দৰ শুক্ল যেন দিব্য পট ॥

মুকুতা মাণিক মণি ৰত্নৰ আকৰ।
থানে থানে জন্মি আছে পৰশ পাথৰ ॥
কৃষ্ণ শুক্ল পীত ৰক্ত মণিৰ সঞ্চয়।
ঠাৱে ঠাৱে অনেক ৰঞ্জিয়া প্ৰকাশয় ॥

দেখিতে আশ্চৰ্য্য আতি জন মনোহৰ।
কোনো থানে প্ৰকাশে অঙ্কুৰ প্ৰবালৰ ॥
ব্ৰহ্মাৰো অদৃশ্য যিতো আশ্চৰ্য্য দায়ক।
দেখি যাত হেন নিধি সম্ভৱ স্থানক ॥

কোনো থানে প্ৰকাশিছে ইন্দ্ৰ নীলমণি।
কোনো থানে পদ্মৰাগ যেহেন অগনি ॥
কোনো থানে মৰকত মণি বিৰাজিত।
কোনো থানে স্যামন্তক ৰুচক শোভিত ॥

অমূল্য ৰতনময় হৰিত বৰণ।
কেনো থানে প্ৰকাশি আছয় মণিগণ ॥
নতু দেখি নতু শুনি যিতো মণিচয়।
হেন মণিগণ কোনো থানে বিৰাজয় ॥

কোনো থানে ব্ৰজ নাম মণি-ৰত্ন ভাসে।
কোনো থানে মনোহৰ কৌস্তুভ প্ৰকাশে ॥
কোনো কোনো প্ৰদেশত বিহাৰৰ স্থান।
প্ৰকাশ কৰিয়া আছে নিৰ্ম্মল সুঠান ॥

এহি মতে আশ্চৰ্য্য দেখিয়া দেৱগণে।
তাহাৰ পাৰ্শ্বক চলিলন্ত ৰঙ্গ মনে ॥
দেখিলন্ত পাছে শত শৃঙ্গ গিৰিবৰ।
ক্ৰীড়াৰ পৰ্ব্বত সিতো ৰাধা মাধৱৰ ॥

তথাত প্ৰকাশি আছে তৰু পাৰিজাত।
আনো বনগণ প্ৰকাশয় অসংখ্যাত ॥
চৌপাশে আৱৰি আছে কল্পতৰু বনে।
বেঢ়িয়া চৰিছে ৰঙ্গে কামধেনু গণে ॥

কৌটি এক যোজন উৰ্দ্ধৰ প্ৰমাণত।
দশ কৌটি যোজনৰ প্ৰমাণ দীৰ্ঘত ॥
পথালি পঞ্চাশ কৌটি যোজন প্ৰমাণ।
তাহাৰ শিখৰে ৰাস মণ্ডল প্ৰধান ॥

গঢ়ৰ আকাৰ দশ যোজন বিস্তৰ।
বৰ্ত্তুল আকাৰ আতি দেখিতে সুন্দৰ ॥
কোনো থানে লিপি আছে অগৰু চন্দন।
কোনো থানে কস্তূৰী কুঙ্কুম বিলেপন ॥

তাতে আছে পুষ্পৰ বাটিকা দশ শত।
ফুলি আছে সুগন্ধ কুসুম অবিৰত ॥
মধু লোভে ভ্ৰমৰৰ শব্দ মনোহৰ।
কুহুঁ কুহুঁ নাদ তাতে শুনি কোকিলৰ ॥

ক্ৰীড়াৰ বস্তুয়ে যুক্ত ৰতিৰ ভৱন।
তাৰ মাঝে মাঝে প্ৰকাশয় বিতোপন ॥
ৰত্নৰ মণ্ডপ সেহি ৰাস মণ্ডলত।
থানে থানে প্ৰকাশয় দশ কৌটি শত ॥

ৰত্নৰ জখলা সেহি ৰত্ন মণ্ডপত।
উত্তম ৰত্নৰ কুম্ভ প্ৰকাশে উৰ্দ্ধত ॥
হৰিত বৰণ মণিময় স্তম্ভচয়।
ৰাস মণ্ডৰ মাঝে প্ৰকাশি আছয় ॥

তাক বেঢ়ি ৰক্ত বৰ্ণ মণি প্ৰকাশয়।
স্তম্ভৰ মধ্যত ইন্দ্ৰ নীল বিৰাজয়॥
মণ্ডলক বেঢ়ি ৰত্নগড় প্ৰকাশয়।
মণ্ডলৰ মাঝে জ্বলে ৰত্ন মণি চয়॥

ৰত্নময় কপাটে সহিত দ্বাৰগণ।
ৰাস মণ্ডলত প্ৰকাশয় বিতোপন॥
গুপ্ত গ্ৰন্থি কৰি আছে সেহি দুৱাৰত।
আম্ৰৰ পল্লব প্ৰকাশয় উপৰত॥

কস্তূৰী কুঙ্কুম দ্ৰব অগৰু চন্দন।
সেহি দুৱাৰত কৰি আছে বিলেপন॥
নেহি ৰাস মণ্ডলত আনন্দিত মনে।
বেঢ়ি আছে কোটি কোটি গোপ কন্যাগণে॥

ৰত্নময় অলঙ্কাৰে মনোহৰ বেশে।
ৰত্নৰ মালায়ে বিৰাজিত কণ্ঠদেশে॥
কেয়ূৰ কঙ্কণ ৰত্নময় প্ৰকাশয়।
চৰণত ৰত্নময় নূপুৰ বাজয়॥

ৰত্নময় মনোহৰ কুণ্ডল যুগলে।
প্ৰকাশ কৰিয়া আছে চাৰু গণ্ডস্থলে॥
হস্তৰ আঙ্গুলি চয় ললিত বলিত।
ৰত্নৰ অঙ্গুৰিগণে তাতে বিৰাজিত॥

কপালত প্ৰকাশয় অলকাৰ পান্তি।
তাৰ তলে সিন্দুৰৰ বিন্দু কৰে কান্তি॥
চাৰু চম্পকৰ বৰ্ণ শৰীৰৰ কান্তি।
পক্ক ডাড়িমৰ বীজ দশনৰ পান্তি॥

লিপি আছে শৰীৰত চন্দনৰ জল।
চকিত হৰিণী সম নয়ন তৰল॥
পিন্ধি আছে পীত বস্ত্ৰ আতি মনোহৰ।
পক্ক বিম্বফল নিন্দি প্ৰকাশে অধৰ॥

শৰত কালৰ পূৰ্ণ চন্দ্ৰ যেন মুখ।
কামুক জনৰো যাক দেখি মিলৈ সুখ॥
শৰত কালত যেন ফুলিছে কমল।
তাহাৰ সদৃশ দেখি নয়ন সকল॥

কস্তূৰী সহিতে কাজলৰ ৰেখা চয়।
নয়নৰ কাষৰত প্ৰকাশ কৰয়॥
শিৰত প্ৰকাশে সুললিত কেশ খোপা।
তাহাতে পিন্ধিয়া আছে মালতীৰ থোপা॥

সেহি পুষ্প মধু লোভে গুঞ্জ গুঞ্জ কৰি।
মধুকৰগণে আছে শিৰক আবৰি॥
লয়লাস ভাৱ ধৰি কৰয় গমন।
গজৰাজ খঞ্জনক কৰিছা গঞ্জন॥

মদনৰ ধনু যেন ভ্ৰুব বিৰাজয়।
মুখত মধুৰ মন্দ হাস্য প্ৰকাশয়॥
গৰুড়ৰ চঞ্চু যেন নাসিকা শোভন।
কাম বাণে জৰ্জ্জৰিত হেন লক্ষি মন॥

গজৰাজ গতিৰ সমান স্তন ভাৰে।
অতি শীঘ্ৰ বেগ ধৰি চলিতে নপাৰে॥
বহল নিতম্ব যুগ কঠিন শ্ৰোণিৰ।
গুৰু ভাৰে দেখি যেন আনম্ৰ শৰীৰ॥

নিৰ্ম্মল দৰ্পণ লৈয়া কৰ পঙ্কজত।
আপুনাৰ মুখক চাহিছা উৎসুকত॥
কৃষ্ণৰ ক্ৰীড়াক মনে সুমৰি সুমৰি।
আছন্ত সকলে সুৰতক মনে কৰি॥

ৰাধিকাৰ চৰণ পঙ্কজ সেৱনত।
মনক নিয়ম কৰি থাকন্ত সতত॥
হেনয় সুন্দৰীগণে ৰাধাৰ আজ্ঞায়ে।
যিতো ৰাস মণ্ডলক ৰাখন্ত সদায়ে॥

তিনি লক্ষ পৰিমাণ দিব্য সৰোবৰে।
সেহি ৰাস মণ্ডলক বেঢ়ি শোভা কৰে॥
শ্বেত ৰক্ত নীলবৰ্ণ সৰোৰুহ চয়।
সৰোবৰ সকলক বেঢ়ি প্ৰকাশয়॥

গুঞ্জ গুঞ্জ শব্দ কৰি মধুকৰ গণে।
মধু লোভে পদ্মত পৰিছে ঘনে ঘনে॥
বিকশিত পুষ্পৰ বাটিকা সহস্ৰেক।
প্ৰকাশ কৰিয়া আছে যাত অতিৰেক॥

কোটি গৃহ আছে কুঞ্জ বনে বিৰচিত।
সুগন্ধ পুষ্পৰ শয্যাগণে সমন্বিত॥
তাত থাপি আছে উপভোগ বস্তুগণ।
কৰ্পূৰ তাম্বুল জল বসন ভূষণ॥

অভ্যন্তৰে প্ৰকাশে ৰত্নৰ দীপগণ।
ধৱল চামৰ চয় নিৰ্ম্মল দৰ্পণ॥
সেহি কুঞ্জ মণ্ডিৰত বিচিত্ৰ পুষ্পৰ।
মালাগণ প্ৰকাশয় আতি মনোহৰ॥

দেৱগণে দেখি সেহি ৰাস মণ্ডলক।
পৰ্ব্বতক ছাড়ি চলিলন্ত বাহিৰক॥
পাছে দেখিলন্ত তাতোধিক সুলক্ষণ।
পৰম সুন্দৰ যিতো নিত্য বৃন্দাবন॥

ৰাধা মাধৱৰ সিতো অতি প্ৰিয় বন।
ৰাধা কৃষ্ণেৰেসে সিতো ক্ৰীড়াৰ ভবন॥
তাত প্ৰকাশিয়া আছে কল্পতৰুগণ।
নাহিকে দুৰ্লভ তাত যাৰ যাত মন॥

বিৰজা নদীৰ তীৰ সলিলে মিশ্ৰিত।
কুসুমৰ কস্তূৰীৰ গন্ধে আমোদিত॥
হেন মন্দ মাৰুতে কম্পিত বৃন্দাবন।
সুগন্ধে সন্তোষি আছে সমস্তৰে মন॥

তাত প্ৰকাশিয়া আছে নবীন পল্লব।
থানে থানে শুনি কোকিলৰ মৃদু স্বৰ ॥
কোনো থানে আছে কেলিকদম্ব বিস্তৰ।
পত্ৰৰ পুষ্পৰ ভৰে আতি মনোহৰ ॥

মন্দাৰ চন্দন চম্পা গন্ধে আমোদিত।
সুগন্ধ পুষ্পৰ গন্ধে আতি সুগন্ধিত ॥
তাহাতে প্ৰকাশে আম্ৰ তাল নাগৰঙ্গ।
নাৰিকল পলশ বদৰী মাতুলঙ্গ ॥

খৰ্জ্জুৰ গুবাক জম্বু আমৰা জম্বীৰ।
ডাড়িম কদলী বেলগাছ তেন্তেলীৰ ॥
সুপক্ক মধুৰ মনোহৰ ফল চয়।
ডালে ডালে সমস্ত বৃক্ষত বিৰাজয় ॥

অশ্বত্থ শাল্মলি লিম্ব ডিমৰু পিয়াল।
বৃন্দাবন মধ্যে শোভা কৰে তৰু শাল ॥
আৰু নানা তৰু ভেদ সকলে সহিত।
চৌপাশত কল্পতৰু বনে আবৰিত ॥

মল্লিকা মাধৱী কুন্দ কেতেকী মালতী।
যূতি আদি প্ৰকাশিছে পুষ্পৰ সংহতি ॥
আটে কুৰি কোটি মান কুন্দ কুসুমৰ।
মন্দিৰ সকলে শোভা কৰে মনোহৰ ॥

সেহি বৃন্দাবন মাঝে মধুৰ লোভত।
ভ্ৰমৰে মধুৰ নাদ কৰিছে সতত ॥
ৰত্নময় অলঙ্কাৰে শৰীৰ শোভিত।
হেনয় সুন্দৰী গোপ কন্যায়ে বেষ্টিত ॥

পঞ্চাশত কোটি গোপ সুন্দৰী কন্যায়ে।
তাহাক ৰাখিয়া থাকে ৰাধাৰ আজ্ঞায়ে ॥
দ্বাদশ অধিক কুৰি কানন তাহাত।
মনোহৰ ৰমণীয় প্ৰকাশে সাক্ষাত ॥

বৃন্দাবন মাঝে আছে পৰম নিৰ্ম্মল।
কেৱলে নিৰ্জ্জল সিতো অধিকে উজ্জ্বল॥
তাৰ মাঝে নিৰ্ম্মি আছে সুপক্ক মধুৰ।
ফলভৰে মনোহৰ বিটপী প্ৰচুৰ॥

গোষ্ঠ গণে আছে সেহি বৃন্দাবন মাঝে।
নানা বৰ্ণ মনোহৰ গোগণ বিৰাজে॥
কৃষ্ণৰ সমান ৰূপ গোপৰ বালক।
পঞ্চাশত কোটি মান কৃষ্ণৰ সেৱক॥

তাহাতে প্ৰকাশে তাসম্বাৰ গৃহগণে।
নিৰ্ম্মাণ কৰিছে যাক অমূল্য ৰতনে॥
হেনয় পৰম ৰম্য দেখি বৃন্দাবন।
গোলোকক চলিলন্ত ৰঙ্গে দেৱগণ॥

বৰ্ত্তুল আকাৰ কোটি যোজন বিস্তাৰ।
ৰত্ন গঢ়ে বেঢ়ি আছে তাত চাৰি দ্বাৰ॥
সুবৰ্ণে ৰঞ্জিত বেত্ৰ ধৰিয়া হস্তত।
দ্বাৰী হৈয়া গোপগণে আছে দুৱাৰত॥

যিতো আছে ভক্তগণ গোপ সমস্তৰ।
তাৰ পঞ্চাশত কোটি আশ্ৰম সুন্দৰ॥
বহুবিধ কান্তিমন্ত ৰতনে নিৰ্ম্মিত।
নানাবিধ ভোগ বস্তু সকলে সহিত॥

কৃষ্ণৰ পৰম ভক্ত গোপ সমস্তৰ।
শত কোটি আশ্ৰম প্ৰকাশে ৰুচিকৰ॥
ততোধিক সুন্দৰ কৰিয়া দিব্য ৰত্নে।
নিৰ্ম্মাণ কৰিছে গোলোকত যাক যত্নে॥

# ৰমানন্দ দ্বিজ।

## আত্ম পৰিচয়।

শুনা বিদ্যমান ইতো শাস্ত্ৰ খান,
মহামোহ পৰ্ব্ব যাৰ।
নাহি সিঠা চাল আত্মাৰ বিচাৰ,
কেৱল ভক্তিৰ সাৰ॥
বাৰাণসী হন্তে আইল ইতো শাস্ত্ৰ,
নপাইলন্ত একোজনে।
শ্ৰীৰমানন্দে প্ৰকাশিলা আক,
জগত উদ্ধাৰ মনে॥
ইহাৰ অৰ্থত মহাজন সব,
স্তুতি ৰহি থাকে চাই।
কথা গীত সূত্ৰ ভটিমা পয়াৰ,
গ্ৰন্থি দিলা ঠাই ঠাই॥
মহামোহ বুলি আঙ্ক নাম দিলা,
নাট কৰিবাক লাগি।
ভকত সকলে বিচাৰি গাৱয়,
যিতোজন ৰসভাগী॥
কতো দিনে পাছে শুনিলোঁ ভাৱনা
সত্ৰে কৈলা একবাৰ।
তৈসানিৰে পৰা কৰন্তা নভৈল,
মহামোহ নাট সাৰ॥
পাছে নিৰঞ্জন দেৱ আধিপত্য,
ভৈলা সত্ৰ আউনী আটি।
মহাগুণৱন্ত ধৰ্ম্মতো শ্ৰীমন্ত
কবি গুণে পৰিপাটি॥

পাছে অনুদিনে গুৰু কৃপা গুণে,
ভকত সকলে পাই।
ৰসত ৰসৰ ভাৱনা কৰিবে,
মন ভৈলা সমুদাই ॥
যাৰা সবে আত প্ৰবন্ধ কৰিলা,
শুনা মুখ্য কিছু নাম।
ওজা নৰোত্তম ৰাম নিৰঞ্জন,
প্ৰহ্লাদক অনুপাম ॥
কণ্ঠাভৰণক লক্ষণ ভাৰতী,
নিৰ্ম্মল গতি গোকুল।
গায়নৰ ওজা পদ্মানন্দ আতা,
কৃষ্ণানন্দ নাহি তুল ॥
জয়দেৱ আদি তিনি চাৰি মাসে,
আৱৰ ভকত সঙ্গে।
কামৰূপে কাক— তিৰ মন্দিৰত,
ভাৱ কৰিলন্ত ৰঙ্গে ॥
বহু বিধ লোকে ৰঙ্গ চাহিবাক,
আসিলন্ত নৰ নাৰী।
সভাৰ মহিমা কি কহিবোঁ আৰ,
ৰঙ্গ চাৰে শাৰী শাৰী ॥
অমৃতৰ ভাণ্ড মহামোহ নাট,
ভকতে পান কৰয়।
অতি অদভুত কথা গীত শুনি,
বৃদ্ধ সবে প্ৰসংশয় ॥
এহি প্ৰেম ভক্তি ৰসৰ আস্পদে,
জ্বলিল আমাৰ ৰতি।
দুগ্ধ সাগৰৰ মাঝে কিছু মোৰ,
নিমজি ৰহিল মতি ॥

ভক্ত বৈষ্ণৱৰ অনুমতি পাই,
আপুনি গাইবাক চাওঁ।
এৰিয়োক দাই ভকতে সদাই,
সবাৰো পাৰে বিনাওঁ ॥
ইতো তত্ব সাৰ আত্মাৰ বিচাৰ,
পুৰা অৰ্থ নুবুজিলোঁ।
কথাৰ আসয় প্ৰস্তাব নজানি,
আগ পাচ কৰি দিলোঁ ॥
ইতো মোৰ মহা বুদ্ধিৰ দোষক,
ক্ষমি কৰা প্ৰৰিত্ৰাণ।
নকৰিয়ো নাশ কৰি আছোঁ আশ,
তুমি সব সৰ্ব্বজান ॥
নমো নমো ৰাম তুমি পূৰ্ণ কাম,
পুৰিয়ো মন বাঞ্ছিত।
শুদ্ধ চিত্তে বাণী বোলায়োঁ আপুনি,
সদায়ে থাকি হৃদিত ॥
মই বুদ্ধি ক্ষীণ ভকতি বিহীন,
তুমি কৃপাময় বন্ধু।
পাপ সাগৰত পৰি তল যাওঁ,
তাৰিয়োঁ করুণা সিন্ধু ॥
তোমাৰ অৰুণ চৰণ পদ্মত,
নছাৰোক মোৰ কাম।
এহি সাৰ কৰি বোলা হৰি হৰি,
হুয়ো সবে আত্মাৰাম ॥

---

## মহামোহ।

শুদ্ধ নিগদতি শুনিয়োক আত পৰে।
যেন মতে মহামোহ নাম নৃপবৰে ॥
বাৰাণসী ক্ষেত্ৰে ভৈলা নৃপতি প্ৰধান ॥
সমৰে প্ৰচণ্ড কোটি মহেন্দ্ৰ সমান।

হেন শুনি মনে পাছে পুছিলা দুনাই।
কহিয়ো সকলে তুমি মোহোত বুজাই ॥
মহামোহ নৃপতিৰ কথা যত যত।
শুনিবাক ইচ্ছা মোৰ মিলিলা মনত ॥

নৃপতিত খাটি থাকে কোন পাত্রগণ।
তাৰ সৈন্য সামন্তৰ কহিয়ো লক্ষণ ॥
কতবা জন্মৰ ভাগ্যে পাইলোঁ সুধিবাক।
আবে কৃপাময় দায়া কৰিয়ো আমাক।

তোমাৰ মুখত কথা শুনু যত মানে।
নথণ্ডে তৃপিতি যেন অমৃতৰ পানে ॥
হেন জানি আছো মোক তাৰিবা আপুনি
হৰিক স্মৰিয়া জীৱে মাতিলন্ত গুণি ॥

শুনিয়োক মন ভাই স্বৰূপ কাহিনী।
মহামোহ নামে ৰাজা ত্রৈলোক্যতে জানি ॥
শঙ্কৰৰ অংশ ত্রৈলোক্যতে বীৰ সাৰ।
ব্রহ্মা রুদ্র ইন্দ্রক দিলন্ত যিতো ধাৰ ॥

সংকর্ষণ বৰ পাই কাকো নগণয়।
বাৰাণসী ক্ষেত্রে থাকে নৃপতি অজয় ॥
মোহমায়া নামে তাত ভৈলা অধিপতি।
জগতকে মায়াত ৰমাইলা নিয়া মতি ॥

তাহাতে ভৈৰৱী কন্যা বেকত ভৈলন্ত।
কাল ক্রমে আনি তাক বিহা কৰিলন্ত ॥
নন্দী ভৃঙ্গী দুই ভাই দুই পুত্র ভৈলা।
যাত হন্তে ভোগ্য ক্ষয় কৰিবাক লৈলা ॥

এহি মতে মহামোহ নৃপতি নিস্থলে।
চৈধ্যয় ভুবন জিনিলেক বাহুবলে ॥
ধৰ্ম্ম অর্থ কাম মোক্ষ সাৰ জিনি লৈলা।
বেদ নীতি ধৰ্ম্মক তলত পাৰি থৈলা ॥

পাত্র মন্ত্রী সমন্বিতে থাকে মহাৰঙ্গে।
কৃষ্ণত বিমুখ কৰে জীৱক দুঃসঙ্গে॥
লোভ মোহ কাম ক্রোধ চাৰি পাত্র তাৰ।
কাহাকো কটাক্ষ নকৰয় দুৰাচাৰ॥

আলস্য ঘুমতি ভয় শোক দুঃখমন।
ক্ষুধা তৃষ্ণা জন্ম মৃত্যু কুবুদ্ধি কুমন॥
হিংসা মদ মাৎশ্বর্য্য পৈশুন্য নিন্দা বাদ।
ঈর্ষা অসূয়া আদি যতেক প্রমাদ॥

চক্ষু কর্ণ নাসা জিহ্বা ইন্দ্রিগণ যত।
গাৱে গাৱে কৰে ৰতি অধৰ্ম্ম পথত॥
দুঃসঙ্গৰ সঙ্গী হুয়া ৰৈলা দেৱগণ।
ৰাত্রি দিনে ভোগ্য কাশী কৰয় যতন॥

গন্ধৰ্ব্বে গাৱয় বিদ্যাধৰে বাদ্য বাই।
অপেস্বৰাগণে নাচে ভাৱ দৰশাই॥
যতেক ৰমণী আছে হাতে তালধৰি।
মনক মুহিয়া গীত গাৱে ৰঙ্গ কৰি॥

তাক দেখি কামুকে কামুৰি কতো খাই।
কুকুৰে ভক্ষক যেন মানি থাকে চাই॥
সেহি মতে মোহৰ নগৰে লোক যত।
সবাৰো বাঢ়িল মন অধৰ্ম্ম পথত॥

থানে থানে ৰজ তম দেখি নিৰন্তৰ।
জলে ভৰি আছে তাত বহু সৰোবৰ॥
শৰালি প্রভৃতি পক্ষী ৰক্ত পীত বর্ণ।
নানা বিধ পুষ্প আছে দেখিতে শোভন॥

মদন কামৰ সিতো বিহাৰৰ বন।
লহু লহু বহে তাত মলয় পবন॥
পুষ্পাৰ সুৰভি গন্ধে আমোদ মনত।
গুঞ্জৰে ভ্রমৰে মধু পানে হুয়া মত্ত॥

কতো কতো আগ হুয়া ৰমণী আছয়।
ফল ফুল ভৰে ডাল ভাঙ্গিয়া পৰয় ॥
মহামায়া পুৰি যেন ইন্দ্রৰ নগৰি।
তাতে ৰতি প্রীতি থাকে নানা ক্রীড়া কৰি ॥

ক্রোধৰ নগৰ যেন শুনিয়োক তাক।
ধৰ মাৰ কিলাকিলি মুশুনয় হাক ॥
কৰে অহঙ্কাৰ দ্রোহ আচৰে লোকৰ।
গৰু ব্রাহ্মণক মাৰি ফুৰে নিৰন্তৰ ॥

যজ্ঞক নিষেধি কৰে অধৰ্ম্মত ৰত।
সাধুক পীড়য় পিতৃ মাতৃ কৰে হত ॥
সকলে চণ্ডাল তাৰ সৈন্য যত মানে।
ক্রোধে সুৰা পানে বীৰে থাকে সেহি থানে।

লোভৰ নগৰ কথা শুনা আত পৰে।
খাওঁ খাওঁ বুলি ফুৰে লোক নিৰন্তৰে ॥
যাহাৰ জিহ্বাৰ পানী পৰে সৰসৰি।
সকল বস্তুক আনি ভুঞ্জে চুৰি কৰি ॥

ঘৰে ঘৰে ফুৰে তাৰ মনে লোভ আছে।
তাপৰিবে নপাৰি ভুঞ্জয় গৈয়া পাছে ॥
জিতেন্দ্রিয়ে লাজে লোভ সম্বৰ কৰয়।
লুভীয়া জনৰ লাজ ভয় নাহিকয় ॥

আত পৰে কহো শুনা মোহ নগৰত।
মোহ জৰী টানি টানি লগায়ে পাৰত ॥
বিশ্বামিত্র পৰাশৰ মুনিৰ মনক।
তেখনে মোহয় দেখি কামিনী জনক ॥

সমস্তে লোকক মুহি আছে দুৰাচাৰ।
মোহৰ সমান বীৰ আছে কোন আৰ ॥
ধন নাৰী আদি কৰি মোহৰ সঙ্গতি।
সেহি নগৰত থাকে মোহ মন্দমতি ॥

এহি মতে চাৰি বীৰ চাৰি নগৰত।
পৰম আনন্দে থাকে দুঃসঙ্গ পুৰত॥
কিঞ্চিতেকো ধৈৰ্য্য ভাৱ নাহিকে মনৰ।
ব্ৰহ্মাণ্ডৰ দুঃখে লাগ লৱে নিৰন্তৰ॥

সত্ব ৰজ তম তিনি গুণৰ ভিতৰ।
সদায়ে চঞ্চল ভাৱ নুগুচে চিত্তৰ॥
যতেক অনৰ্থ মানে সমস্তে কৰয়।
বিষয় বিষ্ঠাত যেন শূকৰে লুটয়॥

কামৰ বৃত্তিয়ে কতো কাম জ্বৰে ধৰে।
ক্ৰোধৰ বৃত্তিয়ে কতো কিলাকিলি কৰে॥
লোভৰ বৃত্তিয়ে কতো ভুঞ্জিবে খোজয়।
মোহৰ বৃত্তিয়ে পাই এৰিয়া নেদয়॥

হিংসাৰ বৃত্তিয়ে কতো প্ৰাণী হিংসা কৰে।
এহিমতে দুঃসঙ্গ কণ্টক নিৰন্তৰে॥
গাৱে গাৱে আপোন স্বভাৱে কৰে বল।
কোনে সীমা কৰি তাক কহিবে সকল॥

এহি মতে পাত্ৰ মন্ত্ৰী সমে নৃপবৰ।
আপোনাৰ বলে ৰাজ্য মাৰয় সকল॥
হয় হস্তী পদাতি সবাক পুড়ি আনি।
আপোনাৰ বশ্য কৰি লৈলা সবে প্ৰাণী॥

দশ দিশপালৰ বিভব যত আছে।
দেৱতা গণক বশ্য কৰিলন্ত পাছে॥
পূৰ্ব্বে যেন হিৰণ্যাক্ষ দৈত্য দুৰাশয়।
গাৱে গাৱে দেৱতাক কৃত্য কৰাৱয়॥

এহি মতে মহামোহ সূৰ্য্যক অনাই।
চক্ষুত দিলন্ত স্থান কামিনী দেখাই॥
কৰ্ণে দিশ দেৱে আসি কুকথা শুনয়।
নাসিকাত অশ্বিনী কুমাৰে ঘ্ৰাণ লয়॥

জিহ্বাত বৰুণ দেৱে স্বাদক দিলেক।
বচনত বিষ বহ্নি বজাৱে অনেক॥
চৰ্ম্মে বায়ু দেৱে আসি মাৰ্জ্জন কৰয়।
হস্তত থাকিয়া ইন্দ্রে কুকৰ্ম্ম কৰয়॥

গুহ্য স্থানে যম ৰাজা লিঙ্গে প্ৰজাপতি।
অহঙ্কাৰে আসি ৰুদ্র দেৱে কৰে গতি॥
সমস্তে দেৱক আনিলেক বলে ধৰি।
তোমাতে ৰহিল চন্দ্র জানা নিষ্ট কৰি॥

বৌদ্ধ ৰূপে চিত্তে বাসুদেৱ বিদ্যমানে।
মইয়ো সংসাৰত পৰো তোহোৰ নিদানে॥
আনিলেক দেৱতা গণক জিনি বলে।
জিনি নৈলা মহামোহ নৃপতি নিশ্চলে॥

ৰাৱণে দিলেক যেন সমস্তকে পীড়া।
গন্ধৰ্ব্বৰ নাৰী আনি কৰিলেক ক্ৰীড়া॥
ত্ৰৈলোক্যৰ ভোগ্য ভুঞ্জে ৰাৱণ প্ৰমত্ত।
পাছে ৰামদেৱে তাক কৰিলেক হত॥

মহামোহ পাপ মতি পাপক আচৰি।
বিবেকৰ হাতত আপুনি যাইব মৰি॥
কৈত শুনি আছা অধৰ্ম্মত আছে জয়।
কালে কালে ভগৱন্ত বিনাশ কৰয়॥

ধৰ্ম্মৰ বিনাশ নাই সকলে কালত।
সমস্তে ধৰ্ম্মৰ বাসা হৰিৰ নামত॥
হেন হৰি নামত ৰহোক মোৰ মতি।
এহি অনুগ্ৰহ কৰা বাপ যদুপতি॥

তোমাৰ দাসৰো দাস কৰি নিয়া মোক।
তেবেসে নিস্তৰোঁ ইতো ঘোৰ পৰলোক॥
তযু ভকতৰ পদ ৰেণু শিৰে ধৰি।
ৰৌক এহি মানে কৃপা কৰা দেৱহৰি॥

নমো নমো নিজ গুণ ৰূপী কৃষ্ণদেৱ।
তযু নামে ৰতি হৌক নবাঞ্ছোহো কেৱ॥
নিৰন্তৰে ইন্দ্ৰিগণে এৰি আন কাম।
জপোক সঘনে ডাকি বোলা ৰাম ৰাম॥

---

এহি মতে মহামোহে চৈধ্যয় ভুবন জিনি,
জগতকে বশ্য কৰিলন্ত।
হৃদয় পুৰত মহা সৎসঙ্গ নগৰ থান,
আছে হেন কথা শুনিলন্ত॥
বুলিলন্ত বীৰ গণ মোহোত নবৰি কোন,
আছে ৰাজা পৃথিবী মণ্ডলে।
তাৰ কিনো ভৈলা গহ ভাঙ্গিবো সকল মহ,
আমি সমে গৈলা সমদলে॥
হেন শুনি পাত্ৰ গণে পৃথিৱীত বিনাৰন্ত,
থাকা তুমি পৰম কল্যাণে।
চৈধ্যয় ভুবনে হেৰা তুমি কাক ডৰ কৰা,
আমি সব আছোঁ বিদ্যমানে॥
তোমাৰ বীৰত্ব চয় যিতো যিতো নজানয়,
তাকে ঝাল দিবাক লাগয়।
আচোক মনুষ্য দেৱ ইন্দ্ৰ চন্দ্ৰ আদি কৰি,
ব্ৰহ্মা ৰুদ্ৰে তোমাক ডৰাই॥
হেন শুনি মহামোহে মায়াক মাতিয়া পাছে,
বুলিলন্ত মধুৰ বচনে।
যদি পুৰ নগৰত মায়াৰ জঞ্জাল পাতি,
সৎসঙ্গ নগৰ কৰা ছন্ন॥
হেন শুনি মহামায়া ৰাজাক ৰোলন্ত চায়া,
মই মায়া ত্ৰৈলোক্যতে সাৰ।
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ আদি সবাকো মুহিয়া আছোঁ,
মনুষ্য সকল কোন ছাৰ।

মই কটাক্ষতে মুহি আছোঁ সুৰাসুৰ যত,
কোনে মোৰ আগে হৈব থিৰ।
নকৰিবা মনে ভীত সাধিবো তোমাৰ হিত,
থাকিয়ো কল্যাণে মহাবীৰ ॥
এহি বুলি মহামায়া ধৰি বেশ দিব্য কায়া,
জলমল লোকক দেখাই।
দেৱতাৰ অপ্রচাৰ ৰত্নময় অলঙ্কাৰ,
তিৰিমিৰি চাহান নযাই ॥
শশী পূৰ্ণিমাৰ কান্তি মুখে অল্প অল্প হাসি,
দন্ত মুকুতাৰ পান্তি নয়।
নেত্রৰ কটাক্ষে ঠেশ জগত মোহিনী বেশ,
কৰ্ণ দুইত কুণ্ডল জ্বলয় ॥
বান্ধি উচ্চ কৰি খোপা মালতী পুষ্পাৰ থোপা,
পাৰিজাত কৰিলেক নাশ ॥
কপালে তিলক শোভে ৰত্ন গলপতা গলে,
সাতসৰি উপৰে প্রকাশ ॥
হৃদয় মধ্যত দুই কমল উদিত হুই,
নবীন যৌবন মনোহৰ।
বুলন্তে বসন উদি কতো থাকে চক্ষু মুদি,
লাসবেশে মোহে নিৰন্তৰ ॥
দিব্য নেত সাৰি গাৰে সংসাৰ মোহিণী ভাৰে,
আগবাঢ়ি পাচগুছি যান্ত।
দৰশাৰে কাষ পিঠি কাহাকো সম্মুখ দৃষ্টি,
দেখি যেন লোকে মোহ পান্ত ॥
ৰত্নৰ মেখলা আনি কটিত বান্ধিলা টানি,
হালে মধ্য দেহ বতাসত।
ৰত্নৰ কঙ্কণ কৰে ৰুণ জুন কৰি বাজে,
পদ্ম গোট চলাৱে হাতত ॥

দশো অঙ্গুলিত জাম্প সোণাৰ আঙ্গুষ্ঠি চয়,
তাৰা যেন গগণে প্ৰকাশ।
উচ্চ-কুচ ভৰে যেন হাণ্টিবাক নপাৰয়,
কতো কতো দেখাই লয়লাস॥
কটিত কিঙ্কিণী পান্তি ৰুণজুন কৰে আতি,
ৰত্ন অলঙ্কাৰে জিকি পাৰে।
গাৱৰ সুৰভি ঘ্ৰাণে ভ্ৰমৰে নছাড়ে লাগ,
মধুলোভে পৰিয়া গুঞ্জৰে॥
ললিত ৰলিত ভৰি কমল পঙ্কজ সৰি,
ৰত্নময় নূপুৰে প্ৰকাশে।
যেন আতি কাচি পাৰি দিব্য ৰূপে লক্ষ্মী মাৰ,
স্বামী সেৱা কৰিবাক আশে॥
ত্ৰৈলোক্যত নাহি আৰ ধাৰ ৰূপ চমৎকাৰ,
মহামায়া জগত মোহিণী।
জীৱক ৰাখয় ধৰি সমস্তৰে মন হৰি,
ভকতিত পাতয় বিঘিনি॥

---

অবিদ্যাৰ পঞ্চ পৰ্ব্বা আসিলন্ত,
চপৰা আন্ধাৰ মাজি।
সংসাৰ নিকাৰ ভুঞ্জিবাক লাগি,
জীৱ ৰৈলা তোৰে বাজি॥
মায়াৰ ৰচনা ভাৰ্য্যা ধন দুই,
স্নেহত আকুল মতি।
সংযোগ সুখক বিয়োগে দুঃখক,
মায়াৰ এহি শকতি॥
পাপ পুণ্য দুই অধ উৰ্দ্ধ গতি,
এহি জনে বন্দী কৈলা।
পুণ্য কৰি স্বৰ্গ সুখক লভয়,
পাপ কৰি নৰ্কে গৈলা॥

কতো মানে মোহ ধনতে কৰই,
কতো কামিনীক দেই।
কতো ঐশ্বৰ্য্যত মনক ৰাখয়,
পাছে যাতনাক নেই ॥

এহি মতে মায়া পাতয় জঞ্জাল,
বিবেক পুৰত যাই।
হাস লাস কৰি ভঙ্গি ভাৱ ধৰি,
কতো থাকে মুখ চাই ॥

কাকো ধন জন ঐশ্বৰ্য্য দিৱয়,
কাৰো ক্ষণে কৰে নাশ।
বিয়োগৰ শোকে পুৰি মৰে লোকে,
দেখি মায়া কৰে হাস ॥

আনো অসংখ্যাত পাতিলন্ত মায়া,
সৎসঙ্গ নগৰে যাই।
বিবেকৰ সৈন্য নটলয় মন,
কটাক্ষ কৰি নচাই ॥

যম যাতনাক নকৰন্ত ভয়,
পুত্র ভাৰ্য্যা শোক দূৰ।
শৰীৰ হৰাইলে মনে দুঃখ নাই,
আনন্দ সুখ প্রচুৰ ॥

ভকতি খলিত কৰিবাক লাগি,
আসিলা মায়া কিটাই।
ভক্তি পূৰ্ণ যাৰ তুচ্ছ মায়া তাৰ,
জানা কিছু ভয় নাই ॥

হৰি নাম ধৰ্ম্মে যাৰ মন ভৈলা,
ভকতি কৰিবে প্রতি।
তাহাৰ মনক টলাইবাক লাগি,
আছয় কাৰ শকতি ॥

মায়াক চৰাই বৈকুণ্ঠক যাই,
হৰি অংশ জীৱ চয় ।
কেহো জনে টেৰ কৰিয়ো নচাইলা,
দেখি মায়া ভৈলা ভয় ॥
বিবেকৰ লোক যতেক আছয়,
মায়াৰ হাত সাৰিল ।
সাৰি যাই দেখি মায়াৰ মনত,
পৰম দুঃখ মিলিল ॥
লাজে অধোমুখে কৰি মহামায়া,
সৎসঙ্গ পুৰ চড়াইল ।
দুঃসঙ্গ নগৰে প্ৰবেশিলা পাছে,
মনে মহালাজ পাইল ॥
পাছে মহামোহে মায়াত পুছিলা,
সাধিলা কাৰ্য্য আমাৰ ।
বিবেকৰ মন মুহিয়া জীৱক,
কিমান দিলা সংসাৰ ॥
তোমাৰ কটাক্ষ দৃষ্টিক দেখিয়া,
কোন জন হৈব থিৰ ।
ই তিনি ভুবনে তোমাক জিনন্তা,
নাহি জানো একো বীৰ ॥
মোহৰ এতেক বচন শুনিয়া,
লাজে ভৈলা অধোমুখ ।
বিবেক পুৰৰ মহিমা শুনিয়া,
নিবেদিলা যত দুঃখ ॥

---

# ৰাম মিশ্ৰ।



## আত্ম পৰিচয়।

গৰগ্ৰাম নগৰৰ ৰাজাৰ শ্বশুৰবৰ,
নেয়োগৰ মধ্যম তনয়।
মন্ত্ৰী মাঝে অগ্ৰগণী পক্ষীৰ গৰুড় যেনি,
যাৰ গুণ দেশে দেশে কয়॥
দানী মানী সন্ত শিষ্ট হৰিপৰ চিত্ত নিষ্ঠ,
দাতা যেন ৰাধাৰ তনয়।
মন্ত্ৰণাত ৰাজধৰ নাছিলেক যাত পৰ,
পাত্ৰৰো নাছিল যাত পৰ॥
বৃহস্পতি বিদুৰত মন্ত্ৰণা আছিল যত,
সেই মন্ত্ৰ জানিবা কিঞ্চিত।
পাত্ৰ সকলৰ আগে কহিছিলা মহাভাগ,
নৃপতিৰ সাধি সদা হিত॥
হেন মন্ত্ৰী গৃহে আসি লৈয়া পূৰ্ব্ব পুণ্য ৰাশি,
কনিষ্ঠ তনয় ভৈলা জাত।
সঙ্গৰ কমল প্ৰাই যাত পৰে আন নাই,
ভদ্ৰসেন নামত প্ৰখ্যাত॥
হৰি পদ কমলৰ যাৰ মুখ মধুকৰ
মধুপানে মত্ত সৰ্ব্বদাই।
হিত উপদেশ শাস্ত্ৰ পাৰিজাত তুল্য ইতো,
ভ্ৰমৰ পৰিল ঘ্ৰাণ পাই॥
ৰাজনীতি কৰি ৰতি ভদ্ৰসেন শুদ্ধ মতি,
আদেশিলা পদ নিবন্ধনে।
দোষ গুণ পৰিহৰি বোলা সবে হৰি হৰি,
অল্পমতি ৰামমিশ্ৰ ভণে॥

পৰাশৰ গোত্ৰে জাত ৰামমিশ্ৰ নামে খ্যাত,
দিচৈ গ্ৰামে যাহাৰ বসতি।
ফুকনৰ আজ্ঞা পাই হিত উপদেশ চাই,
বিৰচিলা পদ যথা মতি॥

---

## হিতোপদেশ।

জম্বুদ্বীপ হন্তে আসি আছে শুক,
আনি হোৱা সম্ভাষণ।
বস্ত্ৰ অলঙ্কাৰে সন্তোষিয়া মন,
পঠাই দিয়া এখন॥
নন্দ নৃপতিক চানক্য মাৰিলে,
পঠায়া তীক্ষ্ণ দূতক।
শুশ্ৰূষা কৰিয়া দূতক পঠায়া,
সময়স্তি কৰিয়োক॥
তাত অনন্তৰে বিধিৰতে ৰাজা,
কৰিলা সভা নিৰ্ম্মাণ।
দূতক পঠাই শুক সৈন্য দুইকো,
অনাইলা মাতি তেখন॥
আসন দিয়ায়া পুছিলেক ৰাজা,
আসি আছ কিবা কাজ।
হেন শুনি শুকে কহিবে লাগিল,
শুনিয়োক মহাৰাজ॥
জম্বুদ্বীপ পতি আমাৰ নৃপতি,
তেস্তে ৰাজৰাজেশ্বৰ।
আমাত কৰিয়া আজ্ঞা কৰি আছে,
তেহেন্তে তযু উপৰ॥

ৰাজ্য কাম যদি তাহান আছয়,
জীৱনত প্ৰয়োজন।
মোৰ আজ্ঞা ধৰি আসি শীঘ্ৰ কৰি,
নমোক মোৰ চৰণ॥
আজ্ঞাক নধৰে প্ৰণাম নকৰে,
চলি যাউক স্থানান্তৰ।
দূতৰ বচনে কোপ জ্বলি গৈলা,
নৃপতি ৰাজহংসৰ॥
জীৱনত আশ আছে নাই আৰ,
মোক বহু নিন্দাকৰে।
ইতো অল্প জন মাতিবাক আক,
নপাৰয় পুৰন্তৰে॥
মেঘবৰ্ণে বোলে শুনিয়োক দেৱ,
মাৰোহো দুষ্ট শুকক।
সৰ্ব্বজ্ঞ মন্ত্ৰীয়ে সান্তনা কৰিলা,
ৰাজাক বাক্যে কাকক॥
মন্ত্ৰী বোলে ৰাজা সভা নোহে সিতো,
যাত বৃদ্ধ নাহিকয়।
বৃদ্ধ নোহে সিতো সভাত থাকিয়া,
ধৰ্ম্ম বাক্য নোবোলয়॥
সিতো ধৰ্ম্ম নয় যাত সত্য নাই,
সত্য নোহে ছল যাত।
নোহে সত্য সিতো যাত ছলে পাই,
কৰে উপসত্য ঘাত॥
ম্লেচ্ছ জনো যদি দূত হুয়া যাই,
বধিবাক মুযুৱাই।
দূত সব জাত নৃপতিৰ সুখ,
যদি বঢা কথা পাই॥

তাহাক বধিবে নপাৰে নৃপতি,
ইতো পুনু দুই জন।
শুনা মহাৰাজা ইহাত কহওঁ,
অপৰ আছে বচন॥
আপুন উৎকৰ্ষা পৰৰো উৎকৰ্ষা,
দূত সবে সদাকয়।
সদায় অবধ দূত অপৰাধ,
নৃপতি কোনে ধৰয়॥
মন্ত্ৰীৰ বচনে মেঘবৰ্ণ ৰাজা,
দুয়ো শান্ত হুয়া ৰৈল।
শুকে কোপ মনে উঠিয়া তেখনে,
আপুন ৰাজ্যে চলিল॥
মন্ত্ৰী চক্ৰবাকে প্ৰবোধ কৰাই,
আনিলেক পালটাই।
কনক কুণ্ডল চাড় হাৰ দিয়া,
তুষিয়া দিলা পঠাই॥
বিন্ধ্য নামে গিৰি পাইলে শুকে যাই,
নমিলা ৰাজাক পাই।
চিত্ৰবৰ্ণ ৰাজা মাতিবে লাগিলা,
শুকৰ মুখক চাই॥
কিবা তযু বাৰ্ত্তা কেন মত দেশ
কহিয়ো শুক সত্বৰ।
শুকে বোলে বাৰ্ত্তা সংক্ষেপে কহিবো,
কি কৈবোঁ আক বিস্তৰ॥
যুদ্ধৰ উদ্যোগ কৰিয়ো নৃপতি,
কৰ্পূৰ দ্বীপ প্ৰধান।
যেন অম্ৰাৱতী দ্বীপৰ সম্পতি,
নৃপতি ইন্দ্ৰ সমান॥

তাৰ গুণ গণ বৰ্ণাইবাক প্ৰতি,
মোহোৰ সামৰ্থ্য নাই।
যদি দৈবযোগে সিতো দেশ পাৱা,
আপুনি দেখিবা যাই॥
শুকৰ বচন শুনি চিত্ৰবৰ্ণ,
ইষ্ট লোক সব আনি।
মন্ত্ৰণা কৰিবে লাগিল নৃপতি,
বুলিলা সবাকে বাণা॥
বিগ্ৰহ কৰিতে যেন উপদেশ,
কহিয়োক ইষ্ট জন।
অবশ্যক পুনু কৰিবোঁ বিগ্ৰহ,
বুলিলোঁ নিষ্ট বচন॥
অসন্তোষ ভৈলে বিপ্ৰ নষ্ট যাই,
সন্তোষে নৃপতি চয়।
লাজ পৰিত্যাগে কুলস্ত্ৰীৰ নাশ,
লাজ নাশে বেশ্যা হয়॥
দীৰ্ঘদৰ্শি নামে বৃদ্ধ মন্ত্ৰী বোলে,
শুনিয়ো সংগ্ৰাম বিধি।
অস্ত্ৰ নজনাক সঙ্গে লৈয়া গৈলে,
সংগ্ৰামত নাহি সিদ্ধি॥
মিত্ৰ ভৃত্য মন্ত্ৰী আনন্দ হৃদয়ে,
বুলিবে দৃঢ় বচন।
ভয় জন্মিবেক শত্ৰুগণ মনে,
বিসহ কৰি তেখন॥
তুমি চিত্ৰবৰ্ণ বিগ্ৰহৰ ফল,
যি কালে চিন্তিত হয়।
সেহিসে নিমিতে বিগ্ৰহ কৰিবে,
সবাৰো তেবে লাগয়॥

ৰাজা বোলে মন্ত্ৰী সেনা বল মোৰ,
কৰা তুমি নিৰীক্ষণ।
তাসম্বাক মন্ত্ৰী দান দিয়া তুমি.
যাহাক যেন বৰ্ত্তন॥
ক্ষণ বেলা চাই শুভ মূহুৰ্ত্তত,
যাত্ৰাক দিবে যুৱাই।
মন্ত্ৰী বোলে যাত্ৰা কৰণ উচিত,
নুহিকয় মহাৰাই॥
অবিচাৰে কৰ্ম্ম কৰয় আৰম্ভ,
অজ্ঞানে আপদ স্থান।
গুণলুব্ধ গণে বিচাৰি কৰয়,
সম্পদ লাভ প্ৰধান॥
শত্ৰুৰ বলক নকৰি বিচাৰ,
প্ৰবেশয় মূঢ় জন।
খড়গৰ ধাৰক সাবটি ধৰিলে,
নিশ্চয় হোৱে মৰণ॥
ৰাজা নিগদতি শুনিয়ো সম্প্ৰতি,
উৎসাহ ভঙ্গ নকৰ।
পৰক জিনিয়া পৰ ভূমি যেন,
লভিবে পাওঁ সত্বৰ॥
যেমন উপায়ে পৰৰ ভূমিক,
আক্ৰম কৰিতে পাৰি।
তেমন উপাই আমাত কহিয়ো,
তযু বুদ্ধি অনুসৰি॥
গৃধ্ৰে বোলে দেৱ যি কথা পুছিলা,
কহিবো তাক তোমাত।
যেমনে কহিবোঁ তেন আচৰিবোঁ,
তেবে ফল হোৱে জাত॥

নৃপতিৰ যত অনুক্ষণ নাহি,
মন্ত্রণা কি কৰে তাত।
শাস্ত্রত আছয় লোকে নাচৰয়,
কি কৰে শাস্ত্রে সাক্ষাত॥
ঔষধিক যদি ৰোগীয়ে জানিলে,
ৰোগ শান্ত তাত নাই।
মন্ত্রণাক যেন পৰে নজানয়,
কৰিতে তেন যুৱাই॥
আপুন দেশক অতিক্রমিবাক,
নৃপতিৰ যোগ্য নয়।
যথা যোগ্য মই শুনিয়া আছোহো,
কৰিবা কৰিতে নয়॥
নদী গিৰি বন দুর্গ বিষয়ত,
যৈতে যৈতে ভয় হয়।
লগে সেনা বল লৈয়া কৌতুহল,
সেনাপতি যাইব তয়॥
বলিষ্ঠ পুৰুষ সঙ্গে লৈব বাচি,
সেনাপতি যিবা জন।
সবাৰো আগত সিতো চলিবেক,
সংগ্রামক কৰি মন॥
ভার্য্যা সমে ৰাজা মধ্যত চলিব,
ভণ্ডাৰৰ যত ধন।
অল্প বল লোক মধ্যত চলিব,
কৰিয়া ধন ৰক্ষণ॥
দুই পাশে অশ্ব সব চলি যাইব,
তাৰ কাছে ৰক্ষগণ।
ৰথৰ কাষতে গজ গণ যাইব,
পদাতি পদ ৰক্ষণ॥

ৰুগীয়া দুঃখীয়া সেনাক আশ্বাসি,
পাছে যাইব সেনাপতি।
সেনা গণ লৈয়া মন্ত্ৰী গণ সমে,
চলিবেক নৰপতি ॥
বিষম থলত গজে কৰি গতি,
জলে পুনু পৰ্ব্বতত।
অশ্বত চৰিয়া কৰিবেক গতি,
নৃপতি সম থলত ॥
মেঘৰ আগমে গজত চড়িব,
ফুৰিবে পাঙ্গ স্থলত।
মেঘৰ আগমে প্ৰসস্থ বোলয়,
গজ মন আগ্ৰহত ॥
মনে নপাই তত্ব কৰি বিচাৰত,
হস্তী সকলৰ যান।
অন্যত্ৰ কালত জানিবা নৃপতি,
তুৰঙ্গ যান প্ৰধান ॥
সকল থলত সকল কালত,
যান পতি সকলৰ।
সৈন্যে দুৰ্গে মাৰ্গে এমন গমন,
লক্ষণ নৃপ সবৰ ॥
ভাল বোধা যদি ৰথীয়ান থাকে,
নকৰি নিদ্ৰা প্ৰধান।
যোগ নিদ্ৰা মাত্ৰ কৰিব নৃপতি,
ৰহিব যোগীৰ থান ॥
বন পৰ্ব্বতত ৰাজাক ৰাখিব,
সৈন্য গণে ভাল মত।
বন পৰ্ব্বতক মৰ্দ্দন কৰিয়া,
আক্ৰমিবে শক্ৰ যত ॥

পৰ দেশে ৰাজা প্ৰবেশ কালত,
বনবাসী প্ৰজা যত।
তাসম্বাক আগ কৰিয়া নৃপতি,
চলিবে তাৰ পাচত॥
সি থলত ৰাজা সি থলত কোষ,
কোষ বিনে ৰাজা নয়।
আপোন প্ৰজাক দিবেক লাগয়,
ভক্ষ্য ভোজ্য যিবা হয়॥
খাইবাক পাইলে সে যুদ্ধক কৰয়,
প্ৰাণকো উৎসৰ্গি যাই।
মনুষ্যৰ দাস মনুষ্য নোহয়,
অৰ্থৰেসে দাস প্ৰায়॥
গৌৰৱ লাঘৱ যত পুৰুষৰ,
ধনাধন নিবন্ধন।
পৰস্পাৰে সবে ৰক্ষণ কৰিয়া,
বুজিব কৰি যতন॥
যদি অল্প সৈন্য বেনুৰ মাঝত,
কৰিবে তাক লাগয়।
সৈন্যৰ আগত পদাতি নৃপতি,
হুইবাক লাগে নিশ্চয়॥
শত্ৰুক আবৰি ধৰিবেক সৈন্যে,
প্ৰজাক কৰি পীড়ণ।
ৰথ অস্ত্ৰ সমে কৰিব সমৰ,
নৌকায়ে লোক তৰণ॥
বৃক্ষে গুল্মে যাত আবৰি থাকয়,
হস্তী নৌকা নচলয়।
ধনু খড়্গ বাৰ্ধ ধৰিয়া তাহাক,
যুঝিবেক প্ৰজাচয়॥

আপুন বেগক শিথিল কৰয়,
সততে যে সব খলে।
প্ৰবল অগ্নিক যেন নিমাৱয়,
পায়া বৰিষণ জলে॥
প্ৰাকাৰ পৰিখা সবক খসাই,
যাইবেক ৰত্ন মেলাই।
নৃপতিৰ মেল সবৰ মাঝত,
হস্তী সব বল নাই॥
নিজ অঙ্গ সমে মাতঙ্গক লোকে,
অষ্ট উড়ু বুলি কয়।
দুই দণ্ড মুণ্ড লাঞ্জ চাৰি তৰি,
এহি অষ্ট যুদ্ধ হয়॥
আতেসে হস্তীক অষ্টাযুদ্ধ বুলি,
শাস্ত্ৰৰ ইতো বচন।
গড় জঙ্গলক অশ্ব সমস্তক,
বল সে মানি শোভন॥
খল বিগ্ৰহত অৰ্দ্ধাধিৰ ৰাজা,
বিজয় হোৱে লোকত।
ইহাৰ উকুত শুনিয়োক যেন,
কহিছে অন্য শাস্ত্ৰত॥
হয়ত চৰিয়া যিতো যুদ্ধ কৰে,
দেৱৰ সিতো দুৰ্জ্জয়।
তাৰ বৈৰীগণ যদি দূৰে থাকে,
তথাপি হস্তে থাকয়॥
সমস্তে প্ৰজাৰ পালন প্ৰথমে,
যুদ্ধ কাৰা প্ৰয়োজন।
দিশ ভাল মন্দ বিচাৰ কৰিব,
পতিৰ কাৰ্য্য শোভন॥

সংগ্ৰামে শকত জানে অস্ত্ৰ যত,
বিৰকতি যাৰ নাই।
স্বভাৱতে সুৰ ক্ষত্ৰিয় প্ৰচুৰ,
জিনিছে শ্ৰম সদাই॥
হেনয় ক্ষত্ৰিয় নৃপতিৰ জানা,
উত্তম বল বোলয়।
প্ৰভুৰ সম্মতে যত প্ৰজা মানে,
যেমনে যুদ্ধ কৰয়॥
বহু ধন দিয়া তেমত প্ৰকাৰে,
যুজাইবাক নপাৰয়।
হেন জানি ৰাজা প্ৰজা সকলক,
উৎসাহ দিবে লাগয়॥
সাৰ ভঙ্গ জন অসাৰ ভঙ্গকো,
বেকতে ভঙ্গ কৰাই।
প্ৰসন্ন নোহয় স্থান নাহি কয়,
দিবাৰ ভাগ হৰাই॥
কাল মাত্ৰ যাই প্ৰতিকাৰ নাই,
বৈৰাগ্য ইতো লক্ষণ।
আপুন প্ৰজাক পীড়ণ কৰিব,
শত্ৰু জিনিবাৰ মন॥
অতিশয় ৰূপে শত্ৰুক জিনিবে,
নথৈবে শেষ কিঞ্চিত।
সুখ সাধ্য হয় শত্ৰুৰ পীড়ণ,
উপায় ইতো নিশ্চিত॥
ৰাজাৰ পুত্ৰক ভেদ কৰাইবেক,
প্ৰলোভ তাকে দেখাই।
শত্ৰুৰ বলৰ আকৰ্ষণে ৰাজা,
ই পুনো বৰ উপাই॥

দূৰ দেশ যাই প্ৰজা দুখ পাই,
শত্ৰুৱে কৰে পীড়ণ।
পুত্ৰৰ ভেদত— পৰে মন্ত্ৰণাত,
নাই শত্ৰু আগমন॥
যুবৰাজ পুত্ৰ বৈৰৰ থাকয়,
লৈবেক তাক সহাই।
তাৰ হাতে সেই ৰাজাক মৰাই,
ৰাজ্যৰ লোভ দেখাই॥
যদি পুত্ৰ নাই মুক্ত মুক্তি ঠাই,
মধ্যত কোপ জনাইব।
যদি স্থিৰবুদ্ধি মন্ত্ৰীৰ সদাই,
তথাপি ভেদ কৰাইব॥
ভৃত্য পুত্ৰ বলে ভঙ্গক কৰাইব,
শত্ৰুক কৰিবে ঘাত।
জিনিলো বুলিয়া কৰাই বিশ্বাস,
মাৰিব তাক পাচত॥
মৃগয়াক যাই আসক্তি কৰাই,
শত্ৰুৰ বুজিব মন।
মৃগয়া সময়ে শত্ৰুক মাৰিব,
নকৰি বৈৰক ক্ষয়॥
গৰুক যেমনে বান্ধিয়া থৈবেক,
মৰিব খাইব নপাই।
বান্ধ নেমেলিব ক্ষমা নকৰিব,
শৰীৰ যাইবে শুখাই॥
পৰৰ দেশক আগ্ৰহি আনিয়া,
ৰঞ্জিবে আপুন প্ৰজা।
বস্ত্ৰ অলঙ্কাৰ সুগন্ধ চন্দনে,
ভূষিত কৰিবৰ ৰাজা॥

দান মান কৰি সৈন্যক সন্তোষি,
আপুনে হৈব ভূষণ।
সেহি সময়ত ৰাজায়ে বোলন্ত,
মন্ত্রীৰ শুনি বচন॥
এতেক উপায় কিসক লাগয়,
শুনিয়োক মন্ত্রীগণ।
আপুন উদয় পৰৰেসে গ্লানি,
তিনি দুই আচৰয়॥
তাক দূৰ কৰি কতো মন্ত্রীগণে,
বাক্য কৰে প্রচাৰণ।
হেন বাক্য শুনি সবে মন্ত্রীগণে,
হাসিয়া বোলে বচন॥
কোনো প্রাণীগণ উচ্ছৃঙ্খল সদা,
কোনো শাস্ত্র জ্ঞানী হয়।
তিমিৰ তেজৰ একে কালে কৈত,
দেখিয়া আছ নিচয়॥
দৈবজ্ঞ সকলে লগ্নকাল দিয়া,
ৰাজাক যাত্রা কৰাই।
ৰাজায়ো হিৰণ্য গৰ্ভৰ থানক,
তেখনে দূত পঠাই॥
হিৰণ্য গৰ্ভত কহিলেক দূতে,
শুনিয়ো ৰাজা সাম্প্রত।
চিত্রবৰ্ণ ৰাজা সসৈন্যে আসিয়া,
হুয়া আছে উপগত॥
মলয় পৰ্ব্বতে আসি ৰহি আছে,
সসৈন্যে সিতো জম্বাই।
দুৰ্গৰ শোধন অপেক্ষক ৰাজা,
কৰিতে তযু যুৱাই॥

গৃধ্র মহামন্ত্ৰী দূতৰ বাক্যত
লখিয়া বোলে বচন।
আমাসাৰ ইতো বিশ্বাস কথাক,
জানিল ইতো কেমন ॥
আমাসাৰ লোকে আৰ সঙ্গে যাই,
কৰি আছে নিৰূপণ।
চক্ৰবাকে বোলে আন নাহিকয়,
কাকে সে হৈব এমন ॥
ৰাজা বোলে ইতো কথা নসম্ভবে,
মেঘবৰ্ণ তেন নয়।
কথাক কহন্তে শুকক মাৰিব,
প্ৰবৰ্ত্তি পূৰ্ব্বে আছয় ॥
শুকৰ পাচতে যুদ্ধক উৎসাহ,
কৰিয়া তাৰা আছয়।
চিৰকাল যাওঁ আমাৰ থানত,
আছিল সিতো নিশ্চয় ॥
মন্ত্ৰী বোলে তভো আগন্তুক জন,
শঙ্কিব প্ৰভু লাগয়।
ৰাজা বোলে কতো আগন্তুক জন,
উপকাৰে প্ৰবৰ্ত্তয় ॥
হিত আচৰয় পৰো বন্ধু হয়,
বন্ধুয়ো পৰ অহিত।
দেহতে জন্ময় ব্যাধি হিত নয়,
অৰণ্যও সাধে হিত ॥
অপৰ বচন শুন মন্ত্ৰীগণ,
আগন্তুকো হোৱে হিত।
বীৰবৰ নামে শূদ্ৰ নৃপতিৰ,
আছিলেক এক ভৃত্য ॥

অল্পকাল মানে সেৱা কৰি সিতো,
সাধিল হিত ৰাজাৰ।
চক্ৰবাকে বোলে কেমন প্ৰকাৰ,
কহিয়ো কথা তাহাৰ॥
ৰাজা নিগদতি মন্ত্ৰীগণ প্ৰতি,
ই পুনো কথা প্ৰধান।
বীৰবৰ নামে নৃপতিৰ আছে,
সৰোবৰ ক্ৰীড়া স্থান॥
কৰ্পূৰ মঞ্জৰী নামে ৰাজহংস,
তাইত আসকতি ভৈলোঁ।
কৰ্পূৰ লোকৰ দুহিতাৰ সঙ্গে,
সেহি সৰোবৰে গৈলোঁ॥
বীৰবৰ নামে ৰাজাৰ কুমাৰ,
দেশান্ত হন্তে আইল।
ৰাজদ্বাৰে ৰহি দুৱাৰীৰ মুখে,
ৰাজাৰ আগে জনাইল॥
বৰ্ত্তনক আসে যাইবোঁ ৰাজ পাশে,
ৰাজাৰ মই নন্দন।
ৰাজ সেৱা কৰি ৰাজ পাশে ৰৈবোঁ,
কৰা ৰাজা দৰিশন॥
কুমাৰৰ বাক্যে দ্বাৰ পালে নিয়া,
ৰাজাত দিলে ভেণ্টাই।
সেহি সময়ত কুমাৰে বোলয়,
নৃপতিৰ লাগ পাই॥
আমাসাত দেৱ! আছে প্ৰয়োজন,
দিয়োক তেবে বৰ্ত্তন।
শূদ্ৰ ৰাজা বোলে কতেক বৰ্ত্তন,
কৰিয়োক নিৰূপণ॥

বোলে বীৰবৰ প্ৰত্যেক দিনৰ,
স্তুবৰ্ণৰ চাৰি শত।
মোহোৰ বৰ্ত্তন ভক্ষ ভোজ্যে লাগে,
কহিলো কৰি বেকত॥
ৰাজা বোলে কত সামগ্ৰী আছয়,
অত টকা তোত যাই।
বীৰবৰে বোলে তুই বাহু খড়্গ,
তিনি আছে মোৰ ঠাই॥
ৰাজা বোলে অত টকা দিবে লাগি,
মোৰ প্ৰয়োজন নাই।
হেন শুনি বীৰ— বৰো চলিলেক,
আপুন থানে তুনাই॥
মন্ত্ৰীগণে বোলে দিনা চাৰি মানে,
বৰ্ত্তন দিয়োক দেৱ।
ইহাৰ স্বৰূপ বুঝো আমি সবে,
কেন মতে কৰে সেৱ॥
কোন উপযুক্ত ইতো বৰ্ত্তনক,
কৰয় ইতো গ্ৰহণ।
মন্ত্ৰীৰ বচনে ৰাজায়ো তেমনে,
অনাইল তাঙ্ক তেখন॥
কৰ্পূৰ তাম্বূল দিলন্ত নৃপতি,
স্তুবৰ্ণৰো পাঞ্চ শত।
স্তুবৰ্ণকো পাই বীৰবৰে জানা
কৰিলেক যেন মত॥
দেৱ ব্ৰাহ্মণক অৰ্দ্ধভাগ দিলা,
অৰ্দ্ধভাগ দুঃখিতক।
ভাৰ্য্যা পুত্ৰ লাগি তাৰ অৰ্দ্ধভাগ,
ভাঙ্গিলা ধৰ্ম্মে বিত্তক॥

এহি মতে চিত্ত নিয়োজন কৰি,
সমাপিয়া নিত্যকৃত্য।
ভক্ষ ভোজ্য কৰি হাতে খড়গ ধৰি,
উপাসয় প্ৰীতিনিত ॥
যিকালত ৰাজা আপুনি পাঞ্চয়,
তেৱে গৃহ লাগি যাই।
নপাঞ্চিলে সিতো হাতে খড়গ ধৰি,
উপাসি থাকে সদাই ॥
শুনা সৰ্ব্বজন এৰা আন মন,
নীতিক তোৰা আচৰা।
আচৰিলে নীত বুদ্ধি হৱে স্থিত,
কৃষ্ণত ভকতি ধৰা ॥
ভাৰতবৰ্ষত কলিৰ যুগত,
নৰ তনু আছি পাই।
ভজনৰ যোগ্য নৰতনু বিনে,
আন জন্ম নাই নাই ॥
গুৰু ঈশ্বৰৰ চৰণে শৰণ,
কায় বাক্য মনে ধৰি।
তান আজ্ঞা মানি ভজা চক্ৰপাণি,
সুদৃঢ় বিশ্বাস কৰি ॥
তপ জপ হোম দান তীৰ্থ স্নান,
ইসবৰ যত ফল।
গুৰু ঈশ্বৰৰ সেৱাত সকলে,
মিলি আসি অধিবল ॥
শ্ৰৱণ কীৰ্ত্তন কৰা অনুক্ষণ,
যত সমাজিক জন।
সংসাৰ সাগৰ তৰিবাৰ হেতু,
ধৰিয়ো কৃষ্ণ চৰণ ॥

তোমাৰ কৃপাত হোৱে আসি জান,
আচৰণ মহা শুদ্ধ।
আচৰিলে পাই হৰিক সদাই,
ধেনুত যেমতে দুগ্ধ॥
পৰম কৃপালু হৰি বিনে জানা,
মোৰ গুৰু নাহি কেৱ।
তাহান চৰণে পশিয়া শৰণ,
অকপটে কৰা সেৱ॥
কলিৰ যুগত ভাৰত ভূমিত,
নৰতনু আছা পাই।
আপুন কৰ্ত্তব্য সাধিবাহা যেবে,
ফুৰা হৰি গুণ গাই॥
মই মহাপাপী নজানোহো একো,
গৰুতো অধম গৰু।
চৰণ সেৱাত কৃপাকৰি থৌউ,
তুমি পুনু কল্পতৰু॥
পৰম পতিত নজানো অধম,
নিয়োক প্ৰভু উদ্ধাৰি।
ইতো গ্ৰন্থ পদ কৰিতে নুৱাৰোঁ,
ৰাখিয়োক ভৃত্য কৰি॥
দেৱ ব্ৰাহ্মণক কিছোকো নজানো,
ভদ্ৰসেন আজ্ঞা কাম।
ৰামমিশ্ৰে ভণে সমজ্যাৰ জনে,
ডাকি বোলা ৰাম ৰাম॥

---

কৃষ্ণা চতুৰ্থীত শুনি কাৰুণ্য ক্ৰন্দন।
শূদ্ৰ ৰাজা বোলে ঐৰে আছা কোন জন॥
কুমাৰ বদতি মই আছোঁ বীৰবৰ।
ৰাজা বোলে কোনে কান্দে বুঝিয়ো সত্বৰ।

ৰাজাৰ আগত ৰাৰবৰ নিগদতি।
যেনে আজ্ঞা কৰা তেনে কৰিবোঁ সম্প্ৰতি॥
হাতে খড়গধৰি অন্ধকাৰ নিশা যাই।
চিন্তিবে লাগিলা ৰাজা তাহাঙ্ক পঠাই॥

উচিত নোহয় পাঞ্চিবাক এক জন।
অন্ধকাৰ নিশা ৰাজ কুমাৰ শোভন॥
ইহাৰ পাচতে আজি মই চলি যাইবোঁ।
ভাল মন্দ যিবা তাৰ নিদৰ্শন পাইবোঁ॥

তান পথ অনুসৰি খড়গ ধৰি যাই।
নগৰৰ বাজ ভৈলা তান পাছে যাই॥
বীৰবৰে দেখে দূৰে কান্দে নাৰী জন।
তৰুণ বয়সা নাৰী ৰূপত শোভন॥

প্ৰফুল্ল কমল যেন বদন মণ্ডল।
তাৰা যেন ঝাকি পাৰে ভূষণ সকল॥
শ্ৰীফল সদৃশ স্তন হৃদয়ৰ মাঝে।
মেঘ ফুটি চন্দ্ৰ দুই যেন ভৈল বাঝে॥

বীৰবৰে বুলিলেক তাঙ্ক লগ পাই।
কোন তুমি কেনে কান্দা থাকা কোন ঠাই॥
নাৰী বোলে এহি ৰাজ্যে শূদ্ৰ নৰেশ্বৰ।
তাৰে লক্ষ্মী তাৰে থান থাকো নিৰন্তৰ॥

তাৰ বাহুবলে কৰি আছে প্ৰতিপাল।
নাহি শ্ৰম সুখে বঞ্চোঁ তাৰে বাঞ্ছোঁ ভাল॥
আবে কৈক যাইবোঁ মই কৈত লৈবোঁ ঠাই।
আতে সে কান্দোহো আন প্ৰয়োজন নাই॥

যতেক আপদ তাৰ আছে প্ৰতিকাৰ।
আপদৰ হন্তে কৰো উপায়ে উদ্ধাৰ॥
এহি শুনি বীৰবৰে পুছিলা উপাই।
কেন মতে হবে পুনু ৰহিবাৰ ঠাই॥

লক্ষ্মী বোলে ঐৰে শুনিয়োক বীৰবৰ ।
উপায় আছয় এক আত ৰহিবাৰ ॥
শক্তিবৰ আছে যিতো তোমাৰ তনয় ।
বত্রিশ লক্ষণ তাৰ শৰীৰে আছয় ॥

সর্ব্বমঙ্গলাকে দিয়া তাকে বলি কৰি ।
তেবে শূদ্র নৃপতিৰ ৰহে বসুন্ধৰী ॥
অমঙ্গল গুচে ভৱানীৰ প্রসাদত ।
সর্ব্ব মঙ্গল সাধে সকলে কার্য্যত ॥

তেবে পুনর্ব্বাৰ মই ৰহিবোঁ ইহাত ।
এহি বুলি অন্তর্দ্ধান ভৈলেক তথাত ॥
তৈৰ হন্তে বীৰবৰ নগৰক যাই ।
নিজৰ ভার্য্যাক তেহে তুলিলা জোগাই ॥

নিদ্রা এৰি ভার্য্যা পুত্রে শয্যাত বসিল ।
বীৰবৰে লক্ষ্মী বাক্য সমস্তে কহিল ॥
লক্ষ্মী বাক্য শুনি আনন্দিত শক্তিবৰ ।
স্বামী ৰক্ষা যাইবে মোৰ ধন্য কলেবৰ ॥

দেবী ভোগ লাগিবেক মোৰ কলেবৰ ।
ৰাজ্য ৰক্ষা যাইব কার্য্য সিজিব নৃপৰ ॥
কৰিয়ো সত্বৰ বিলম্বক নুযুৱাই ।
পৰ অর্থে দেহ ত্যাগ শ্লাঘাতকে পাই ।

পৰ অর্থে ধন জীৱ পণ্ডিত তেজয় ।
নিশ্চিতত প্রাণ ত্যাগ সবে নৰে কয় ॥
কুৎসিত শৰীৰ ইতো অনিমতে যাই ।
কার্য্য অর্থে যাইবে আত নৰে শ্লাঘনই ॥

মাতৃ বোলে হেন যদি কৰণ নযাই ।
বৰ্ত্তন নিমিত্তে ধাৰ কমনে এৰাই ॥
এহিমতে আলোচিয়া চিন্তিয়া উপাই ।
সবে গুচি গৈল সর্ব্ব মঙ্গলাৰ ঠাই ॥

সর্ব্বমঙ্গলাক পূজি বোলে বীৰবৰ।
হুয়োক প্রসন্ন সাধা বিজয় নৃপৱৰ॥
শূদ্র যে নৃপতি মহা সেৱক তোমাৰ।
কৰিয়ো গ্রহণ দেবী তান উপহাৰ॥

এহি বুলি পুত্র শিৰ কৰিলা ছেদন।
দেবীৰ আগত দিলা কৰি নিবেদন॥
তাত পাছে বীৰবৰে কৰিয়া চিন্তন।
যত বিত্ত লৈলোঁ তাৰ ভৈলেক সুজন॥

নৃপতিৰ বিত্তৰ সুজিলোঁ সেই ধাৰ।
নিস্ফল জীৱন অপুত্রক মোৰ আৰ॥
এই বুলি মনে সিতো কৰি আলোচন।
আপুনাৰ শিৰ কাটি কৈলা নিবেদন॥

স্বামীৰ পুত্রৰ শোকে তান প্রিয়া জায়া।
দেবীত নিবেদি তেন্তে তেজিলেক কায়া॥
জীয়ন্তা মৰন্তা লোকে মোৰ কেনাজত।
বহুতৰ গৈয়া আছে ইপুন লোকত॥

ইহান সমান লোক নাহি নুপজিব।
এমন আশ্চর্য্য কর্ম্ম কোনো কৰিব॥
এমন ভৃত্যৰ আগ কেনে আছো চাই।
ভৃত্য এৰি ৰাজ্য মোৰ প্রয়োজন নাই॥

এহি চিন্তি শিৰচ্ছেদ কৰিবাক মনে।
খড়গ তুলি শূদ্র ৰাজা ধৰিলা তেখনে॥
সর্ব্বমঙ্গলা দেবী অনন্তৰে জানি।
দেখে শূদ্র ৰাজা মোৰ প্রাণ কৰে হানি॥

প্রত্যক্ষে আসিয়া দেবী ধৰিয়া হাতত।
বুলিলা বচন পাছে তাহান আগত॥
তোহোৰ নিমিত্তে পুত্র ভৈলোঁহোঁ প্রসন্ন।
এমন সাহস তোৰ ভৈল অকাৰণ॥

জীৱন পৰ্য্যন্তে তোৰ ৰাজ্য ভঙ্গ নাই।
সাষ্টাঙ্গে নমিলা ৰাজা তান দুই পাই॥
নৃপতি বদতি দেবী হুয়োক প্ৰসন্ন।
ৰাজ্য জীৱনত মোৰ কিবা প্ৰয়োজন॥

মোক অনুকম্পা যদি আছয় তোমাৰ।
আৰ অনুগামী যাইবোঁ কহিলোহো সাৰ॥
দেবী বোলে পুত্ৰ মোৰ বুজ অভিপ্ৰাই।
তোত পৰে ধৈৰ্য্যৱন্ত পৃথিবীত নাই॥

চলিয়োক ৰাজ্যে তোৰ মিলোক বিজয়।
পুত্ৰ দাৰা সমে ভৃত্য জীয়োক নিশ্চয়॥
সৰ্ব্বাঙ্গ সম্পূৰ্ণ হৌক তোমাৰ ভৃত্যৰ।
ৰাজাৰ প্ৰসাদে সব পাইল বীৰবৰ॥

নিদ্ৰাৰ জাগিয়া যেন উঠিলা সত্বৰ।
ভাৰ্য্যা পুত্ৰ সমে সিতো গৈল নিজ ঘৰ॥
অলক্ষিত ভাবে ৰাজা তৈৰ হন্তে যাই।
শুতিয়া ৰহিল ৰাজা মঞ্চত সোমাই॥

বীৰবৰ প্ৰভাতে ৰহিল দ্বাৰে যাই।
নৃপতি পুছিলা কিবা জানিলা সি ঠাই॥
বীৰবৰে বোলে নাৰী ক্ৰন্দন কৰিল।
দেখিলোঁহোঁ মাত্ৰ গৈই তথাতে হৰিল॥

আত পৰে জানা ৰাজা কিছু বাৰ্ত্তা নাই।
তান বাক্য শুনি ৰাজা চিন্তিলা উপাই॥
মহা সত্যৱন্ত এন্তে শ্লাঘনীয় হয়।
অপ্ৰিয় বচন যাতু কদাপি নকয়॥

প্ৰিয় বাক্য বোলে নহি কঠিন বচন।
বীৰ হুয়া আত্মশ্লাঘা নকৰে কথন॥
সৎপাত্ৰে দান দেই বৃষ্টি ধাৰা প্ৰাই।
সদায় প্ৰশান্ত ভাৱ নিষ্ঠৰতা নাই॥

আহান্তে আছয় মোৰা পুৰুষ লক্ষণ।
কদাচিতো যাৰ সম নোহে আন জন॥
এহি চিন্তি নিশাক বঞ্চিলা নৰ ৰাই।
শিষ্ট সভা পাতিলেক প্ৰভাতেকে চাই॥

সভাত বসিয়া কৈলা তাহান প্ৰস্তুত।
কোন বা প্ৰসাদ দিবো ইহাৰ উচিত॥

---

# দ্বিজ বিশ্বেশ্বৰ।



## সত্য নাৰায়ণৰ—পাঞ্চালী।

উল্কামুখ নামে এক নৃপতি আছিলা।
নদী তীৰে মহাযত্নে সত্যক পূজিলা॥
আপুনাৰ নিজ সৈন্য সংহতি কৰিয়া।
কৰন্ত সত্যৰ সেৱা পাঞ্চালী পঢ়িয়া॥

তাতে এক সদাগৰ নৌকা বাহি যান্ত।
মনুষ্যৰ শব্দ শুনি নৌকা ৰাখিলন্ত॥
জিজ্ঞাসিলা সদাগৰে প্ৰতি জনে জনে।
কি কাৰ্য্য কৰাহা তোৰা কাহাক সেৱন॥

সবে বোলে সেৱা কৰে সত্য নাৰায়ণ।
বল্ত আৰম্ভেসে সবে নৃপতি নন্দন॥
পুনৰপি সদাগৰে পুছে বাৰে বাৰ।
ইহাক সেৱিলে হৈব কোন উপকাৰ॥

অপুত্ৰৰ পুত্ৰ হোৱে নিধনীয়াৰ ধন।
অন্ধ জনে চক্ষু পাৱে বন্ধ বিমোচন॥
কামনা কৰিয়া যদি কৰয় সেৱন।
যেই বৰ মাগে তাকে দেই নাৰায়ণ॥

পুনৰপি সদাগৰে বুলিলা বচন।
আমাৰ কামনা এক শুনা সৰ্ব্বজন॥
পুত্ৰ কন্যা মোৰ ঘৰে কিছু যে নভৈলা!
অপুত্ৰ কৰিয়া মোক বিধাতা সৃজিলা॥

এতেকে তোমাৰ স্থানে কৰিলো বিনয়।
কিবা পুত্ৰ কিবা কন্যা মোৰ গৃহে হয়॥
তেবেসে জানিবো দৃঢ় সত্য নাৰায়ণ।
সুবৰ্ণ পতাকা দিয়া কৰিবোঁ সেৱন॥

লোকে বোলে শুনা সাধু আমাৰ বচন।
কৰ নাৰায়ণ সেবা হৈবেক কুমাৰ॥
দম্ভ সদাগৰে বোলে কামনা কৰিয়া।
স্বদেশে চলিলা সাধু নৌকাত চৰিয়া॥

সত্বৰে পশিলা গৈয়া আপোন নগৰে।
প্ৰযত্নে পূজিয়া তাৰ লৈয়া গেল ঘৰে॥
আনন্দিত সদাগৰ চতুৰ্দ্দোলে চৰি।
পুৰে প্ৰবেশিলা চতুৰঙ্গ দলে বেঢ়ি॥

এহি মতে নানা দিন আছে লক্ষপতি।
গৰ্ভৰ লক্ষণ পাছে হৈলা লীলাৱতী॥
কতো দিনে সাধু ঘৰে এক কন্যা হৈলা।
নানা বাদ্য ভাণ্ড আনি মঙ্গল কৰিলা॥

শিশুকাল গৈল তাৰ বাঢ়িল যৌবন।
চিন্তিতে লাগিলা সাধু বিবাহ কাৰণ॥
কাঞ্চন নগৰ এক পুৰি অনুপাম।
বণিজ কুলত জাত শঙ্খপতি নাম॥

মদন মোহন ৰূপ আতি মনোহৰ।
বৰিয়া আনিল লক্ষপতি সদাগৰ॥
বহুত আৰম্ভে বিহা কৈলা শঙ্খপতি।
যেমত সুন্দৰী কন্যা অপৰূপৱতী॥

সত্য সেৱা নকৰিয়া কন্যা বিহা দিলা।
জামাতাক সঙ্গে কৰি বাণিজ্যে চলিলা॥
সমুখে দেখিলা এক ৰাজাৰ নগৰ।
সেই ৰাজ্যে নৌকা লগাইলেক সদাগৰ॥

সেহি স্থানে বাসাবাৰি কৰিলা নিৰ্ম্মাণ ।
বিকিতে কিনিতে তবে পাতিলা দোকান
চোৰ পঠাই দিলা ৰাজা অন্তৰস পুৰে ।
ৰাজাৰ যতেক ধন চুৰি কৈলা চোৰে ॥

ৰাজা ঘৰ চোৰ কটোৱাল কাম্পে ডৰে ।
সাড়া কাড়া দিয়া ফুৰে বাজাৰে বাজাৰে ॥
বিচাৰি চাহিলা তাৰা চোৰক নাপায়া ।
কান্দিতে লাগিলা তাৰা আত্মঘাত হুয়া ।

এইৰূপে দুঃখ ভয়ে কৰয় ক্ৰন্দন ।
অন্তৰীক্ষে সান্তনা বুলিলা নাৰায়ণ ॥
আকাশী বচন শুনি চতুৰ্দ্দিশে চাইলা ।
বচন শুনিলা মাত্ৰ কিছো নেদেখিলা ॥

শুনা শুনা বোলে পাছে সত্যনাৰায়ণে ।
এই বেটা চুৰি কৰি বসিছে দোকানে ॥
আকাশী বচন শুনি চমকিত হুয়া ।
সাধুৰ নিকটে গৈলা শীঘ্ৰগতি ধায়া ॥

শ্বশুৰ জামাতা দুই একত্ৰে বান্ধিয়া ।
ৰাজাৰ নিকটে চোৰ ভেণ্টাইলন্ত নিয়া ॥
লুটিয়া নিলেক ধন চোৰৰ নৌকাৰ ।
প্ৰকুপিত হুয়া বোলে ৰাই ৰাজেশ্বৰ ॥
বন্দীশালে ৰাখা নিয়া দ্বাদশ বৎসৰ ॥

দাৰু কটোৱালগণ ৰাজ আজ্ঞা পাই ।
পোতাশালে বন্দী কৈলা শ্বশুৰ জোৱাঁই ॥
এহি মতে বন্দী সাধু দ্বাদশ বৎসৰ ।
লোকে বুঝিবাৰে কহে দ্বিজ বিশ্বেশ্বৰ ॥

সাধুৰ যতেক কথা ৰৌক এহি মানে ।
গৃহৰ যতেক কথা শুনা সাৱধানে ॥
সাধু ধন দিয়া গৈলা বাণিজ কৰিতে ।
খৰচ ভৈলেক সবে পন্থ নিৰিক্ষতে ॥

থাল ঝাড়ী লোতা গাৰু যতেক আছিলা।
সাধুৰ বিলম্ব দেখি সবে বেচি খাইলা॥
পৰিধান বস্ত্ৰ আৰো অঙ্গ আভৰণ।
সকলে বেচিলা তাৰা কৰিলা ভক্ষণ॥

জিজ্ঞাসিলা থানে থানে প্ৰতি জনে জন।
কোনো নকহিলা সাধু আহিব এখন॥
দাসী কৰ্ম্ম কৰি তাৰা যে পায় মুজুৰী।
তাকে লৈয়া দিন খাটে নানা দুঃখ কৰি॥

উদ্দেশ নাপায়া তাৰা কান্দিয়া বিকলে।
কোৰটেৰ ধন নাই গৃহেৰ সমলে॥
আৰ দিন প্ৰভাততে সাধুৰ কুমাৰী।
নিজ ব্যৱহাৰে গৈলা ব্ৰাহ্মণৰ বাৰী॥

দেখে বিপ্ৰ বসি আছে সত্যৰ সেৱনে।
কৰযোৰে প্ৰণামিলা ব্ৰাহ্মণৰ স্থানে॥
প্ৰসাদ লভিয়া পাছে শিৰত বন্দিলা।
কহিতে লাগিলা কথা কান্দিয়া কান্দিয়া॥

বাপ আৰ স্বামী মোৰ আসয় ষাবত।
এহি মতে সেৱা আমি কৰিবোঁ তাৱত॥
কাতৰ দেখিয়া তেৱে বুলিলা ব্ৰাহ্মণ।
মন চিত্তে পূজা তুমি সত্যনাৰায়ণ॥

যদি কৃপাযুক্ত প্ৰভু হৱই তোমাৰ।
বাপ আৰ স্বামী তোৰ আসিবেক ঘৰ॥
এবে উপদেশ তেৱে কৰিলা ব্ৰাহ্মণ।
দণ্ডৱত কৰি গৈলা আপোন ভবন॥

দেখিয়া জননী ক্ৰোধে বুলিলা সত্বৰে।
এত ৰাত্ৰি আছিলা তুমি কাহাৰ মন্দিৰে॥
কিহেতু বিলম্ব তুমি কৰি কোন খেলা।
কোন ৰস পায়া তুমি এত ব্যাজ কৈলা॥

কলাৱতী বোলে শুনা আমাৰ উত্তৰ।
কি কাৰণে ব্যাজ হৈল অবধান কৰ॥
এক অদভুত আমি দেখিলোঁ নয়নে।
সত্যনাৰায়ণ সেবে ব্ৰাহ্মণ সজ্জনে॥

কলিযুগে সত্যনাৰায়ণ অৱতাৰ।
যেই যে কামনা কৰে সিদ্ধি হৰে তাৰ॥
মইতো কামনা কৈলো সিহেতু উপায়।
পিতা আৰ স্বামী মোৰ আসোক নিশ্চয়॥

যাৱতে শৰীৰে মোৰ থাকয় জীৱন।
তাৱতে কৰিবো সেৱা সত্য নাৰায়ণ॥
এহি কথা লীলৱতী শুনিলা শ্ৰৱণে।
কৰিতে সত্যৰ সেৱা ৰঙ্গ ভৈলা মনে॥

মায়ে ঝীয়ে দুইজনা ভিক্ষায়ে চলিলা।
সত্য নাৰায়ণ প্ৰভু আনন্দিত ভৈলা॥
পাইলেক যত দ্ৰব্য কি কহিবো তাৰ।
বেলা অৱসানে তাৰা আইলা নিজ ঘৰ॥

সেৱাৰ ব্যৱস্থা কৈলা যি হয় উচিত।
ইষ্ট মিত্ৰ বন্ধুবৰ্গ কুল পুৰোহিত॥
কৰিলা সেৱন তাৰ কৰিয়া ব্যৱস্থা।
লীলাৱতী কলাৱতী ৰাজাৰ দুহিতা॥

প্ৰসাদ বাণ্টিয়া দিলা প্ৰতি জনে জনে।
দণ্ডৱত কৰি গৈলা আপুনাৰ স্থানে॥
এহি ৰূপে সেৱা তাৰা কৰে দিনে দিনে।
ভকত বৎসল প্ৰভু দয়া ভৈলা মনে॥

কেদাৰ মাণিক্য পুৰে ৰাজা সত্যবান।
স্বপ্নত কহিলা গৈয়া ৰাজা বিদ্যমান॥
ৰাত্ৰি নিশা ভাগে ৰাজা শুতিয়া আছন্ত।
ব্ৰাহ্মণৰ বেশে প্ৰভু স্বপ্ন দেখাইলন্ত॥

উঠা উঠা সত্যবান কত নিদ্রা যাস।
আমি সত্যনাৰায়ণ চক্ষু মেলি চাস ॥
লক্ষপতি শঙ্খপতি দুই সদাগৰ।
বন্দী কৰি ৰাখিয়াছ দ্বাদশ বৎসৰ ॥

ৰাজ্য ৰক্ষা প্ৰাণ ৰক্ষা চাহ নৃপবৰ।
শীঘ্ৰ কৰি চাৰি দিয়ো আমালৰফৰ ॥
স্বপ্ন দেখি প্ৰভাততে উঠি নৃপমণি।
চাৰক সম্মুখি ৰাজা বুলিলন্ত বাণী ॥

শুনা ভায়া কটোৱাল আমাৰ বচন।
বন্দীশাল হন্তে আন চৌৰ দুই জন ॥
এহি শুনি কটোৱাল সত্বৰে চলিলা।
সাধু বিস্থমানে আসি সকলে কহিলা ॥

কথা শুনি আনন্দিত সাধুৰ নন্দন।
ৰাজাৰ নিকটে গৈলা ত্বৰিত গমন ॥
শঙ্খপতি বোলে তুমি শুনা লক্ষপতি।
আজি সুপ্ৰভাতে গৈলা সকলে দুৰ্গতি ॥

ৰাজা বোলে সদাগৰ শুনহ বচন।
আজিয়ে কৰাইবোঁ তোৰ বন্ধ বিমোচন ॥
পুনৰপি পুছে ৰাজা কৈয়া তত্ব সাৰ।
কোন দেশে বাসা বাৰী কি নাম তোমাৰ ॥

সাধু বোলে ৰত্নপুৰে আমাৰ বসতি।
বণিজ কুলত জন্ম নাম লক্ষপতি ॥
বাণিজ্য কৰিতে আইলোঁ নগৰে তোমাৰ।
শঙ্খপতি নামে এহি জামাতা আমাৰ ॥

চোৰ বুলি কাৰাঘৰে ৰাখিলে আমাৰ।
নকৈলা বিচাৰ তুমি দ্বাদশ বৎসৰ ॥
সাধুৰ বচনে লজ্জা পাইলা নৰপতি।
নাপিত আনিয়া ক্ষৌৰ কৰাইলা সম্প্ৰতি ॥

তৈলকুৰ গাৰে ঘসি স্নানক কৰাইলা।
বসন ভূষণ দিয়া সাধুক তুষিলা॥
বহুবিধ অন্ন পানে হৰষিত মন।
ৰাজা বিদ্যমানে কহে সাধু দুই জন॥

আজ্ঞা লৈয়া দেশে তেৰে কৰিলা গমন।
চলি যাই চিৰকাল বন্ধু দৰিশন॥
ৰাজা বোলে শুনা আজ্ঞা ভাণ্ডাৰী মদন।
নৌকা ভৰি দেশে নিয়া যত লাগে ধন॥

পূৰ্ব্বৰ যতেক ধন আনিছা লুটিয়া।
শীঘ্ৰ কৰি দেশে নিলা নৌকাত ভৰিয়া॥
এহি আজ্ঞা শুনি ধন তুলিলা নৌকাত।
বিদায় কৰিতে গৈলা ৰাজাৰ আগত॥

ৰাজাক প্ৰণাম কৈলা ভূমিত পৰিয়া।
শান্তনা কৰিলা ৰাজা কৰযোৰ হুয়া॥
গলা ধৰি সত্যবান বুলিলা তাহাক।
নাজানিয়া দুঃখ দিলো ক্ষমিবা আমাক॥

সাধু বোলে ৰাজা তুমি ৰাজৰাজেশ্বৰ।
তোমাক কি দোষ দিবোঁ কৰ্ম্ম দোষ মোৰ॥
আলিঙ্গন আহ্লাদ লভিলা লক্ষপতি।
নিজ দেশে চলিলা সঙ্গত শঙ্খপতি॥

দ্বিজ বিশ্বেশ্বৰে বোলে শুনা সৰ্ব্বনৰ।
এহিৰূপে প্ৰভু দেখা দেন্ত সেবকৰ॥
নৌকা বাহ বাহ কৰি বোলে সদাগৰ।
নৌকাক চলাইলা শীঘ্ৰে দেশে যাইবাৰ॥

মধ্যাহ্নত স্নাক কৰি কিছু মাত্ৰ খাই।
নৌকা চলাই যাই ৰাত্ৰি দিনে ভেদ নাই॥
নক্ষত্ৰ সঞ্চাৰে যেন নৌকাৰ চলন।
দেখিয়া কুপিত ভৈলা সত্যনাৰায়ন।

শীঘ্র গতি নদী তীৰে কৰিলা গমন।
সন্যাসীৰ বেশে প্রভু দিলা দৰিশন॥
কি ভৰা ভৰিয়া নেহ কহিয়ো সত্বৰ।
ত্রিদশ ঈশ্বৰ প্রভু জিজ্ঞাসে সাধুৰ॥

সত্যৰ কপটে তাৰ বুদ্ধি নাশ ভৈলা।
লতা পাতা ভৰি আছে ডাকিয়া কহিলা॥
যি বুলিলা সেই হৌক বোলে নাৰায়ণ।
লতা পাতা ভৈলেক নৌকাৰ যত ধন॥

কতো দূৰ সদাগৰে নৌকা লৈয়া গৈলা।
ভৰা নাই নৌকা তাৰে ভাসিয়া উঠিলা॥
বজ্র ঘাত পৰিলা তাহাৰ যেন মুণ্ডে।
স্তব্ধ ভৈলা সদাগৰ বাক্য নাহি তুণ্ডে॥

নৌকা লৈয়া সদাগৰ সমুদ্ৰৰ কোলে।
ডাৰি মাঝি পাইক সবে কান্দে উচ্চৰোলে॥
হাহাকাৰ শব্দ কৰি সুমৰে গোসাই।
গলা গলি কৰি কান্দে শ্বশুৰ জামাই॥

বজ্রঘাত শবদে নসয় বচন।
পৰিলা ভূমিত সাধু ভৈলা অচেতন॥
কান্দিয়া কান্দিয়া থিৰ ভৈলা সদাগৰ।
শঙ্খপতি বোলে পাছে যুৰি দুই কৰ॥

আমি নিবেদন কৰো শুনা মহামতি।
আমাৰ বচন যদি কৰহ সম্প্রতি॥
এহি যে সন্যাসী বসি আছে নদী তীৰে।
শীঘ্র গতি চলি যাৱা তাহাৰ গোচৰে॥

জোৱাঁইৰ বচনে সাধু সত্বৰে চলিলা।
সন্যাসীৰ কাছে গৈয়া দণ্ডৱত হৈলা॥
কোন দেৱ হৱা গোসাই কোন অৱতাৰ।
কোন দোষে সৰ্ব্বনাশ কৰিলা আমাৰ॥

চৰণে ধৰিয়া বোলে বণিক নন্দন।
কৃপা কৰা প্ৰভু মই লৈলোহো শৰণ॥
সত্য নাৰায়ণে বোলে শুনা লক্ষপতি।
কি কাৰণে কৰা তুমি এতেক প্ৰণতি॥

আমি কি কৰিতে পাৰো বোলাহা বচন।
পূৰ্ব্বৰ কথাক তুমি কৰিবা স্মৰণ॥
উল্কামুখ নামে ৰাজা মায়া নদী তীৰে।
তাহাৰ সমীপে নৌকা ৰাখিলা সত্বৰে॥

পুছিলা কৰাহা তোৰা কাহাৰ সেৱন।
তাহাতে কামনা কৰি গৈলা নিজ স্থান॥
পুত্ৰ কন্যা মোৰ যদি কিছু মাত্ৰ হয়।
সুবৰ্ণ পতাকা দিয়া সেৱিবো নিশ্চয়॥

বৰ দিলোঁ কন্যা ভৈলা বিহা দিলা তাৰে।
এতবৰ দুঃখ ভৈলা আমাৰ অন্তৰে॥
বন্দীশালে দুঃখ দিলোঁ দ্বাদশ বৎসৰ।
তেৱে লীলাৱতী সেৱে মোক নিৰন্তৰ॥

প্ৰসন্নতা হুয়া পাছে আমি দিলোঁ বৰ।
বৰ মাগে লীলাৱতী যুৰি দুই কৰ॥
কন্যা বোলে সাধু সঙ্গে জামাতা আসোক।
সি কাৰণে সপ্ন মই দেখাইলোঁ ৰাজাক॥

প্ৰবন্ধে ছোৰাইলো মই কহিলোঁ তোমাৰে।
পূৰ্ব্ব কথা স্মৰণ কৰাইলোঁ নিৰন্তৰে॥
নৌকা লৈয়া দেশে যাস পৰম হৰিষে।
কৌতুক দেখিতে আইলো সন্যসীৰ বেশে॥

জিজ্ঞাসিলোঁ কিবা বস্তু আছে সদাগৰ।
তুমি বোলা লতা পাতা নৌকাৰ উপৰ॥
কপটে হৰিলোঁ ধন দিলেঁ লতা পাতা।
শুনিয়ো কহিলোঁ মই পূৰ্ব্বাপৰ কথা॥

এতেক কহিলা যদি সত্যনাৰায়ণ।
পূৰ্ব্বৰ বৃত্তান্ত সাধু কৰিলা স্মৰণ ॥
গলত বসন বান্ধি বোলে সদাগৰ।
লক্ষ মুদ্ৰা বন্ধা থৈলোঁ তোমাৰ গোচৰ ॥

গৃহে যাই প্ৰথমতে কৰিবো সেৱন।
হেন কালে চৰে আসি কহিলা কথন ॥
ঘাটে আইলা সদাগৰ ধন মাল লৈয়া।
সত্বৰে জনাইলা পাছে অন্তঃপুৰে গৈয়া ॥

স্বামী আসিলা বুলি ৰঙ্গ ভৈলা মনে।
কলাৱতী প্ৰসাদক থৈলা থানে থানে ॥
ত্বৰিত গমনে কৈলা অগৰু মাৰ্জ্জন।
স্বামীক দেখিতে গৈলা খঞ্জন গমন ॥

সুত ধ্বনী সাধুৰ ৰমণী লীলাৱতী।
প্ৰসাদ নাখাই গৈলা যথা নিজ পতি ॥
তাতে সত্যনাৰায়ণে কিছু পাইলা চল।
শঙ্খপতি সাধুৰ নৌকা ঘাটে গৈলা তল ॥

ডাহিন বামতে তবে চাহে সদাগৰ।
জামাতা নেদেখি সাধু ভৈলা শোকাতুৰ ॥
জামাতা জামাতা বুলি ডাকে ঘনে ঘনে।
ভূমিত পৰিয়া সাধু ভৈলা অচেতনে।

বিপদে পৰিলোঁ বুলি কহে বিশ্বেশ্বৰ।
লেচাৰি কৰিলা এক পদ মনোহৰ ॥

---

কান্দে সাধু কৰিয়া বিষাদ।
নানা ৰত্নে ভৰা ভৰি অবিলম্বে আইলোঁ পুৰি,
তাতে হেন মিলিল প্ৰমাদ ॥

কলাৱতী কোলে কৰি পৃথিবীত গড়া গড়ি,
কান্দে সাধু সকৰুণ মনে।
কন্যা মোৰ শিশু মতি স্বামী বিনে নাহি গতি,
কোন হেতু অকাল মৰণে॥
কলাৱতী বোলে বাপ শৰীৰ নসহে তাপ,
প্ৰাণ পুৰে প্ৰভু নাদেখিয়া।
সেৱিলাম নাৰায়ণ সবে ভৈলা অকাৰণ,
মৰিবোঁ সাগৰে ঝাপ দিয়া॥
মাৱে জীয়ে গলাগলি কান্দে সাধু লক্ষপতি
কোন হেতু কৈলা নাৰায়ণ।
কহে দ্বিজ বিশ্বেশ্বৰ জীৱে তোৰ প্ৰাণেশ্বৰ,
দয়া কৰে যদি নাৰায়ণ॥

---

# দীন দ্বিজবৰ।

## পাঞ্চালী।

### মাধৱ-সুলোচনা।

ধুৰা—জয় হৰি বোলা মুখে, জয় ৰাম বোলা সুখে।
তৰিয়া সংসাৰ সিন্ধু যাওঁ মহা সুখে॥

মাধৱে শুনিলা চন্দ্ৰকলাৰ বচন।
বুলিবে লাগিলা পাছে থিৰ কৰি মন॥
কেন মতে সুলোচনা দৰশন পাইবোঁ।
সাগৰৰ পাৰ হুই কেন মতে যাইবোঁ॥

কোন চিন ধৰি কন্যা চিনিবোহোঁ যাই।
কহিয়ো সুন্দৰী মোত ইসব উপাই॥
চন্দ্ৰকলা বোলে শুনা কথা যুবৰাজ।
উপায় কৰিলে তযু সিজিবেক কাজ॥

বাম অঙ্গে আছে কৃষ্ণতিল এক গোট।
সুবৰ্ণ পৰ্ব্বতে যেন অঞ্জনৰ ফোট॥
সেহি চিনে চিনিবাহা কন্যা সুলোচনা।
অতি ৰূপৱতী সৰ্ব্ব গাত্ৰ সুলক্ষণা॥

আছয় গন্ধনী নামে তাহান মালিনী।
তাইৰ অনুগ্ৰহে তুমি কন্যা পাৱা চিনি॥
আছে এক ঘোড়া উচ্চৈঃশ্ৰবা হন্তে জাত।
ভদ্ৰশ্ৰৱা নামে ঘোড়া তোমাৰ শালত॥

সেহি ঘোড়া চৰি হৈবা সাগৰৰ পাৰ।
কথা শুনি আনন্দ মিলিল মাধৱৰ॥
সৈন্য সব লৈয়া নিজ নগৰে আসিলা।
স্নান কৰি চন্দ্ৰকলা গৃহক চলিলা॥

ঘৰে আসি মাধৱৰ বিয়াকুল মন।
আপোনাৰ ঘোড়া শালে কৰিলা গমন॥
সুলোচনা মাধৱৰ এহি ইতিহাস।
পদবন্ধে দ্বিজবৰে কৰিলা প্ৰকাশ॥

ধুৱা—সদায়ে বদন বোলা হৰি কৃষ্ণ নাম।
লভিবা সুফল মনকাম॥

কৰযোৰে মাধৱে বোলন্ত ঘোটকক।
কোনে নিবা পাৰা মোক সাগৰ পাৰক॥
শুনিয়া ঘোটক সব অন্যো অন্যে চাই।
কেৱে কিছু নুবুলিলা ৰৈলা ঘাস খাই॥

সুলক্ষণ এক ঘোড়া কুৎসিত শৰীৰ।
মাধৱক বচন বুলিলা ধীৰে ধীৰ॥
তোমাক নিবাক পাৰোঁ সাগৰৰ পাৰ।
শুনা যুবৰাজ কহো দুখ আপোনাৰ॥

স্বপ্নত নেদেখোঁ কেন মত ধান মাস।
দিনে ৰাত্রি পাওঁ এক মুঠি ছেৰা ঘাস॥
জোৰা দিয়া জৰী সব আমাৰ গাৱত।
যত দুঃখ পাওঁ মই তোমাৰ শালত॥

নহয়ে ভ্ৰমণ জানা প্ৰতিপাল বিনি।
ঘৃত তৈল কাষ্ঠ বিনে নজ্বলে অগনি॥
নানা অলঙ্কাৰ পিন্ধে আনো ঘোড়া চয়।
কাঠিৰ কুকুৰ কিবা সিংহ সম হয়॥

একক্ষণে পৃথিবীক পাৰোহো ভ্ৰমিতে।
শুনিয়া মাধৱে পাছে লাগিলা বুলিতে॥
মোৰ পিতা কৰিলে যতেক তযু দোষ।
ক্ষমিয়ো সকলে তাপ এৰ অসন্তোষ॥

যদি লোকে তাপ দেই উত্তম জনত।
নথাকন্ত চিৰকাল সাধুৰ হৃদিত॥
অগনি তাপত যদি তপ্ত হয়ে জল।
অগনি বিয়োগে শীঘ্রে হৱয় শীতল॥

যদি কৃশ দেহা তভো আছে গুণগণ।
দীপৰ অগনি যেন দহে মহাবন॥
এহি বুলি ঘোটকক নমি যুৱৰাজ।
আপুনি ঘোটক নিয়া কৰিলন্ত সাজ॥

শুভক্ষণে ঘোটকত চৰিলা কুমাৰ।
প্ৰচেষ্ট দাসক লৈল ঘোড়াব উপৰ॥
মহাবেগে পাইলা সাগৰৰ পাছে পাৰ।
বিচাৰি পাইলন্ত পাছে মালিনীৰ ঘৰ॥

মালিনীক বোলয় ওৰে শুনিয়োক আই।
এক নিশা অতিথিক মোক দিয়া ঠাই॥
মালিনী সাদৰে নিলা আপোনাৰ ঘৰ।
মাধৱে বঞ্চিলা নিশা কয় দ্বিজবৰ॥

ধুৱা—ভাই ৰাম বোলা নৰে, বদন ভৰিয়া ভাই,
ৰাম বোলা নৰে॥

প্ৰভাত কালত উঠিলন্ত মহাভাগ।
সাবশেষ কথা কৈলা মালিনীৰ আগ॥
মালিনী কহিলা আজি অধিবাস হৈব।
কালি কন্যা বিহা কৰি বিদ্যাধৰে নিব॥

শুনিয়া মাধৱ বৰ মিলিলাহা ত্ৰাস।
হাঁ আই কি কৰিলোঁ ভৈলোঁ সৰ্ব্বনাশ॥
যাক লাগি বন্ধু বৰ্গ ছাৰিলোঁ সকল।
যত যত্ন কৈলোঁ ভৈলা সকল বিফল॥

তথাপি শ্ৰমত সিদ্ধি কহে সৰ্ব্বলোক।
শ্ৰমত নিসিজে যদি এড়ি দিবোঁ শোক ॥
এহি বুলি কুসুমৰ মালাকে গাঠিলা।
পুষ্পৰ পত্ৰত সৰ্ব্ব কাৰ্য্যক লেখিলা ॥

বিক্ৰম ৰাজাৰ পুত্ৰ যশোদা মাধৱ।
চন্দ্ৰকলা কৈলা মোত তযু গুণ সৱ ॥
শুনি তযু ৰূপ গুণ ভৈলোঁ বিমোহিত।
সাগৰ তৰিয়া আইলোঁ ঘেটকে সহিত ॥

ভজিয়ো কামিনী মোক পশিলোঁ শৰণ।
মইসে জানিছোঁ তযু ৰূপ গুণ গণ ॥
কমলাৰ যত গুণ ভ্ৰমৰে জানয়।
নজানয় তাক জানা ভেক সমস্তয় ॥

আঙ্গুঠি সহিতে পাছে সেহি মালাখান।
মালিনীৰ হাতে দিলা মাধৱ সুজান ॥
মালিনী বিস্ময় কৰি সেহি মালা নিলা।
কন্যাৰ আগত দিয়া ভয়ে অন্তৰিলা।

পুষ্পৰ পত্ৰত কন্যা দেখিলা অক্ষৰ।
পঢ়ি মালিনীত কথা পুছে নিৰন্তৰ ॥
মালিনী কহিলা মাধৱৰ ৰূপ গুণ।
দ্বিজবৰে ৰচিলা পাঞ্চালী সবে শুন ॥

ধুৱা—ভবতৰণ হেতু শ্ৰীৰাম নাম,
সকল নিগমে এহি সাৰ ॥

শুনিয়া বিস্ময় ভৈলা কন্যা সুলোচনা।
পত্ৰৰ পিঠিত পূৰ্ণ লেখি বিচক্ষণা ॥
যুবৰাজ! তোমাৰ লিখন মই পাইলোঁ।
তযু ৰূপ গুণ শুনি মনেৰে ভজিলোঁ ॥

কিন্তু মোৰ আজি হৈব শুভ অধিবাস।
বিবাহ মিলিব কালি কাৰ্য্য ভৈলা নাশ ॥
ত্রিবিক্রম নৃপতিৰ পুত্র বিদ্যাধৰ।
তাতে মোক পিতৃ দিয়া চাই আছে বৰ ॥

বিবাহ সভাত মই বৰৰ আগত।
প্রদক্ষিণ কৰিয়া ডাঙ্গিবো বামহাত ॥
যিজনে উৰ্দ্ধক নিবে মোৰ হাতে ধৰি।
সিজনে মোহোৰ পতি কৈলোঁ নিষ্ঠকৰি ॥

ইসব কথাক কন্যা লেখিলা মালাত।
বিনয় কৰিয়া দিলা মালিনীৰ হাত ॥
মালিনীও লেখা দিলা মাধৱৰ হাত।
কুমাৰে পঢ়িলা পত্র কৰিয়া সাক্ষাত ॥

পত্র ছায়া মাধৱৰ উল্লাসিত মন।
পূৰ্ণ পত্র লেখি দিলা এহি বিচক্ষন ॥
তোমাৰ সম্মত প্রিয়া মোহৰ সম্মত।
তোমাক ডাঙ্গিয়া নিবো থাকি আকাশত ॥

তোমাক লাগিয়া মই তৰিলোঁ সাগৰ।
ছাৰিলোঁহোঁ নিজ দেশ জ্ঞাতি নিৰন্তৰ ॥
মালিনীয়ে পূৰ্ণ পত্র দিলা কন্যা আগে।
পত্র চায়া কন্যা কথা কহে অনুৰাগে ॥

শুনিয়ো মালিনী মোৰ মনৰ হাত্রাস।
নদেখি ভজিলোঁ বৰ কৰি অজিজ্ঞাস ॥
কেমন সুন্দৰ বৰ দেখিবোঁ নয়নে।
ভজে তেবে স্বামী যদি ভাল দেখে মনে ॥

মালিনী বোলয় আই আসা মোৰ ঘৰ।
স্নান কৰিবাৰ ছলে চলা সৰোবৰ ॥
শুনি সুলোচনা মালিনীৰ হাতে ধৰি।
মালিনীৰ ঘৰে পশিলন্ত শীঘ্রকৰি ॥

দেখিলা মাধৱ বীৰ শুতিয়া আছয়।
ৰূপ দেখি সুলোচনা লভিলা বিস্ময়॥
নিৰখিতে বাঢ়ি যাই নয়ন তৃপিতি।
মনত কৰিলা থিৰ এহি মোৰ পতি॥

মালিনী বোলয় বীৰ শুতিয়া আছয়।
নিদ্রাত পুৰুষ জানা মৃত্যুক আহ্বানয়॥
নিদ্রাৰ তুলিয়া মই দেখাও কুমাৰ।
সৰস পাঞ্চালী ভণে দীন দ্বিজবৰ॥

---

ধুৱা—ছাব শয়ন সুখ, দেখা প্রিয়াৰ মুখ।
উঠা উঠা দেৱ যুবৰাজ॥

বাণী শুনি মালিনীৰ জাগিয়া মাধৱ বীৰ,
শয্যাত বসিয়া ভৈলা সাজ॥
জাগিয়া দেখিলা পাছে কন্যা এক বসি আছে,
বাম অঙ্গে আছে কৃষ্ণ তিল।
এহি সুলোচনা কন্যা ত্রিজগতে জানে ধন্যা,
মনে জানি আনন্দ মিলিলা॥
মাধৱে বোলন্ত বাণী শুনিয়ো সজনী ধনা,
কতো ভাগ্যে তোমাক দেখিলোঁ।
দেখিয়া তোমাৰ মুখ দূৰ গৈলা মন দুখ,
সুখময় সাগৰে মজিলোঁ॥
বদন দেখন্তে তোৰ জীৱন জনম মোৰ,
সাফল ভৈলেক প্রাণ প্রিয়া।
মোহোক ভজিয়া সুখী হয়োঁ তুমি চন্দ্রমুখী,
মোৰ প্রাণ ৰাখিওঁ ভজিয়া॥
তোমাক কৰিবো দৃষ্টি বিধাতা কৰিয়া সৃষ্টি,
যতেক সুন্দৰী সংসাৰত।
যতেক সুন্দৰ আন কৰি আনি এক থান,
থৈলা বিধি তয়ু শৰীৰত॥

শুনিয়া হেন সুচনী হাসিয়া বোলয় বাণী,
লাজতে বসন ঢাকি মুখ।
পত্রতে লেখিছো আমি তুমিসে আমাৰ স্বামী,
এৰ প্ৰভু হৃদয়ৰ দুখ ॥
বিদায় দিয়োক আবে আপোন ঘৰক যাইবে,
বিধিয়ে যি কৰে হুইবে সেই।
কুমাৰে বোলয় বাণী শুন সুবদনী ধনী,
যাওঁ হেৰা বচন লোগাই ॥
আতো থাকো বোলা যেবে অহঙ্কাৰ সিজে তেবে,
যেই কৰা আপোন ইচ্ছাই।
তাঙ্ক নমস্কাৰ কৈলা সুলোচনা ঘৰে গৈলা,
দ্বিজবৰো এহি গীত গাই ॥

ধুৰা—চলিলা আপোন ঘৰে গজেন্দ্ৰ গামিনী হে ॥

সুলোচনা চলি গৈলা আপোনাৰ ঘৰ।
অনন্তৰে সময় মিলিলা বিবাহৰ ॥
ত্ৰিবিক্ৰম নৃপতিৰ পুত্ৰ বিদ্যাধৰ।
কাছি পাৰি আসিলন্ত কাৰ্য্যে বিবাহৰ ॥

গুণকাৰ ৰাজা পাছে পাতিলা উৎসৱ।
মঙ্গল কৰিবে লৈলা দিব্য নাৰীসব ॥
হেম ঘট ধৰি নাৰীগণে আনে জল।
কন্যাক কৰাইয়া স্নান কৰে সুমঙ্গল ॥

কন্যাক অনেক ৰত্নে কৰিয়া ভুষিত।
জোকাৰ কৰয় কতো কতো গায় গীত ॥
উভয় দলৰ মহাশবদ উঠিলা।
হস্তী ঘোটকৰ ৰাৱে শবদ পুৰিলা ॥

অনেক মঙ্গল ৰাদ্য বাৰে পৰি চানি।
কাহাৰ শবদ কেহো থিতাতে নুশুনি।
নটীগণে নৃত্য কৰে নটে গাৱে গীত।
দ্বিজবৰে ৰচিলা পাঞ্চালী মনোনীত ॥

---

ধুৰা—ঢোল বাজে মৃদঙ্গ বাজে, নানান মধুৰ বাদ্য বাজে তৰে ॥

কতো দিব্য বীণা বাৱে কতো স্তুকৃতিত গায়ে,
কতো ৰুদ্ৰ বাৱে কৰি লাস।
কাচিয়া কন্যাক পাছে আনিলা বৰৰ কাছে,
যেন লক্ষ্মী প্ৰকাশ কৰন্ত ॥
বৰ প্ৰদক্ষিণ কৰি বাম বাহু তুলি ধৰি,
স্তুলোচনা ৰহিলা দড়াই।
মাধৱ স্তুতিয়া ৰৈলা প্ৰচেষ্ট ভাবিবে লৈলা,
আছোহো সঙ্কেট সব পাই ॥
বিধিয়ে বঞ্চিলে তাক অভাগি নিদ্ৰাত থাক,
মই আনো সেই কন্যা যাই।
যদি সেই কন্যা পাওঁ ইহাক এৰিয়া যাওঁ,
দাস হুইতে প্ৰয়োজন নাই ॥
অনেক ভাৱনা কৰি প্ৰচেষ্ট ঘোৰাত চৰি,
চলি গৈলা পথে আকাশৰ।
কন্যাৰ বাম হাতে ধৰি মনে মহাৰঙ্গ কৰি,
তুলি লৈলা ঘোৰা উপৰত ॥
গৈয়া সিন্ধু পাৰ পাই কন্যাৰ বদন চাই,
বুলিবে লাগিলা মন্দমতি।
সাগৰৰ পাৰ আইলোঁ কাঞ্চি নামে পুৰি পাইলোঁ,
যেন দেখা জ্বলে অম্ৰাৱতী ॥
জানিবা প্ৰচেষ্ট মই নাহি প্ৰিয়া সংশয়,
বিদ্যাধৰ মাধৱৰ ভাই।
মোক আলিঙ্গন দিয়া প্ৰাণ ৰাখা প্ৰাণ প্ৰিয়া,
দ্বিজবৰে পাঞ্চালী ৰচয় ॥

ধুৰা—ভাৱে দেৱী সুলোচনা হে ॥

প্ৰচেষ্টক জানি সতী চিন্তে শোক কৰি।
সমূলি মৰিলোঁ অভাগিনী হৰি হৰি ॥
কৈক যাইবো কি কৰিবো শোকে বুক ফাটে।
হেন সে দাৰুণ বিধি লেখিলা ললাটে ॥

কৈত ৰৈলা পিতৃ মাতৃ কৈত বিদ্যাধৰ।
কৈত ৰৈলা প্ৰাণ নাথ মাধৱ কুমাৰ ॥
দেখোঁ ধিক ধিক ধিক বিধিৰ ঘটনা।
ইসব ভাবিয়া পাছে বোলে সুলোচনা ॥

বিবাহ কৰিয়ো মোক কৰিয়ো গ্ৰহণ।
অবিবাহে মোক তুমি নকৰা গ্ৰহণ ॥
এৰিয়োক কাম ভাৱ ৰাখিয়োক মন।
বিবাহৰ উপগাৰ আনিয়ো এখন ॥

আদৰি কোমল কৰি বুলিলা বচন।
বুজিতে নৰিলা তাক প্ৰচেষ্ট দুৰ্জ্জন ॥
শুনি প্ৰচেষ্টৰ বৰ ৰঙ্গ ভৈলা মন।
কন্যাত খুজিয়া লৈলা হাতৰ কঙ্কন ॥

ঘোটকে সহিতে তাতে সুন্দৰীক থৈলা।
উপহাৰ আনিবাক সিতো চলি গৈলা ॥
কি কৰিবোঁ কৈক যাইবোঁ সুলোচনা ভাবে।
ইহেন শঙ্কটে মোক কোনে নিস্তাৰিবে ॥

ইহাতে থাকিবে প্ৰতি নেদেখোঁ উচিত।
তীৰ্থে গৈয়া মৰোঁ যেৱে নোহে সিয়ো হিত ॥
বিদ্যাধৰ মাধৱ যে প্ৰচেষ্ট দুৰ্জ্জন।
মোৰ গাৱে বধ দিয়া ছাৰিবে জীৱন ॥

তিনিয়ো মৰিবে জানো মোহোৰ বিয়োগে ।
মৰিবাক লাগি গঙ্গা সাগৰৰ যোগে ॥
এতেকে চলিবোঁ মই সেই তীৰ্থ প্ৰতি ।
বিষ্ণুকে ভজিয়া তৈতে কৰিবো ভকতি ॥

হৰি তুষ্ট হৈলে পাইবো স্বামী মাধৱক ।
অৱশ্যে দেখিবোঁ তৈতে তিনিয়ো জনক ॥
এহি বুলি কন্যা ঘোটকত চৰি গৈলা ।
দ্বিজবৰে সৰস পাঞ্চালী এহি কৈলা ॥

গঙ্গা সাগৰৰ যোগে যিতো তীৰ্থ বৰ ।
তাতে চন্দ্ৰবংশী এক আছে নৰেশ্বৰ ॥
নামত সুসেন তাৰ নগৰে চলিলা ।
পাছে সুলোচনা এহি মনত ভাবিলা ॥

সহজে যুবতী তাতে বিবাহৰ শেষ ।
ৰাজাৰ আগত কেনে কৰিবোঁ প্ৰবেশ ॥
পাছে ইন্দ্ৰজালি মায়া কৰি তেতিক্ষণ ।
সুন্দৰ পুৰুষ যেন দেখি সৰ্ব্বজন ॥

সুধৰ্ম্মা সভাত যেন পশিলা জয়ন্ত ।
হেন দেখি ৰাজা কথা তাত পুছিলন্ত ॥
কৈৰ হন্তে আসি আছা তুমি কোন জন ।
শুনি প্ৰণামিয়া পাছে বুলিলা বচন ॥

ৰাজাৰ কুমাৰ মই নামে বীৰবৰ ।
আসি আছোঁ মহাৰাজ তোমাৰ নগৰ ॥
প্ৰবৰ্ত্তি থাকিবোঁ মই তোমাৰ দেশত ।
সকল অশক্ত কৰ্ম্ম কৰিতে শকত ॥

ৰাজা বোলে বীৰবৰ ৰহিয়ো এখন ।
নাহিকে সংশয় তযু কৰিবোঁ পোষণ ॥
ৰাজাৰ বচনে ৰহিলন্ত বীৰবৰ ।
দ্বিজবৰ ৰচিলা পাঞ্চালী মনোহৰ ॥

ব্যাস মুনি কহন্ত শুনিয়ো মুনিবৰ।
যেন কথা ভৈল পাছে আত অনন্তৰ॥
সুসেন ৰাজাৰ সঙ্গে আছে বীৰবৰ।
আতি দায়া কৰি তাক ৰাখিলা চাকৰ॥

এক দিন সেই দেশে বিঘিনি মিলিলা।
ভীমনাদ নামে এক গণ্ড প্ৰবেশিলা॥
পৰ্ব্বত আকাৰ তাক চাহন নযাই।
মাৰে প্ৰজা সব ধৰি শষ্য সব খাই॥

কাকো চেলেকন্ত কাকো খৰগে হানই।
চৰণে পিসয় কাকো লাঙ্গুলে মাৰই॥
মহানাদ কৰে হৃদয়ত লাগে ত্ৰাস।
আচোক মাৰিব তাক যাবো কোন পাশ॥

ভাগে প্ৰজাগণ কৈতো নাপাৰন্ত থিতি।
মিলিল প্ৰলয় পলাৱন্ত চতুৰ্ভিতি॥
সবে গৈয়া নৃপতিত কৰিলা গোচৰ।
মহাৰাজা ৰাখিয়ো মিলিলা অথন্তৰ॥

গণ্ড এক আসি আছে নামে ভীমনাদ।
প্ৰজা সব মাৰে শষ্য কৰিলা উচ্ছাদ॥
শুনি ৰাজা মনত বিস্ময় পায়া বৰ।
চল বীৰবৰ বুলি পাঞ্চিলা সত্বৰ॥

শুনা বীৰবৰ শীঘ্ৰে গণ্ডক মাৰিয়োঁ।
আপদৰ হন্তে প্ৰজাগণ উদ্ধাৰিয়োঁ॥
ভাল বুলি বাৰবৰে ৰাজাক নমিলা।
হাতে শূল ধৰি মহাকোপে চলি গৈলা॥

দেখিলন্ত গণ্ড গোট শুতিয়া আছয়।
পৰ্ব্বত আকাৰ তাক দেখি লাগে ভয়॥
পাছে বীৰবৰ হাতে শূল তুলি লৈলা।
গণ্ডক সম্মুখি আছে গৰ্জ্জিবাক লৈলা॥

শুনা অৰে ভীমনাদ ! গণ্ড দুৰাচাৰ ।
তেজিয়োঁ নিদ্ৰাক তোৰ মিলিলন্ত মাৰ ॥
আপুনি আৰ্জ্জিয়া পাপ বৃক্ষ যে সফল ।
কালত ফলিত ভৈলে ভুঞ্জি তাৰ ফল ॥

যতেক মাৰিলি প্ৰজা তাৰ নাহি লেখা ।
সি সব সহিতে যম পুৰে হৌক দেখা ॥
শুনি ভীমনাদে নিদ্ৰা ছাৰি তেতিক্ষণ ।
ফুৰাৱন্ত কোপে দুই অৰুণ নয়ন ॥

বুলিবে লাগিলা বীৰবৰক সম্মুখি ।
নকৰিবি গৰ্ব্ব অৰে শুন মন্দ বুদ্ধি ॥
জানিলোঁহোঁ আজি তোৰ আয়ু ভৈলা ক্ষয় ।
মোক দেখি কোন প্ৰাণী জীৱন্তে আছয় ॥

মোক মাৰিবাৰ তোৰ এতমান সাস ।
অগ্নিত ফৰিঙ্গ যেন মৰিবাক চাস ॥
এতেকে বোলন্তে বীৰ হুঙ্কাৰ কৰিলা ।
গণ্ডক লাগিয়া শক্তি গোট প্ৰহাৰিলা ॥

প্ৰাণ ছাৰি পৃথিবীত পৰিলন্ত গণ্ড ।
কম্পিলা ধৰণী ভৈল বদন প্ৰসন্ন ॥
গঙ্গা সাগৰৰ তীৰে ছাৰিলা শৰীৰ ।
ৰুধিৰে লিপিত যেন শিখৰ গিৰিৰ ॥

গণ্ডক মাৰিয়া বীৰে চলিলা নগৰে ।
জয় জয় কৰে প্ৰজাগণ নিৰন্তৰে ॥
পদ্ম পুৰাণৰ ইতিহাস মনোহৰ ।
শুনা সৰ্ব্বজন দীন গাই দ্বিজবৰ ॥

ব্যাস নিগদতি শুনা জয় মনি অপাৰ ।
পথে চলি যাহন্তে দেখিলা দ্বিজবৰ ॥
বিমান উপৰে এক পুৰুষ সুন্দৰ ।
গলে তুলসীৰ মালা গাৱে পীতাম্বৰ ॥

প্রসন্ন বদনে শ্যাম চতুর্ভুজধৰ।
বিষ্ণু দূত গণে লৈয়া যাহান্ত সাদৰ॥
দ্বিতীয় আদিত্য যেন দেখি আকাশত।
নম্র ভাৱে বীৰবৰে তাহাত পুছন্ত॥

তুমি কোন কৈৰ হন্তে আসি আছ কোথা।
শুনি ভীমনাদে কহিবাক লৈলা কথা॥
পুৰুষৰ বেশে তুমি আছাহা সুন্দৰী।
শুনিয়ো আমাৰ বার্ত্তা কহো নিষ্ট কৰি॥

ধর্ম্মবুদ্ধি নামে আছিলন্ত নৰেশ্বৰ।
পৃথিবী পালিলা চাৰি হাজাৰ বৎসৰ॥
যাগ দান অনেক কৰিলোঁ পুণ্যচয়।
কিন্তু এক অকার্য্য কৰিলোঁ বৰ মই॥

পাষণ্ডৰ বাক্যে ব্রাহ্মণত কোপ কৰি।
অল্প অপৰাধে তাৰ ভূমি আছোঁ হৰি॥
সেহি অপৰাধে মোক বিধাতা দণ্ডিলা।
সেহি ক্ষণে মোৰ ৰাজ্য সম্পত্তি খণ্ডিলা॥

ৰাজ্যভাৰ গুচিলা শোকতে দহে মন।
কতিপয় দিনে মোৰ মিলিলা মৰণ॥
যমদূতে নিয়া চিত্রগুপ্তত জনাইলা।
চিত্রগুপ্তে মোৰ কর্ম্ম যমত জনাইলা॥

ধর্ম্মবুদ্ধি নামে ইতো নৃপতি আছিলা।
কৰিলা অনেক ধর্ম্ম প্রজাক পালিলা॥
কিছু পাপ আছে আৰ জানা মহাশয়।
খল বাক্যে বিপ্রবৃত্তি হৰিয়া আছয়॥

ব্রাহ্মণৰ বৃত্তি যিতো হৰে দুৰাচাৰ।
অব্রহ্মণ্যে জানিবা কৰিলন্ত বধতাৰ।
* * * *
কল্প কৌটি শত নৰ কত দিয়া ঠাই॥

আপুনি বা পৰে দিয়া হৰে ব্ৰহ্মবৃত্তি।
কুলে সমে নৰ্কে পৰে নাহিকে নিষ্কৃতি ॥
পৰদত্ত বৃত্তি যিতো নৃপতি ৰাখৰ।
শত গুনে পুণ্য পাত্ৰ কহিলোঁ নিশ্চয় ॥

যমৰ বচনে নৰকত দিলা ঠাই।
চিৰকাল আছিলোঁ নৰকে পঙ্কা খাই ॥
ভোগ উপশনে গণ্ড হুয়া জনমিলোঁ।
পুণ্য প্ৰাণী সব মাৰি পাপক সঞ্চিলোঁ ॥

দৈৱ বশে মোক তুমি মাৰিলাহা সতী।
দুৰ্লভ তীৰ্থত মৰি লভিলোঁ সদগতি ॥
চলিও সুন্দৰী তযু হওঁক কুশল।
অল্প কালে নিজ পতি পাবাহা বিকল ॥

শুনি বীৰবৰে নমিলন্ত তাৰ পাৱ।
ৰঙ্গ মনে চলি গৈলা নৃপতিৰ ঠাৱ ॥
প্ৰণামি ৰাজাত কহিলন্ত বীৰবৰ।
মহাৰাজ তযু আজ্ঞা পালিলোঁ কিঙ্কৰ ॥

শুনি ৰাজা প্ৰশংসিলা বসনে ভূষিলা।
নিজ কন্যা জয়ন্তীক তান্তে বিহা দিলা ॥
গঙ্গা সাগৰৰ অধিকাৰী পাতি গৈলা।
সৰস পাঞ্চালি এহি দ্বিজবৰে কৈলা ॥

ব্যাস নিগদতি শুনা মহামতি,
আত অনন্তৰে কথা।
জয়ন্তী সহিতে বীৰবৰে তৈতে,
কৰিলা তপস্যা যথা ॥
মাধৱক পূজি পাইবা কৰি নতি,
তীৰ্থত পূজিলা হৰি।
প্ৰাতসে জাগিয়া তীৰ্থত স্নানিয়া,
পূজা কৰে ভক্তি কৰি ॥

বাদ্য নৃত্য গীত　　　　করে নিত নিত,
　　কতো কৰে উপবাস।
কতো ফলাহাৰ　　　　হবিষ্য আহাৰ,
　　কৰয় অতি প্ৰয়াস॥

আৰু এক কথা　　　　কৰিলন্ত তথা,
　　বীৰবৰে বিচক্ষণ।
ভৃত্য সব আনি　　　　বুলিলন্ত বাণী,
　　শুনাহা মোৰ বচন॥
কন্যা অনুষাগি　　　　এহি তীৰ্থে লাগি,
　　মৰিবে আশে যি জন।
তেতিক্ষণে তাক　　　　আমাৰ সভাক,
　　আনিবাহা দূতগণ॥
আত অনন্তৰে　　　　প্ৰচেষ্ট পাপৰে,
　　বিবাহৰ দ্ৰব্য লই।
ঘোটকে সহিতে　　　　কন্যাক তহিতে,
　　নেদেখিলা তথা গৈই॥
পৰি পৃথিবীত　　　　শোকত মূৰ্চ্ছিত,
　　কৰিবে লৈলা ক্ৰন্দন।
মৰিলোঁ অভাগি　　　　গৈলা কৈক লাগি,
　　প্ৰাণ প্ৰিয়া সুলোচন॥
পায়া একাকিনী　　　　কে নিলা কামিনী,
　　পৰম সতী সুন্দৰী।
মোক নাসা দেখি　　　　গৈলেক উপাখি,
　　ঘৰে গৈলা ঘোড়া চৰি॥
কিবা বিদ্যাধৰ　　　　আৰু মাধৱৰ,
　　বিয়োগত শোক পাই।
জানো মহাসতী　　　　নভজিয়া পতি,
　　কৈত বা মৰিলা যাই॥

এহি ভাবি মনে কৰিলা ক্রন্দনে,
মৰিবাক কৰি মন।
চলিলা সত্বৰ গঙ্গা সাগৰৰ,
তীৰক লাগি দুৰ্জ্জন ॥
কৰি তীৰ্থ স্নান হুয়া সাৱধান,
তুলসী মালা পিন্ধিলা।
গঙ্গাক প্রণামি কৰি কৃতাঞ্জলি,
প্রচেষ্টে এহি প্রাৰ্থিলা ॥
ভীষ্মৰ জননী শুনা মোৰ বাণী,
প্রাণ ছাৰো তযু জলে।
এহি প্রাণ ছাৰি সুলোচনা নাৰী,
পাওঁ যেন অবিকলে ॥
তাৰ এহি বাণী দূতগণে শুনি,
তাক বান্ধি ধৰি নিলা।
আগত বীৰৰ জোগাইলা সত্বৰ,
বীৰবৰে আদেশিলা ॥
আঙ্ক লোহা দিয়া ভালমতে নিয়া,
বন্দীশালে ৰাখিয়োক।
পাঞ্চালী সুন্দৰ ভণে দ্বিজবৰ,
সামাজিক শুনিয়োক ॥

---

ব্যাস মুনি কহন্ত শুনিয়ো মুনিবৰ।
যি বেলাত ভাঙ্গিলা কন্যাৰ স্বয়ম্বৰ ॥
বিস্ময় দেখিয়া প্রজা সব চাহি আছে।
গুণকৰ ৰাজা কান্দিবাক লৈলা পাছে ॥

মহিষী সহিতে ৰাজা ভূমি লুটি পাৰি।
হাঁ সুলোচনা বুলি হিয়ে মুষ্ঠি হানি ॥
ত্রিবিক্রম ৰাজা পাছে আনি বীৰগণ।
বিচাৰিবে প্রতি কৰিলেক নিয়োজন ॥

উভয় দলৰ সৈন্য সব নিচুকিলা।
গীত নীত বাদ্য ভাণ্ড সবাকে ছাৰিলা॥
হাহাকাৰ শবদ উঠিলা সি বেলাত।
যেন বজ্র পৰিলন্ত সবাৰ মাথাত॥

গুণকৰ ৰাজা আতি শোকত বিহ্বল।
মন্ত্রীগণ মাতি আনি পুছিলা বিকল॥
কৈক গৈলা সুলোচনা মোৰ প্রাণেশ্বৰী।
মোৰ গাৱে অগ্নি দিয়া কৈ গৈলা সুন্দৰী॥

শুনি মন্ত্রীগণে কহিবাক লৈলা কথা।
অদভুত মহাৰাজ দেখিলোহোঁ কথা॥
অনেক লোকৰ মাঝে আছিলা দৰাই।
মায়া কৰি তযু কন্যা গৈলা কোন ঠাই॥

কতো বোলে লক্ষ্মী আসি তযু কন্যা ভৈলা।
কিবা অপৰাধে তযু গৃহ হন্তে গৈলা॥
কোন জনে বোলে কন্যা মহারূপৱতী।
মায়া কৰি অন্তৰ্দ্ধান ভৈলা মহাসতী॥

অন্যে বোলে তযু কন্যা পৰম সুন্দৰী।
মোহ হুয়া ইন্দ্রে আসি নিয়া আছে হৰি॥
সর্ব্ব গাৱে যোনি ইন্দ্র তাহাক নভজি।
ফিৰি আসিবেক কন্যা তযু ঘৰে আজি॥

কতো বোলে চন্দ্র সম কন্যাৰ বদন।
দীর্ঘ বাহু মেলি ৰাহু নিলা তেতিক্ষণ॥
কতো কহে আন কন্যা স্রজিবাক প্রতি।
পৰম সুন্দৰী দেখি নিল প্রজাপতি॥

কন্যাৰ লোচন দুই যেহেন কমল।
মৃণাল সমান চাৰু বাহু যে যুগল॥
দেখি আতি গজগণে নিলা শুণ্ড মেলি।
ভুঞ্জিবাক লাগি নিলা কমলিনী বুলি॥

সৰ্ব্ব দিশ জিনিলাহা তুমি নৰপতি ।
তোমাৰ দুহিতা জানো হেন কৰি মতি ॥
স্বৰ্গনাৰী সকলৰ ৰূপে জিনি মই ।
এহি ভাবি স্বৰ্গে গৈলা জানা মহাশয় ॥

অন্যে অন্যে এহি কহিলন্ত মন্ত্ৰীগণ ।
মহিষী সহিতে ৰাজা কৰয় ক্ৰন্দন ॥
ধূলি ধুসৰিত দুহান্তৰ কলেবৰ ।
স্নান কৰাই মন্ত্ৰীগণে নিলা অভ্যন্তৰ ॥

ত্ৰিবিক্ৰম নৃপতিৰ পুত্ৰ বিদ্যাধৰ ।
কন্যাৰ আসনে ধৰি কান্দিলা বিস্তৰ ॥
দুই হাতে আসনক হৃদয়ত ধৰি ।
আতি দীৰ্ঘ ৰাৱ কৰি কান্দন্ত বাগৰি ॥

---

কৈক গৈলা মোৰ প্ৰাণ প্ৰিয়া,
মোৰ গাৱে শোক অগ্নি দিয়া,
কি দোষে ছাৰিলা সুলোচনা প্ৰাণেশ্বৰী ।
তুমি বিনে মই কেনে জীওঁ,
কৈক যাইবোঁ আবে কি কৰিবোঁ,
দিয়া দৰিশন মুখে মন্দহাস কৰি ॥
কি কৰিবে মোক ধনে জনে,
জীৱন যৌৱন বন্ধুগণে,
মৰণে সে ধন্য জানো মনে নিষ্ট কৰি ।
হাতে দিয়া মোৰ অষ্ট নিধি,
কি দোষে দণ্ডিলা হত বিধি,
হাঁ হৰি হৰি আছোহো কেনে নমৰি ॥
মোৰ আগে তুমি আইলা সাজি,
কোন বধ ভাগি নিলা আজি,
প্ৰাণ ৰাখা মোৰ প্ৰাণ প্ৰিয়া দেখা দিয়া

কৰিলোঁ মনত আতি ৰঙ্গ,
কৰিলা বিধাতা আশা ভঙ্গ,
হাঁ সুলোচনা কমল নয়নী প্ৰিয়া ॥
বদন বিধুম সুধা দিয়া,
তাপ নিবাৰিয়া মোৰ প্ৰিয়া,
দাৰুণ অগনি বিৰহে দহয় হিয়া ।
যদি মৰি তোক পাওঁ লাগ,
স্বৰ্গত নকৰোঁ অনুৰাগ,
অৱশ্যে মৰিবো মন্দভাগি তীৰ্থ গৈয়া ॥

---

এহি বুলি বিদ্যাধৰ মৰিবাক মন ।
গঙ্গা সাগৰৰ তীৰে কৰিলা গমন ॥
তীৰ্থ স্নান কৰি পাছে সূৰ্য্য অৰ্ঘদিলা ।
হে গঙ্গা মাতৃ বুলি এহি নিবেদিলা ॥
তোমাৰ জলত মই ছাৰো কলেৱৰ ।
সুলোচনা ভাৰ্য্যা কিবা পাওঁ জন্মান্তৰ ॥
এতেক শুনিয়া দূতে ধৰি গলে হাতে ।
সভা মধ্যে নিলা বীৰবৰৰ সাক্ষাতে ॥
দেখি বীৰবৰে পাছে তুমি কোনজন ।
কিবা হেতু এহি তীৰ্থে তেজাহা জীৱন ॥
শুনি বিদ্যাধৰে কহিলন্ত পূৰ্ব্বাপৰ ।
ত্ৰিবিক্ৰম ৰাজা ৰাজ দয়াৰ কুমাৰ ॥
নাম মোৰ বিদ্যাধৰ জানা মহাশয় ।
গুণকৰ নামে এক নৃপতি আছয় ॥
তানে কন্যা সুলোচনা ৰূপৱতী আতি ।
আনন্দে গৈলোহোঁ তাঙ্ক বিবাহিবে প্ৰতি ॥
বিবাহ কালত কন্যা ভৈলা অন্তৰ্দ্ধান ।
সেহি কন্যা পাইবে প্ৰতি ছাৰো মই প্ৰাণ ॥
শুনি বীৰবৰে বোলে শুনিয়ো কুমাৰ ।
নিশ্চয় জানিলোঁ আক অজিজ্ঞাসি বৰ ॥

গন্ধৰ্ব্বৰ কন্যা কিবা চানৰী কিন্নৰী।
কিবা দেবনাৰী নাগ কন্যা বিদ্যাধৰী ॥
কোনবা মুনিৰ শাপে আইলা জন্মধৰি।
নিজ স্থানে গৈলা তাঙ্ক পাইবা কেন কৰি ॥

চকোৰেও পান কৰে চন্দ্ৰৰ সুধাক।
পান কৰিবাক পাইবে কেনে তাক কাক ॥
কে দিবাক পাৰে কন্যা কে নিবা পাৰয়।
পূৰ্ব্ব জন্মে সেহি কন্যা তাহাকে লভয় ॥

পুত্ৰৰ নিমিত্তে কন্যা বিবাহ কৰয়।
পিণ্ডৰ নিমিত্তে পুত্ৰ পণ্ডিতে কহয় ॥
কেনে প্ৰাণ ছাৰ তুমি লাগিয়া ভাৰ্য্যাত।
পিণ্ড লোপ ভৈলে পিতৃ গণ হৈব পাত ॥

পুৰুষৰ অনুৰাগ যিমত ভাৰ্য্যাত।
নাৰীৰ নাহিকে তেনে প্ৰীতি পুৰুষত ॥
কুমুদিনী বিয়োগে ভ্ৰমৰে কান্দে ৰাতি।
চন্দ্ৰ ৰশ্মি লাগি কুমুদিনী হাসে আতি ॥

গুণৱন্ত স্বামীত সন্তোষ নহে বধু।
ৰবি আগে ভৃঙ্গে পিয়ে পদ্মিনীৰ মধু ॥
নাহি বিষ্ণু ভক্তি যাৰ নাৰীতে সে মন।
শোকে প্ৰাণ ছাৰে যেহি তিনি বিৰম্বন ॥

পুত্ৰ ভাৰ্য্যা বন্ধু ধন সকলে সুলভ।
কেবলে মনুষ্য জন্ম জীৱন দুৰ্লভ ॥
এতেকে কুমাৰ তই নিবৰ্ত্তিয়া যায়োঁ।
গৃহাশ্ৰম কৰি পাৰা পুণ্যক আৰ্জ্জিয়োঁ ॥

শুনি বিদ্যাধৰে কৰিলন্ত মন থিৰ।
গঙ্গা সাগৰৰ তীৰে ৰৈলা মহাবীৰ ॥
পদ্ম পুৰাণৰ এহি পুণ্য ইতিহাস।
দ্বিজবৰে পদ বন্ধে কৰিলা প্ৰকাশ ॥

---

# কৃত্তিবাস পণ্ডিত।

অঙ্গদ ৰায়বৰ

ৰাগ-পত মঞ্জৰি।

সম্বোধি পাছে লঙ্কেশ্বৰ, কাহাৰ তুই বানৰ হে,
শুনায় যে ৰামৰ গোচৰ।
কাহাৰ তনয় বীৰ, বোলন্ত গম্ভীৰ ধীৰ,
দেখোঁ যেন পৰ্ব্বত আকাৰ ॥
শুনা ৰাজা মূগুধ, নাম মোৰ অঙ্গদ,
কেন ৰাজা পুছাহ আপোন।
বালি নামে ৰাজা জান, তাহাৰ আমি নন্দন,
বিধিয়ে কৰিছে বিড়ম্বন ॥
তোহোক ধৰি লাঙ্গুলে, সন্ধ্যা কৈলা সাগৰত,
তেহে তই এড়াইলি ৰাৰণ।
হৰিলি ৰামৰ নাৰী, মজাইলিহি লঙ্কাপুৰি,
এবে তোৰ নিকট মৰণ ॥
ধাৰ্ম্মিক যে শ্ৰীৰাম, সৰ্ব্বগুণে অনুপাম,
তাৰ বাণে মৰিবি পৰাণে।
তোৰ হৌক নিস্তাৰ, মোৰ হৌক উপকাৰ,
ৰামক সীতা কৰ সমৰ্পণ ॥
শ্ৰীৰামৰ চোৰ হুয়া, আমাক বোলস বেয়া,
মাৰিয়া পঠাও যম ঘৰে।
তোহোৰ শতেক ৰামে, কি কৰিবে সংগ্ৰামে,
কহ গৈয়া আসোক সত্বৰে ॥

শ্রীৰামে পঠাইল মোক, তোক মূর্খ বুঝাইবাক,
পাত্র মন্ত্রী আলোচ কৰিয়া।
সমর্পিয়ো সীতা সতী, কৰা গৈয়া মিত্ৰৱতি,
তেবে ৰামে ৰহিবে ক্ষেমিয়া॥
মোৰ বোল নধৰিলে, অৱশ্যে মৰিবি তেবে,
তোৰ হৈবে স্কন্ধ যে বিনাশ।
শ্রীৰামৰ চৰণক, শিৰত ধৰিয়া এবে,
লেচাড়ি ভণিলা কৃত্তিবাস॥

---

## ছন্দ—লেচাৰি।

ঐও কি লঙ্কেশ্বৰ, কেনে সীতা আনিলি হৰিয়া,
সাগৰক তৰিয়া, সেতুবন্ধ কৰিয়া
মোক লঙ্কা দিয়াছে পঠায়া॥
হেন কৰে মোৰ মন, তই সমে কৰো ৰণ,
কোপ কৰি কমল লোচন।
গোসাই কৈলা অঙ্গিকাৰ, তোক ৰাজা বধিবাৰ,
বৃথা হবে ৰামৰ বচন॥
কালি নিশি তাৰ তৰে, ৰাম লক্ষণেয়ো এড়ে,
আমিও মাতিবোঁ বাক্য শেষে।
ছোট ছোট বানৰেৰা, সিও ধাই আসে হেৰা,
লঙ্কাপুৰি লড়িবাৰ আশে॥
সুগ্রীব লগত যত, তাহাক কহিবোঁ কত,
কালি হৈবে তহিতে বিদিত।
তোৰ মুণ্ডে লাঠি মাৰি, কম্পাইবোঁহু লঙ্কাপুৰি,
কি কৰিব তোৰ ইন্দ্রজিত॥
মোৰ বাক্য যেবে ধৰ, কদাচিতো নাহি মৰ,
আলোচিবে নৈলা মোৰ চিত্তে।
ৰাম লক্ষ্মণ সাজিয়া, ভালুক বানৰ লৈয়া,
পলাই আবে যাইবি কোন ভিতে॥

এভু মোৰ বাক্য ধৰা, আপোনি নিস্তাৰ কৰা,
ভজা গৈয়া ৰামৰ চৰণে।
আপোনাৰ কন্ধে কৰি, লৈয়া সীতা সুন্দৰী,
ৰামৰ ভাৰ্য্যাক সমৰ্পণে॥
সীতা যেবে নসম্পিবে, ৰাম আইলে কেনে হৈবে,
নাশিবো কনক লঙ্কাপুৰি।
শ্ৰীৰামৰ বাণে পাছে, প্ৰাণ হেৰুৱাইবা যেবে,
বিধবা কৰাইবি মন্দোদৰী॥
অঙ্গদৰ বাৰ দৰ্পে, কোপত ৰাৱণ জ্বলে,
পাত্ৰ মন্ত্ৰী সবে চাই আছে।
শুক সাৰণৰ মন্ত্ৰে, শৰ মাৰিবাৰ আশে,
লেচাড়ি ভণিলা কৃত্তিবাসে॥

পদ।

কোথা ৰৈলা শ্ৰীৰামৰ অযোধ্যা নগৰি।
কোথা হৈলা তোহোৰ কনক লঙ্কাপুৰি॥
এত দূৰ হন্তে আসি বান্ধিলা সাগৰ।
হেন ৰাম সমে তোৰ বাদ পটন্তৰ॥

তোৰ মন্ত্ৰী নাই এবে বুঝাইবোঁহো মই।
ৰাম সঙ্গে বাদ কৰি আঁখি খাইলি তই॥
ব্ৰহ্মা বৰ পায়া তই ৰাৱণ অখণ্ড।
কাৰো পুত্ৰ মাৰা কাৰো স্ত্ৰীক কৰা দণ্ড॥

গৰু মানুষ্যক খাস তাৰো নাই মানা।
তোক ডৰে তপ ছাড়ে ঋষি মুনি জনা॥
ছলে বলে পৰৰ আনস ভাল নাৰী।
পৰিলি ৰামৰ হাতে কিসব চাতুৰী॥

দেবে দৈত্যে কেৰে নোহে শ্ৰীৰাম সমান।
ৰাম বাণে ৰুধিৰ খাইবেক ৰাৱণ॥
বংশ থাকিবাক লাগি নকৰিবি আশ।
আপুনি আপোন লঙ্কা কৰিলি বিনাশ॥

খাটে পাটে বহি থাক দিন দুই চাৰি।
হাস্য পৰিহাস্য কৰা লৈয়া ভাল নাৰী ॥
কুমাৰ ভাগোক দেখিয়োক চক্ষুভৰি।
অবিলম্বে যাইবি বেটা যমৰ নগৰি ॥

ৰাজ্য প্ৰতিপাল নকৰা ৰাজ ব্যৱহাৰ।
তইসে বিনাশ হেতু ভৈলিহি লঙ্কাৰ ॥
সুবৰ্ণৰ লঙ্কা বিশ্বকৰ্ম্মাৰ নিৰ্ম্মাণ।
দিন চাৰি ভোগ কৰা যাবে আছে প্ৰাণ ॥

এতেক অঙ্গদে যেবে দিলেক উত্তৰ।
ক্ৰোধে লঙ্কেশ্বৰে বোলে বানৰক ধৰ ॥
এগুটি বানৰ আবে আসিছিল এথা।
ৰাক্ষসে কৰিলে তাক পাঞ্চ অৱস্থা ॥

লাঙ্গুত অগ্নি দিয়া তাক পঠাইলো এড়িয়া।
বাহিৰ নগৰি খানি গৈলেক পুড়িয়া ॥
অঙ্গদে বোলয় সিটো বায়ুৰ কুমাৰ।
কটকৰ বাজ কৈল ৰাম গদাধৰ ॥

কি কাৰণে ৰাৱণক নানিলে বান্ধিয়া।
বাহিৰ কৰিয়া দিলা ডেঙ্গাৰ পিতিয়া ॥
আমাৰ লগৰ হনুমান নাম তাৰ।
ততোধিক কৰি আছে এ পাঞ্চ হাজাৰ ॥

আমি যুবৰাজ বালি ৰাজাৰ তনয়।
শ্ৰীৰামে পঠাইলা মোক দেখিয়া নিৰ্ভয় ॥
ৰাৱণে বোলয় তোৰ বালি কিবা জানে।
কাহাৰ বিক্ৰম কহ মোৰ বিদ্যমানে ॥

অঙ্গদে বুলিল তোৰ নাহি সুমৰণ।
কেমনে জানিবি তই ৰঘুৰ নন্দন ॥
তোৰ ভগিনীৰ নাক কাটিলা যেখনে।
নিলাজ ৰাৱণ তই পাসৰিলি কেনে ॥

তোক ৰাৱণ বুলি জানে কোন জনে।
পাঞ্চ ৰাৱণৰ কথা শুনা মোৰ থানে ॥
এক ৰাৱণ বান্ধে ইন্দ্ৰৰ নন্দনে।
আৰু ৰাৱণ হাৰিলেক কাৰ্ত্তিকৰ সনে ॥

বৰুণত হাৰিলেক জানে ত্ৰিভুবনে।
আৰো ৰাৱণ হাৰিলেক কপিলৰ সনে ॥
আৰো ৰাৱণ হাৰিলেক জনক নগৰে।
পলাই আসিলে কোনে আপনাৰ ঘৰে ॥

আমিতো জানোহো এহি পাঞ্চ যে ৰাৱণ।
ইহাৰ ভিতৰে তই হস কোন জন ॥
অঙ্গদৰ বচন শুনিয়া লঙ্কেশ্বৰ।
সবে মিলি বানৰক এতিক্ষণে ধৰ ॥

অঙ্গদে বোলয় কোপ নকৰিবা মনে।
তিনি ৰাৱণৰ কথা কহোঁ বিদ্যমানে ॥
কাৰ্ত্তবীৰ্য্য ক্ৰীড়া কৰে নৰ্ম্মদাৰ নীৰে।
সেহি বেলা উপসন্ন ভৈলি তাৰ তীৰে ॥

তাৰ আগে গৈয়া কৈলি বিদৰ্প বখানি।
ঘাড় মুছৰিয়া তোক কৈলা কুম্ভখানি ॥
মূৰ্চ্ছা হুয়া ৰাজা তই নপাইলিহি সন্ধি।
সশস্ত্ৰ অৰ্জ্জুনে তোক কৰি থৈলা বন্দী ॥

তোৰ ভাগ্যে আসিলেক পলাস্ত আপোনে।
নাতিয়ে বুলিয়া তোক কৰিলা মেলানি ॥
সিবাৰ এড়ালি তই মুনিৰ গৌৰৱে।
ইবাৰ এৰাবি তই কাহাৰ গৌৰৱে ॥

তাৰ পাছে গৈলি তই বাপৰ নিকটে।
বালিৰ আগত গৈয়া কৈলি মুনিযতে ॥
তেবে মোৰ বাপে তোক ধৰিলেক লাঞ্জে।
চাৰি সাগৰত স্নানি এড়ি দিলা সাঞ্জে ॥

আচাৰ কামোৰ তই পাইলি লট ঘট।
আসি পন্থে ঢোল বজাই দেখাস সবাত ॥
আপোনাৰ দোষে তই পাইলি পৰমাদ।
তেবে মোৰ পাৰে তোক দিলেক প্ৰসাদ ॥

বৈৰীভাৱে তোহোৰ নাছিলা যি কাৰণে।
লাঞ্জে বান্ধি নিলা লাজ কৰিলা যতমানে ॥
সিটো সব কথা গৈলা হাস পৰিহাস।
এবে কেনে ভৈল তোৰ ধনুৰ্দ্ধৰ সাস ॥

তথা পলাই গৈলি তই পাতাল ভুবনে।
বলি ৰাজা শৰে তই পাইলি অপমানে ॥
ৰথ হস্তে নমায়া ধৰিল যত চেড়ি ॥
কতো চড় মাৰে গালে বাঢ়নীৰ বাৰি ॥

নানান দুৰ্গতি তোৰ হৈলেক পাতালে।
পাছে তোক বান্ধিয়া থৈলেক ঘোড়াশালে ॥
দান্তে তৃণ লৈয়া কৈলি ছোটত কাতৰ।
চেড়িয়ে এড়িয়া দিলা আইলা নিজ ঘৰ ॥

ইসব কথাক জানা নাহিকে সংশয়।
তিনি ৰাৱণৰ কোন দেহ পৰিচয় ॥
কৃত্তিবাস পণ্ডিতৰ কবিতা সুচাৰ।
ক্ৰোধত ৰাৱণ ৰাজা বোলে মাৰ মাৰ ॥

---

লেচাৰি।

শুনা ৰাজা লঙ্কেশ্বৰ তোৰ মৰণ সত্বৰহে
তোৰ মই নেদেখোঁ কুশল।
ৰাম ভৈলা সাগৰ পাৰ, তোৰ নাহি নিস্তাৰ,
যমপুৰে তোহোৰ মুকুল ॥

ৰাক্ষস জাতিৰ তোৰ, নাছিল আপোন পৰ,
তোৰ ভাই ৰামত কৈলা মিত্র।
শ্রীৰামে ধনুক ধৰি, জিনি দিবে মন্দোদৰী,
বিভীষণ লঙ্কাৰ পূজিত॥
ৰাজা হুয়া অনাচাৰী, হৰিলি পৰৰ নাৰী,
মৰণক নাহি তোৰ ভয়।
দশৰথ নামে ৰাজা, দিবোঁ তোৰ মাংসে পূজা,
এন্তে ৰাম তাহান তনয়॥
যাহাৰ ধনুৰ বাণে, ত্রিভুবনে কম্পমানে,
হেন ৰাম লঙ্কাৰ ভিতৰ।
লক্ষ কোটি দেৱগণ, যাৰ বাণে কম্পমান,
তাৰ নামে তোৰ পটন্তৰ॥
তিৰী চোৰ ৰাৱণ, তোৰ কেন ক্রোধ মন,
তোক দেখি নাহি মোৰ শঙ্কা।
যতেক ৰাক্ষস তোৰ, একেশ্বৰে মাৰি পেশোঁ,
বানৰে জুড়িবে আসি লঙ্কা॥
অঙ্গদৰ বাণী শুনি, আছে ৰাজা মনে গুণি,
বানৰক বেড়ি দিয়া বাৰি।
ক্রোধে বোলে লঙ্কেশ্বৰ, কেনে বানৰাৰ বল,
কৃত্তিবাসে ভণিলা লেচাৰি॥

পদ।

ধৰ ধৰ ডাক পাৰে লঙ্কাৰ ৰাৱণ।
ক্রোধিলা অঙ্গদ বীৰ বালিৰ নন্দন॥
উঠিল অঙ্গদ বীৰ মাৰি মালছাট।
দুয়ো দুৱাৰত যেন লাগিলা কপাট॥

কোন বীৰ আছে আৰে বাপেৰক ধৰ।
তোৰ বোলে লঙ্কেশ্বৰ কাকো নাহি ডৰ॥
সাত সাগৰত যাক পীয়াইলেক পানী।
তান বেটা অঙ্গদক জান কি নজানি॥

কোন বীৰে ধৰে মোক দেখোঁ মুনিষত ।
চৰড়ে পঠাইবোঁ তাক যমৰ নিকট ॥
তই বোল ইন্দ্ৰজিত বৰ ধনুৰ্দ্ধৰ ।
দেখা আজি তোৰ আগে নিবোঁ যমঘৰ ॥

তই বোল ত্ৰিশিৰা মোহোৰ বৰ বীৰ ।
মুষ্টিৰ প্ৰহাৰে তাৰ ছিণ্ডিবোঁহু শিৰ ॥
আপুনি উঠিয়া ধৰা দেখোঁ গাভুৰালি ।
মুকুট ভাঙ্গিবোঁ তোৰ দশ শিৰ খুলি ॥

বিচূৰ্ত্তি লাগাইবোঁ তোক দিয়া লাঙ্গু বাৰি ।
ৰাম আগে নিবোঁ তোক গলে দিয়া জৰী ॥
গলে জৰী দিয়া তোৰ গলৰ নিবোঁ ছাল ।
চৰড়ৰ ছোটে ভাঙ্গো ধিতিঙ্গীয়া গাল ॥

মোৰ আগে ৰাৱণ ৰহিছা এক দণ্ড ।
লাঞ্জে বাৰি দিয়া কৰিবোঁহু খণ্ড খণ্ড ॥
হেৰা দেখোঁ তোক মই দাসৰ পৰাই ।
মেলি দিওঁ জঙ্ঘা দুই জান্তিবে যুৱাই ॥

অঙ্গদে বুলিলা আনো যত কদৰ্থনা ।
বিপৰীত বাণী শুনি কিটাইলে ৰাৱণা ॥
ক্ৰোধিয়া ৰাৱণ ৰাজা বোল ধৰ ধৰ ।
চাৰি মালে অঙ্গদক ধাইলেক সত্বৰ ॥

হংস হনুমান আৰু ধুম্ৰ যে লোচন ।
বেঙ্কামুৱা সহিতে ধৰিলা চাৰিজন ॥
চাৰিমালে ধৰিলে মনত নাহি কম্প ।
চাৰিমাল গৈয়া প্ৰাচিৰত দিলে জাম্প ॥

চাৰি মাল মাৰে যেন ভেটৰ ছাগল ।
মাথাক টিপিয়া ভাঙ্গে যেন নাৰিকল ॥
হাতৰ চাপড়ে মাৰে আৰো লাঞ্জবাৰি ।
বুকে আঠু দিয়া ঘাঁড় ভাঙ্গিলা মুছৰি ॥

চাৰি মাল মাৰি ৰৈলা প্ৰাচিৰ উপৰে।
লঙ্কাপুৰি কম্পাইলা অঙ্গদ মহাবীৰে॥
পাত্ৰ মন্ত্ৰীগণ কম্পে লঙ্কাৰ ভিতৰে।
অন্তৰ্গতে কাম্পিলা লঙ্কাৰ নৃপবৰে॥

পত্ৰক নেদিলে বুলি অঙ্গদৰ বৃথা।
শ্ৰীৰামৰ পত্ৰ শোভে অঙ্গদৰ মাথা॥
কটোৱাল আছে আৰো বাহিৰ দুৱাৰে।
ডাকিয়া অঙ্গদে বোলে আসিও সত্বৰে॥

কটোৱাল বোলে বাপ দেখি লাগে ডৰ।
প্ৰাণ মাৰি মোক জানো নেস যমঘৰ॥
প্ৰাণ মাৰিবোঁ বেটা মোৰ বোল কৰ।
পত্ৰখানি দিয়া নিয়া ৰাজাৰ গোচৰ॥

এহি পত্ৰ মানে যদি স্বৰূপ বচন।
চাৰি যুগে ৰাজ্য কৰে লঙ্কাৰ ৰাৱণ॥
পত্ৰ লৈয়া কটোৱালে মাথাত বান্ধিয়া।
ৰাজাৰ আগত নিয়া দিলেক পেলায়া॥

পত্ৰ লৈয়া ৰাৱণে বোলয় আতে ৰহা।
এহি পত্ৰ কাহাৰ স্বৰূপ কৰি কহা॥
কটোৱাল বোলে শুনা ৰাজা লঙ্কেশ্বৰ।
চৈধ্যায় বংশৰ কথা পত্ৰৰ উপৰ॥

চৈধ্যায় বংশৰ কথা দেখিবা পত্ৰতে।
দশ মুখে লঙ্কেশ্বৰে লাগিলা হাসিতে॥
সীতা সমৰ্পণ কথা পত্ৰত দেখিয়া।
তিনি খান কৰি পত্ৰ পেলাইল ছিৰিয়া॥

চাৰি দণ্ডমানে বীৰে চাহিয়া আছিলা।
তভু কটোৱাল বেটা ফিৰিয়া নাহিলা॥
হনুৰ বচন তেবে মনত পৰিলা।
স্ফটিকৰ স্তম্ভ গোট তহিতে দেখিলা॥

ফটিকৰ স্তম্ভ গোট দীপ হেন জ্বলে ।
লাম্ফ দিয়া ধৰি বীৰে শৰীৰৰ বলে ॥
স্তম্ভ গোট তুলি বীৰে পকাইবাক লৈলা ।
কুমাৰৰ চাক যেন স্তম্ভ পাক দিলা ॥

এড়িলেক স্তম্ভ গোট দিয়া হুঁহুঁঙ্কাৰ ।
স্বৰ্গ মৰ্ত্ত্য পাতালে লাগিলা চমৎকাৰ ॥
শ্ৰীৰামে বোলন্ত নাহি সৈন্যৰ নিস্তাৰ ;
নজানোঁ কোনবা বীৰে কৰিল প্ৰহাৰ ॥

কতো দূৰে থাকিয়া দেখিল হনুমন্তে ।
লাম্ফ দিয়া স্তম্ভক ধৰিলা বাম হাতে ॥
বাম হাতে স্তম্ভগোট থাপদি ধৰিয়া ।
কৰ্ণত পিন্ধিলা হনু ফুটিযে কৰিয়া ॥

ৰামে বোলে ধন্য ধন্য বীৰ হনুমান ।
সকল সৈন্যৰ তুমি দিলা প্ৰাণ দান ॥
হনু বোলে তযু আজ্ঞা ধৰি আছো শিৰে ।
তযু কৃপা নভৈলে কি ধৰিবাক পাৰে ॥

হৰিষ ভৈলন্ত ৰাম সুগ্ৰীব বানৰ ।
হনুক প্ৰসাদ ৰামে দিলেক অপাৰ ॥
অঙ্গদে পঠাইলা স্তম্ভ তোমাৰ গোচৰে ।
মণ্ডপৰ ঘৰ বীৰে দেখিলা উপৰে ॥

মণ্ডপৰ কাছে বীৰ গৈলা এক জাম্পে ।
লঙ্কাৰ নগৰীখান তৰতৰি কাম্পে ॥
সুবৰ্ণ মণ্ডপখান মাথে তুলি লৈলা ।
ৰাম লক্ষ্মণৰ পাশ শীঘ্ৰ গৈয়া পাইলা ॥

মণ্ডপক ভেণ্টি বীৰে নমিলা চৰণ ।
দেখিয়া হৰিষ ভৈলা শ্ৰীৰাম লক্ষ্মণ ॥
কনকৰ মালা দিয়া কৰিলা আশ্বাস ।
সকল সেনায়ে কৰে অঙ্গদক প্ৰশংসা ॥

কৃত্তিবাস পণ্ডিতৰ কবিতা সুচাৰ।
লঙ্কাকাণ্ড ৰচিলা অঙ্গদ ৰায়বৰ॥
শুনা সমাজিক সবে এড়া আন কাম।
জনম সাফল হৌক বোলা ৰাম ৰাম॥

---

# ৰুদ্ৰ ৰাম কবিৰ।

## নীতি ৰত্ন।

সুমেধা বদতি শুনা সভাসদ যত।
আত অনন্তৰে কবি বৰাহ নামত ॥
ৰাজাক সম্মুখি হেন বাক্য বুলিলন্ত।
শুনা বিক্ৰমাদিত্য নৃপতি মহাসন্ত ॥

পৃথিবীত হাস্যাস্পদ বোলে যিতো কথা।
তাহাৰ কাহিনী কহো শুনিয়ো সৰ্ব্বথা ॥
যদি বিচাৰন্ত জন থাকয় সভাত।
কাহাৰো অপক্ষ হৱে কাৰো পক্ষপাত ॥

পৃথিবীত হাস্যাস্পদ নাহি তাত পৰ।
ধিক বিচাৰন্ত নাম জীৱন তাহাৰ ॥
যিতো জন বিচাৰন্ত হোৱে আতিশয়।
সমস্ততে সমভাৱে থাকিবে লাগয় ॥

তাৰ শত্ৰু মিত্ৰ কেহো নাহি পৃথিবীত।
প্ৰৱৰ্ত্তিব সমস্ততে সম কৰি চিত ॥
যদি সিতো বিচাৰন্ত পক্ষপাত হয়।
তাকো হাস্যাস্পদ বুলি জানিবা নিশ্চয় ॥

যিতোজন মান্যৱন্ত হোৱে আতিশয়।
পৰৰ মতিয়ে যদি সৰ্ব্বত্ৰে চলয় ॥
সামান্যৰ বাক্যে যদি চলয় সদাই।
তাকো হাস্যাস্পদ বুলি জানা মহাৰাই ॥

মান্যৱন্ত জন ভৈলে উত্তম কথাত।
আপোন মতিয়ে প্ৰৱৰ্ত্তিব লাগে তাত ॥
যদি সিতো মান্যৱন্ত সামান্যৰ ৰাক্যে।
তাহান আদেশে যদি সদা চলি থাকে ॥

তাহাৰ কহিলোঁ কাল নিকট চাপই ;
নিষ্টে এবে কহিলোঁ জানিবা মহাৰাই ॥
পূৰ্ব্বে এক হস্তী এবে আছিল বনত।
অধম শৃগাল বাক্যে চলি ভৈলা হত ॥

এতেকে উত্তম জন অধম বাক্যত।
যদি চলে জানিবাহা সিতো ভৈল হত ॥
শুনি বিক্ৰমাদিত্য নৃপতি মহাসন্ত।
কৰযোৰ কৰি কথা কবিত সোধন্ত ॥

কেন মতে শৃগালে হস্তীক কৈলা হত।
ইসব কথাক কৈয়ো আমাৰ আগত ॥
পৰম গম্ভীৰ গজৰাজ বলৱন্ত।
ক্ষুদ্ৰ জন্তু শৃগাল কিমতে মাৰিলন্ত ॥

ইসব কথাক কহি ছেদিয়ো সংশয়।
হেন শুনি অনন্তৰে কবি মহাশয় ॥
পৰম আনন্দে আতি হৰষিত ভৈলা।
ৰাজাক প্ৰশংসি কথা কহিবাক লৈলা ॥

বৰাহ বদতি শুনিয়োক মহীপাল।
যেন মতে মাতঙ্গক মাৰিলা শৃগাল ॥
তাহাৰ কাহিনী কহো শুনা নৰেশ্বৰ।
এহি বুলি কহিবে লাগিলা কবিবৰ ॥

আছিল তিলক কুঞ্জ নামে হস্তী এক।
এক যুথ শৃগালে তাহাক্ক দেখিলেক ॥
হেন দেখি জম্বুকে গুণয় মনে মনে।
কেন মতে আৰ মাংস কৰিবো গ্ৰহণ ॥

আমি অল্প জন্তু গজ মহা বলীয়াৰ।
কেন মতে মাৰি আমি মাংস খাইবো তাৰ॥
তাৰ মধ্যে এক জন আছে বুদ্ধিমন্ত।
জ্ঞাতিক সম্মুখি হেন বাক্য বুলিলন্ত॥

শুনিয়োক জ্ঞাতি সব মোহোৰ বচন।
বুদ্ধি কৰি মাংস খাইবে পাৰো এতিক্ষণ॥
বলে যুদ্ধে নোহো আমি হস্তীৰ সমান।
কিন্তু বুদ্ধি কৰি তাৰ লৈবে পাৰো প্ৰাণ॥

পূৰ্ব্বে এক মাৰ্জাৰে কৰিয়া বুদ্ধি আতি।
গৃধ্ৰ বিহঙ্গৰ খাইলে যতেক গিয়াতি॥
আকে জানি শুনিয়োক যত জ্ঞাতিগণ।
বুদ্ধি কৰি হস্তী মাংস কৰিবো ভক্ষণ॥

অনন্তৰে হেন শুনি যতেক জম্বুকে।
কৰযোৰ কৰি কথা সোধন্ত উৎসুকে॥
কোন স্থানে আছিলেক গৃধ্ৰ পক্ষীগণ।
কি মতে মাৰ্জ্জাৰে তাক কৰিলা ভক্ষণ॥

ইসক কথাক আবে কহিয়ো আমাত।
এহি বুলি সোধে কথা কৰি প্ৰণিপাত॥
শুনিয়ো জম্বুক হেন মহা বুদ্ধিমন্ত।
জ্ঞাতিক সম্মুখি হেন বাক্য বুলিলন্ত॥

শুনিয়োক জ্ঞাতি সব আমাৰ বচন।
যিমতে মাৰ্জ্জাৰে খাইলে গৃধ্ৰ পক্ষীগণ॥
তাহাৰ কাহিনী কহো শুনিয়ো সম্প্ৰতি।
এহি বুলি কহিবে লাগিলা মহামতি॥

চিত্ৰকুট পৰ্ব্বতে আছিল বট বৃক্ষ।
তাত গৃধ্ৰে বাসা কৰিছিলে লক্ষ লক্ষ॥
কৃপকৰ্ণ নামে এক আছে মুখ্য গৃধ্ৰ।
পৰম অন্ধক সিতো গাৱ ভৈল বৃদ্ধ॥

আহাৰ খাইবাক তাৰ গাৰে শক্তি নাই।
সেহি বট বৃক্ষে সিতো বঞ্চিয়া থাকয় ॥
আনো গৃধ্রে আহাৰ খাইবাক লাগি যাই।
জ্ঞাতিৰ শিশুক সিতো ৰাখিয়া থাকই ॥

যেহি বেলা হোৱে গৈয়া সূৰ্য্য অস্তঙ্গত।
সেহি বেলা গৃধ্র পক্ষী আসয় তাৱত ॥
কৃপকৰ্ণ অন্ধকক প্ৰতি গাৱে গাৱে।
আহাৰ দিৱয় সিতো মহানন্দে খাৱে ॥

এহি মতে বট বৃক্ষে কতো কাল আছে।
শুনা আত অনন্তৰে যেন ভৈলা পাছে ॥
দীৰ্ঘকৰ্ণ নামে এক মাৰ্জাৰ আছয়।
পৰম আনন্দে সিতো বনত ভ্ৰময় ॥

একদিনা চিত্ৰকুট গিৰিক লভিলা।
তাহাৰ ওপৰে বট বৃক্ষক দেখিলা ॥
বৃক্ষৰ ওপৰে দেখি পক্ষীৰ নিবাস।
দেখি মাৰ্জ্জাৰৰ হেন উপজিল শাষ ॥

মনে বোলে কোন বিধি মিলাইলেক আনি
এহি বুলি হৰিষে বুলিবে লৈলা বাণী ॥
ধন্য ধন্য আজি মোৰ কিনো মহাভাগ।
শিশু চটক আজি খাইবে পাইলোঁ লাগ ॥

কোমল মাংসক আজি ভোজন কৰিবোঁ।
উদৰ ভৰিয়া খাই তৃপিতি লভিবোঁ ॥
এহি বুলি বিড়ালে হৰিষ আতি কৰি।
জাম্প মাৰি উঠিলন্ত বৃক্ষৰ উপৰি ॥

কৃপকৰ্ণ আছে হেন মনে নজানয়।
মহা হৰ্ষে শিশু পক্ষী খাইবাক চলয় ॥
দেখি গৃধ্র বিহঙ্গৰ শিশু পক্ষীচয়।
মাৰ্জাৰক দেখি ভয়ে আতাস পাৰয় ॥

পক্ষী সকলৰ ৰাৱ শুনি কৃপকৰ্ণ।
মহা দুঃখে ভৈল তাৰ বিবৰ্ণ বদন ॥
মনে বোলে কোন আসি আছে মোৰ স্থান
জানো শিশু চটকৰ লয়ে আজি প্ৰাণ ॥

কেন মতে ৰাখোঁ আজি জ্ঞাতি শিশুগণ।
এহি বুলি দম্ভ কৰি বুলিলা বচন ॥
হাওঁৰে পাপীষ্ঠ কোন আসিছ ইথান।
ঝাণ্ট কৰি মোক আবে দেস সমিধান ॥

কত কাল বঞ্চি আছোঁ এহি বৃক্ষডালে।
কোন জন লোকে নেদেখিলে এতকালে ॥
আজি কৈৰ পৰা আসি আছ কোন স্থান।
কি কামে আসিছ আবে কহিয়ো কাৰণ ॥

কিবা নাম তোহোৰ থাকস কোন স্থানে।
শিশু চটকক দৰুৱাস কি কাৰণে ॥
মই আছোঁ বুলি এবে জনা নাই তই।
ক্ষণিতেকে ৰহ আজি প্ৰাণ লৈবোঁ মই ॥

শৰীৰৰ মাংস নখে বখালি পেলাইবোঁ।
ঠোঁঠে খুটি আজি তোৰ অগ্ৰ মাংস খাইবোঁ ॥
কোন বিধি তোক আজি আনিয়া মিলাইল।
নিশ্চয়ে জানিবি আজি তোক কালে পাইল ॥

এহি বুলি কৃপকৰ্ণে গৰ্জ্জিবাক লৈলা।
হেন দেখি মাৰ্জ্জাৰৰ ধাতু উৰি গৈলা ॥
হাঁ বিধি কোন কামে ইথানে আসিলোঁ।
বৃদ্ধ শকুনৰ হাতে বিপাক্কে পৰিলোঁ ॥

কোন কাম কৰো আজি যাইবো কোন স্থান।
বৃদ্ধ গৃধ্ৰ হস্তে কেন মতে ৰাখোঁ প্ৰাণ ॥
শিশু চটকৰ মাংস আইলোঁ ভুঞ্জিবাক।
আছোক খাইবাক মাংস নাশিলোঁ প্ৰাণক ॥

হৰি হৰি আজি মোৰ বিধি বাম ভৈলা।
লাভক চাহন্তে আজি মূলনাথ ভৈল ॥
কেন মতে শকুনৰ হাতে ৰক্ষা পাইবোঁ।
কিমতে প্ৰাণক ৰাখি ইথানৰ যাইবোঁ ॥

গুণিয়া গান্থিয়া একো নপাইলোঁ তৰণ।
নিশ্চয়ে জানিলোঁ আজি মিলিল মৰণ ॥
এহি বুলি অসন্তোষ মনত কৰয়।
অন্ধক শকুন বুলি সিতো নজানয় ॥

চক্ষু আছে হেন বোধ মনত তাহাৰ।
কৈক লাগি যাইবোঁ বুলি কৰে হাহাকাৰ ॥
মনত ভাবয় সিতো দৃঢ় কৰি চিত্ত।
জানিলো মৰণ আজি ভৈল সন্নিহিত ॥

কিন্তু বুদ্ধি চাটু কৰি এৰাইবাক পাৰি।
আন মতে কোন কালে এৰাইবে নপাৰি ॥
এহি বুলি চাটু কৰি বুলিলেক বাক।
শুনা পক্ষীৰাজ ক্ৰোধ এৰিয়ো আমাক ॥

না জানি সুগুণি কেনে খঙ্গ কৰা মোক।
মোৰ আগমন কহো আবে শুনিয়োক ॥
তুমি মহা বলৱন্ত আমি অল্প জন।
মোক বধিবাৰ তযু নাহিকে কাৰণ ॥

মোৰ সম সহস্ৰেক নোহো তযু সম।
অনেক দিনৰ বৃদ্ধ পক্ষীতো উত্তম ॥
আমাক মাৰিয়া তুমি পাইবা কোন যশ
কিঙ্কৰৰো কিঙ্কৰ দাসৰো তযু দাস ॥

ক্ষমা কৰা অপৰাধ নহৈবাহা ৰুষ্ট।
প্ৰণামোহো গৃধ্ৰ পক্ষীৰাজ হুয়ো তুষ্ট ॥
দণ্ডৱতে পৰি হেৰা কৰো নমস্কাৰ।
কহো নিবেদন কথা শুনিয়ো আমাৰ ॥

তযু ক্রোধ দেখি কৈবে সাহ নাহি মোৰ
ৰাগ সম্বৰিয়ো হেৰা কৰো হাতযোৰ ॥
বিশেষত অতিথি আসিছে তযু ঘৰে।
অতিথি শুশ্রূষা এবে সৰ্ব্বজনে কৰে ॥

অতিথি যাহাৰ গৃহে হোৱে আগমন।
পঞ্চামৃতে কৰাইবাক লাগয় ভোজন ॥
অনেক প্রকাৰে সেৱা শুশ্রূষা কৰিব।
দেৱতা বুলিয়া অতিথিক উপাশিব ॥

অতিথি গৃহস্থ ঘৰে কৰে উপবাস।
সিজন গৃহস্থ জানা হৱে সৰ্ব্বনাশ ॥
ভোজন কৰাইতে যদি হোৱে অসমৰ্থ।
তৃণ জল দিয়া সিতো সুধিবে যথাৰ্থ ॥

যদি গৃহস্থৰ হীন হৱে তৃণ জল।
তেবে বাক্যে শুশ্রূষা কৰিবে মহাবল ॥
ইহাকো নকৰি যদি অতিথি হিংসয়।
সৰ্ব্বনাশ হৱে সিতো শাস্ত্রে কহিছয় ॥

তেহ্নয় অতিথি আসি আছো তযু ঘৰে।
শুশ্রূষা নকৰি মোক ৰাগ কৰা বৰ ॥
শাস্ত্রৰ উচিত ইতো মুহি পক্ষীৰাজ।
ইতো কথা শুনন্তে লাগয় বৰ লাজ ॥

আউৰ এক শাস্ত্রৰ শুনিয়ো পটন্তৰ।
বহ্নিসে জানিবা গুৰু ব্রাহ্মণ সবৰ ॥
পৃথিবীত যত্ত বৰ্ণ মনুষ্য আছয়।
সবাৰো ব্রাহ্মণে গুৰু শাস্ত্রে কহিছয় ॥

স্ত্রীৰ স্বামীসে গুৰু কৈলো স্বৰূপত।
সমস্তৰে গুৰু জানিবাহা অভ্যাগত ॥
হেন অভ্যাগত আসি আছোঁ তব স্থান।
কৰিবাক লাগে তুমি মোক সম্মান ॥

তুমি দেখোঁ মোক লাগি ক্রুদ্ধ বিপৰীত।
শাস্ত্রৰ সম্মত ইকি হোৱে যথোচিত॥
আকে জানি ৰাগ তুমি কৰা সম্বৰণ।
শুনিয়োক কহো এবে মোৰ আগমন॥

গঙ্গাতীৰে নিবাস মাৰ্জ্জাৰ বংশে জাত।
দীৰ্ঘকৰ্ণ নাম মোৰ জগতে প্রখ্যাত॥
যেতিক্ষণে মাৰ্জ্জাৰ বুলিয়া সিতো কৈলা।
পুনৰপি গৃধ্র পক্ষী গৰ্জ্জিবাক লৈলা॥

পৰম আতোপে সিতো পখাছাট মাৰি।
দম্ভ কৰি বাক্য বোলে মাথাক ঝঙ্কাৰি॥
হাওৰে পাপীষ্ঠ নষ্ট অধম দুৰ্জ্জন।
মোৰ স্থান হন্তে তই চল এতিক্ষণ॥

জানিলোহো আজি তোৰ বিধি ভৈল বাম।
আজি তোৰ নিমাইবেক দীৰ্ঘকৰ্ণ নাম॥
কুপিত সিংহৰ লাঙ্গে ধৰিবাক চাস।
কংশাল সৰ্পক আসি তই ঝোঙ্কাৰস॥

কালে তোক গ্রাসিলে গৰল বিষ খাস।
হুইতো তই নও গোড়ে বৰ আতো পাশ॥
আজি তোৰ বিধি আসি মিলাইল বিষম॥
জানিলো তোহৰ পাত মনছিল যম॥

খণ্ড খণ্ড কৰিবোহো পখাৰ প্রতাপে।
মোৰ আগে এৰাই আজি যাইবি কাৰ বাপে॥
নখে বখালিয়া চৰ্ম্ম খণ্ড খণ্ড কৈবো।
ঠোঠে খুটিয়াই তোৰ আজি প্রাণ লৈবো॥

কি কামে আসিলি তই মোহোৰ স্থানক।
জানিলোঁ খাইবাক আইলি শিশু চটকক॥
তাৰ প্রতিফল আজি পাইবিহি মাৰ্জ্জাৰ।
চেঙ্গেলি পৰিল আসি হাতত বুঢ়াৰ॥

বিশেষত তোৰ মোৰ চিনা জনা নাই।
নোহ কুটুম্বিত ইষ্ট মিত্র বাপ ভাই॥
তই পশু মই পক্ষী কিসৰ সম্বন্ধ।
ইথানক তই আসিলিহি কোন গন্ধ॥

ভক্ষ্য ভক্ষকৰ কৈত মিত্ৰৰতি আছে।
আগে মিত্র কৰি তাৰ মাংস খাই পাছে॥
এহি দুইৰ কোন কালে নাহিকে বিশ্বাস।
যাক যৈতে পাৰে ছলে বলে কৰে নাশ॥

তই মোৰ স্থানে কিয় আসিলি দুৰ্জ্জন।
জানিলো আসিলি শিশু পক্ষী খাইবে মন॥
যাৰ বাপ মাৰ ঘৰ বাড়ী নেদেখয়।
ইষ্ট মিত্র আদি চিনা জনা নাহিকয়॥

যাৰ ভাই বংশ আদি গোষ্ঠী নিচিনয়।
শাস্ত্রে কহি আছে সেই মিত্র যোগ্য নয়॥
আছোক কৰিব মিত্র থানক নেদিব।
তাহাৰ সহিতে একে স্থানে নথাকিব॥

এহি বুলি মহাক্রোধ কৰিয়া গৰ্জ্জন্ত।
হেন দেখি দীৰ্ঘকৰ্ণ মনত গুণন্ত॥
কেন মতে প্রাণ ৰাখোঁ গৃধ্রৰ হাতত।
এহি বুলি শকুনক মাতিল তাৰত॥

শুনিয়োক পক্ষীৰাজ আমাৰ বচন।
মই দাস প্রতি ৰাগ কৰা সম্বৰণ॥
মহা ক্ষেমাৱন্ত তুমি পুৰুষ মহন্ত।
মই অধমৰ দোষ ক্ষমিবে লাগন্ত॥

কোন নো দুঃসহ আছে ক্ষমী পুৰুষৰ।
কোন নো অকাৰ্য্য আছে দুৰ্জ্জন জনৰ॥
নেদো হেন কোন বস্তু আছয় দাতাৰ।
কোন তাৰতম্য সম দৃষ্টি আছে যাৰ॥

এতেকে আমাৰ দোষ ক্ষমিবে লাগয়।
মহন্ত সবৰ ক্ষমা ভূষণ হোৱয়॥
যিতো কহি আছা চিনা জনা নাহিকয়।
ইষ্ট মিত্র বন্ধু বর্গ একো নালাগায়॥

ইকথা যথার্থ হোৱে জানিবা নিশ্চয়।
কিন্তু যি কাৰণে আইলোঁ শুনা মহাশয়॥
গঙ্গাৰ তীৰত চান্দ্রায়ণ ব্রত ধৰি।
নিৰাহাৰ হুয়া আছিলোহো তপ কৰি॥

মৎস্য মাংস তেজি তিনি পক্ষ তপ কৈলোঁ।
ঋষিত স্থুধিবে জ্ঞান মই পাছে গৈলোঁ॥
মঙ্গা তীৰে এক ঋষি আছে তপ কৰি।
তৈতে জ্ঞান স্থধিবাক গৈলেহোঁ লৰৱি॥

হেন শুনি ঋষি পাছে দিলা সমিধান।
মই তোৰ আগে কিবা কহিবোহো জ্ঞান॥
চিত্রকুট পর্ব্বতে আছয় বটবৃক্ষ।
তাতে গৃধ্র বিহঙ্গ আছয় লক্ষ লক্ষ॥

তাৰ মধ্যে এক বৃদ্ধ শকুন আছয়।
সেহি বহুতৰ নীতি জ্ঞানক জানয়॥
সেহিসে তোহোৰ যত ছেদিবে সংশয়।
যেহি জ্ঞান শোধ তোত কহিবে নিশ্চয়॥

অনেক দিনৰ বৃদ্ধ অনেক জ্ঞানক।
জানয় বহুত সিতো পঢ়িছে শাস্ত্রক॥
হেন শুনি মোৰ মনে আনন্দ লভিয়া।
এহি পর্ব্বতক লাগি আসিলোঁ লৰিয়া॥

কোনবা জন্মৰ মোৰ আছে মহাভাগ।
তোমাক স্থুধিবে জ্ঞান মই পাইলোঁ লাগ॥
এতেকে তোমাৰ পাৱে পশিলোঁ শৰণ।
কপট কৰিয়া সিতো কৰয় ক্রন্দন॥

কৰিয়োক পক্ষীৰাজ মোহোৰ কৈল্যাণ।
লভিলোঁ তোমাক গুৰু কৈয়োঁ মোত জ্ঞান॥
এহিবুলি স্তুতি নতি কৰিলা বিস্তৰ।
তাক নেলেখিলোঁ পদ বাহুল্যক ডৰ॥

অনেক কার্পূণ্য কৰি কপটে কান্দিলা।
দেখি গৃধ্র শকুনৰ দায়া সম্পজিলা॥
অনেক সাদৰ কৰি তাহাক ৰাখিল।
বিশ্বাস কৰিয়া বৃক্ষ কোটৰত থৈল॥

অন্য পক্ষী দেখে বুলি মহা যত্ন কৰি।
লুকায়া ৰাখন্ত বৃক্ষ কোটৰত ভৰি॥
এহিমতে কতিপয় দিনত ৰাখিল।
অন্ধক বুলিয়া গৃধ্র মার্জাৰে জানিল॥

গৃধ্রৰ নাহিকে চক্ষু কি কৰিবে মোক।
চলি যাইবো মই হৃদয়ত দিয়া শোক॥
এহি বুলি মনে আছিলেক ছেগ চাই।
এক দিনা শিশু পক্ষী পেলাইলেক খাই॥

যতেক আছিল শিশু চটক সমস্ত।
খায়া অস্থি নখ পখা থৈল কোটৰত॥
পৰম আনন্দে সিতো নিজ থানে গৈলা।
গধূলিকা বেলা পক্ষী বৃক্ষক আসিলা॥

শিশু পক্ষী নেদেখিয়া কান্দিলা শোকত।
অস্থি নখ পখা পাইল বৃক্ষ কোটৰত॥
সবে বোলে অন্ধক শকুনে মাৰি খাইল।
এহি বুলি সবে মাৰিবাক মনে ধাইল॥

সবে পক্ষীগণে বেঢ়ি খুটিবাক লৈল।
অন্ধক শকুন মৰি যমপুৰে গৈল॥
এহি মতে মার্জ্জাৰে গৃধ্রক মাৰি খাইল।
পৰম আনন্দে সিতো গৃহত থাকিল॥

এহি হেতু জ্ঞাতিগণ আমি বুদ্ধি কৰোঁ।
এতিক্ষণে মাতঙ্গৰ মাংস খাইবে পাৰোঁ॥
এক গৃহস্থৰ এক ইক্ষু বন আছে।
মহা পঙ্কে সৰোবৰ আছে তাৰ কাছে॥

তাহাত পেলাইয়া আমি হস্তীক মাৰিবোঁ।
মহানন্দে মাংস খাই তৃপতি লভিবোঁ॥
বৰাহ বদতি শুনিয়োক মহীপাল।
এহি বুলি হস্তীপাশে গৈলেক শৃগাল॥

মহা অৰণ্যত হস্তী আনন্দে আছন্ত।
সমস্তে শৃগালে গৈয়া তাঙ্ক দেখিলন্ত॥
দূৰতে দেখিয়া সেৱে দণ্ডৱতে পৰি।
প্ৰণাম কৰিলা সবে কৰযোৰ কৰি॥

বহু স্তুতি নতি কৰি বুলিলা বচন।
নমো নমো গজৰাজ হুয়োক প্ৰসন্ন॥
দেখিয়া তিলক কুঞ্জ হস্তী মহামতি।
শৃগাল যূথক বাক্য বুলিলা সম্প্ৰতি॥

কি কাৰণে শৃগাল আসিলি মোৰ স্থান।
ঝাণ্ট কৰি মোক এবে দেস সমিধান॥
মাতঙ্গৰ হেন বাক্য শুনিয়া জম্বুকে।
প্ৰণাম কৰিয়া বাক্য বুলিলা কৌতুকে॥

শুনিয়োক গজৰাজ আমাৰ বচন।
এক গৃহস্থৰ এক আছে ইক্ষু বন॥
পৰম কোমল ইক্ষু স্বাদ অতি বৰ।
তৃষায়ে আতুৰ ভৈলোঁ যায় কলেবৰ॥

আপুনি ভুঞ্জিয়ো গৈয়া আমাক ভুঞ্জাওঁ।
আমি দাস সকলৰ তৃপিতি সাধিয়ো॥
আমাৰ নাহিকে সাহ খাইবে মধুবন।
এহি হেতু তযু পাৱে পশিলোঁ শৰণ॥

চলিয়োক গজৰাজ কৰো নমস্কাৰ।
তুমি বিনে মন কোনে পূৰিবে আমাৰ ॥
তুমি সে আমাৰ পতি নমো গজৰাজ।
আমি দাস সকলৰ সাধিয়োক কায ॥

হেন শুনি গজৰাজ বুলিলা বচন।
কেন মতে মই ভুঞ্জাইবোহোঁ ইক্ষুবন ॥
ক্ষুদ্ৰ জন্তু তই তৃণে থাকিবি লুকাই।
মহাৰণ্যে মোৰ কায় লুকান নযাই ॥

কি জানি গৃহস্থে বেঢ়ি ধৰয় আমাক।
পাছে মই কি কৰিবো কহিয়ো তাহাক ॥
শুনিয়া শৃগালে বাক্য বুলিলা সম্প্ৰতি।
তাহাৰ উপায় আছে শুনা মহামতি ॥

যদি বা গৃহস্থে খেদি আসয় তোমাক।
আছে এক উপায় শুনিয়ো আবে তাক ॥
আগ হৈবো আমি তুমি চলিবা পাচত।
গৈয়া পশিবোহো আমি মহাকাননত ॥

তেবে কেনে গৃহস্থে তোমাক খেদি পাইব।
খেদিয়া নপায়া সিতো গৃহে চলি যাইব ॥
হেন শুনি মাতঙ্গ চলিলা মহাৰঙ্গে।
শৃগাল যূথক আবে লগ লৈলা সঙ্গে ॥

কতো বেলি পাইলা গৈয়া সেহি মধুবন।
হস্তীৰ নিকট আসি চাপিল মৰণ ॥
বৰাহ বদতি শুনিয়োক নৰপতি।
পাছে ইক্ষু বনে পশিলেক মহামতি ॥

মৰমৰি কৰি ভাঙ্গি দেন্ত মহাবল।
পৰম আনন্দে ভুঞ্জে শৃগাল সকল ॥
আপুনিয়ো হৰিষে ভুঞ্জন্ত ৰঙ্গ মনে।
শুনিয়া গৃহস্থে খেদি আইল তেতিক্ষণে ॥

ধৰ মাৰ বুলি সবে পৰম আতোপে।
হস্তীক খেদিবে লাগি যাই একযোপে॥
দেখিয়া তিলক কুঞ্জ হস্তী ভয় ভৈলা।
কিবা কৰিবোহো বুলি সুধিবাক লৈলা॥

ঝাণ্টে মোক শৃগাল দিয়োক সমিধান।
কোন কৰ্ম্ম কৰোঁ! আবে যাইবো কোন স্থান॥
হেন শুনি শৃগালে বোলয় ৰঙ্গ মনে।
আমাৰ পাচত তুমি আসিয়ো এখনে॥

আমি যৈক হাওঁ তুমি পাচত চলিবা।
তেবে অবিলম্বে মহাৰণ্যত পশিবা॥
শীঘ্রে আমাসাৰ পাছে আসিয়ো চলিয়া।
কিমতে গৃহস্থে পাইব আমাক খেদিয়া॥

এহি বুলি শৃগালেও দিলে পাছে লৰ।
তাহাৰ পাচত হস্তী দিলেক লৰৰ॥
আগ ভৈল শৃগাল পাচত হস্তী ধাই।
ধৰ মাৰ বুলিয়া গৃহস্থে খেদি যাই॥

এহিমতে গৈয়া সৰোবৰক লভিলা।
পঙ্কৰ ওপৰে পাছে শৃগাল চলিলা॥
ক্ষুদ্র জন্তু পঙ্কে সিতো লৰৰিয়া যাই।
মহাভয়ে হস্তী তাৰ পাছে গৈলা ধাই॥

দুৰ্ঘোৰ পঙ্কত আতি মহাবেগে পড়ি।
ওলাইবে নোৱাৰে হস্তী লৰচৰ কৰি॥
সেহি বেলা পাইলা লোকে ধৰ মাৰ কৰি।
দেখিলা হস্তীয়ে মহা পঙ্কে আছে পৰি॥

হেন দেখি লোকে আতি মহাৰঙ্গ কৰি।
খুঞ্চি কাটি হস্তীক পেলাইলা সবে মাৰি॥
দশন কাঢ়িয়া লৈয়া গৃহে চলি গৈলা।
মাতঙ্গ মৰিয়া যমপুৰে বাসা লৈলা॥

দেখিয়া শৃগাল যূথ ভৈল ৰঙ্গ মন।
মহাহৰ্ষে হস্তী মাংস কৰিলা গ্ৰহণ॥
ভুঞ্জিয়া শৃগালে আতি তৃপিতি লভিল।
পৰম আনন্দে সিতো বনত ৰহিল॥

এহি হেতু তযু আগে কৈলোঁ নৰেশ্বৰ।
শৃগালৰ বোলে হত ভৈলা গজবৰ॥
এতেকে যি জন আতি উত্তম হোৱয়।
অধমৰ বাক্যে চলিবাক যোগ্য নয়॥

যদি সিতো সৰ্ব্বদায়ে চলিয়া থাকয়।
তাতো হাস্যাস্পদ বুলি জানা মহাশয়॥
কিন্তু তাৰ মৃত্যু পাশ চাপয় সত্বৰে।
শুনিয়োক কথা যেন আত অনন্তৰে॥

যিতোজন দৰিদ্ৰ হোৱয় আতিশয়।
যদি সিতোজন গৃহী দৰিদ্ৰ হোৱয়॥
তাকো হাস্যাস্পদ বুলি জনিবা নৃপতি।
নিষ্টে এবে কহিলো বুজিবা মহামতি॥

আউৰ আঢ্যৱন্ত যিতো সম্পত্তি হোৱয়।
যদি সিতো কৃপণ স্বভাৱে প্ৰবৰ্ত্তয়॥
কহিলোহো এবে পৃথিবীৰ মধ্যে সাৰ।
তাত পৰে হাস্যাস্পদ কিবা আছে আৰ॥

যিতো জন সুখী ভোগী পুৰুষ হোৱোয়।
পৰত বশ্যক হৈয়া সদায়ে থাকয়॥
জানিবাহা নৰেশ্বৰ অবনী ভিতৰে।
নাহিকয় একো হাস্যাস্পদ তাত পৰে॥

যাৰ গাৱে জৰা ৰোগ প্ৰবেশ হোৱয়।
যদি সিতো তীৰ্থ গুৰু নকৰে আশ্ৰয়॥
গুৰুভক্তি অতিথি শুশ্ৰূষা নকৰয়।
তাকো হাস্যাস্পদ বুলি জানা মহাশয়॥

যিতো জন পৃথিবীত নৰেশ্বৰ হয় ।
দুষ্ট মন্ত্রী সঙ্গে যদি সদা প্রবর্ত্তয় ॥
তাহাৰ ৰাজ্যৰ একোকালে নাহি ভাল ।
তাকো হাস্যাস্পদ বুলি জানা মহীপাল ॥

উত্তম কুলত যদি হোৱয় ব্রাহ্মণ ।
যদি সিতো মহামুর্খ হোৱয় দুর্জ্জন ॥
বেদ পাঠ আদি সৎকর্ম্মক নকৰে ।
ক্ষিতি মধ্যে হাস্যাস্পদ নাহি তাত পৰে ॥

যিতো জন পুৰুষ হোৱয় স্ত্রীজিত ।
ভার্য্যাৰ বচন পালি থাকে প্রতিনিত ॥
জানিবাহা নৰেশ্বৰ ধৰিত্রী মধ্যত ।
আত পৰে হাস্যাস্পদ নাহি জগতত ॥

পূর্ব্বে এক স্ত্রীজিত ব্রাহ্মণ আছিল ।
ভার্য্যাৰ বচনে সিতো মৰিবে চলিল ॥
চিতাত উঠিলা গৈয়া নাশিবাক প্রাণ ।
এক গোটা ছাগে তাৰ দিলা জীৱ দান ॥

তেহুয় অবস্থা স্ত্রীজিত পুৰুষৰ ।
হেন শুনি বিক্রম আদিত্য নৃপবৰ ॥
কবিত শোধন্ত কথা কৰি কৰযোৰ ।
শুনা কবিবৰ শঙ্কা ছেদিয়োক মোৰ ॥

কিমতে ব্রাহ্মণ তান পত্নিৰ বচনে ।
কি কাৰণে গৈল এবে মৰিবাক মনে ॥
কিমতে বিপ্রৰ প্রাণ ৰাখিলন্ত ছাগে ।
ইসব কথাক আবে কৈয়ো মোৰ আগে ॥

তযু মুখে কথামৃত শুনিয়া শ্রৱণে ।
ক্ষুধা তৃষা আদি একো দুঃখ নাই মনে ॥
সুমেধা বদতি শুনা সভাসদ চয় ।
বৰাহ কবিয়ে শুনি ৰাজাৰ সংশয় ॥

পৰম আনন্দে আতি মন মগ্ন ভৈলা।
ৰাজাৰ প্ৰশ্নৰ কথা কহিবাক লৈলা॥
বৰাহ বদতি শুনিয়োক নৃপবৰ।
পৰম দৰিদ্ৰ এক আছিলেক নৰ॥

ধন অৰ্থ একো ঘৰ বাৰি নাহিকয়।
ভিক্ষা কৰি আনি সিতো সদা প্ৰবৰ্ত্তয়॥
বিবাহ কৰাইবে লাগি কন্যাক নপাইল।
একজনে নিয়া ঘৰজামাতা চপাইল॥

তাৰ একজন পুত্ৰ ভৈল প্ৰথমত।
তাকো একজনে নিয়া চপাইলা ঘৰত॥
তাহাৰ তনয় এক ভৈল অনন্তৰে।
তাকো ঘৰজিয়া কৰি নিলে এক ঘৰে॥

ধনে জনে আঢ্যৱন্ত ভৈল সিতো পাছে।
এক ক্ষুদ্ৰ আলি বান্ধিলন্ত তাৰ কাছে॥
সেহি আলি মধ্যে এক শৱ পৰি আছে।
নাখৱায় গৃধ্ৰে বেঢ়ি গৈল তাৰ কাছে॥

সেহি আলি উঠি এক বিপ্ৰ চলি যাই।
গৃধ্ৰে মাতিলন্ত দেখি তাৰ মুখ চাই॥
আমাৰ বচন শুনিয়োক দ্বিজবৰ।
শৱ গোট কৰি দিয়ো আলিৰ অন্তৰ॥

হেন শুনি বিপ্ৰে তাঙ্ক বুলিলা বচন।
আমাৰ বচন শুনা গৃধ্ৰ পক্ষীগণ॥
শৱ গোট দিবো মই কৰিয়া অন্তৰ।
মোক কিবা দিবি এবে কহিয়ো সত্বৰ॥

হেন শুনি গৃধ্ৰ পক্ষী বুলিলা বচন।
আমাৰ বচন এবে শুনিয়ো ব্ৰাহ্মণ॥
অমাতৰ মাত আমি কহিবো তোমাত।
শুনি বিপ্ৰে স্বৰ্গ যেন পাইলা মেলি হাত॥

গৃধ্ৰৰ বচন দ্বিজে ৰঙ্গ মনে গুণি।
হাতে ধৰি শৰ গোট পেলাইলা আপুনি ॥
কহিলন্ত আমাতৰ মাত পক্ষীগণ।
ইতো কথা আন আগে নকৈবা ব্ৰাহ্মণ ॥

কহা যেবে তেতিক্ষণে মিলিবে মৰণ।
একো কালে তোৰ আৰ নাহিকে তৰণ ॥
পৰুৱা পিম্পৰা পশু পক্ষী আদি যত।
সবাৰো মাতক পক্ষী কৈলা ব্ৰাহ্মণত ॥

সবাৰো মাতক বুজি কহিবি লোকত।
যদি কহ শঙ্কেততে কথা হৈবি হত ॥
এহি মতে দৃঢ় কৰি ব্ৰাহ্মণত কৈল।
শুনিয়া ব্ৰাহ্মণে ৰঙ্গে ঘৰে চলি গৈল ॥

যত জন্তু আছে মানে ইতো সংসাৰত।
সবাৰো মাতক বুজি কহন্ত লোকত ॥
এক দিনা তাত পাছে সুধিলা ব্ৰাহ্মণী।
ইসব কথাক মোত কহিয়ো আপুনি ॥

পৰম বিচিত্ৰ ইতো কথা পাইলা কৈত।
কহিয়োক স্বামী মোত শিখিলাহা যৈত ॥
হেন শুনি বিপ্ৰে বোলে শুনিয়োকো প্ৰিয়া।
ইহাৰ কাৰণ কহো শুনা মন দিয়া ॥

কহিলে মাত্ৰকে মোৰ মৃত্যু হৈবে এথা।
সুমৰন্তে ত্ৰাস লাগে কৈবে ইতো কথা ॥
হেন শুনি ব্ৰাহ্মণী বুলিলা মহাৰাগে।
আমাৰ আগত ইতো কথা কৈবে লাগে ॥

মহা স্ত্ৰীজিত বিপ্ৰ পৰম দুৰ্জ্জন।
তাত পৰে সংসাৰত নাহিকে অধম ॥
সৰ্ব্বদায়ে ভাৰ্য্যা বাক্য কৰিয়া থাকয়।
যেহি ক্ষণে যিবা বোলে তাক আচৰয় ॥

নকৰিলে যোনো ভাৰ্য্যা মন্দক পাৱই।
ৰোষ কৰি যোনো বাপ মাৱ গৃহে যাই ॥
এহি মতে সৰ্ব্বদায়ে পালয় বচন।
শুনি বিপ্রে দৃঢ় কৈল কৰিবে মৰণ ॥

বুলিলন্ত তাইক পাছে কৰি মন থিৰ।
এৰাইবে নপাৰি পাছে গৈলা নদীতীৰে ॥
চিতাখন নিৰ্ম্মিলন্ত অগ্নি ঘৃত জ্বালিয়া।
বোলে যদি মৰোঁ আতে দহিবি তুলিয়া ॥

সেহি বেলা নদী পাৰ হুয়া এক ছাগ।
ৰহিল আগতে আসি আছ তাৰ ভাগ ॥
সিপাৰৰ পৰা তাক মাতিলন্ত ছাগী।
বোলে মোক এৰি ছাগ গৈলি কোক লাগি ॥

হেন শুনি ছাগে মাতিলন্ত আইস বুলি।
আৰ বাৰ গৈলে মই মৰিবো সমূলি ॥
নদী পাৰ হুয়া মই যাইবাক নপাৰো।
তোহোৰ বচনে মই মৰিবে নোৱাৰো ॥

স্ত্রীৰ বচনে বিপ্র মৰে মন্দভাগি।
যেন কোন জনে কটা যাই ভিক্ষা মাগি ॥
অন্থাপিয়ো যাই যদি ঘৰক গুছিয়া।
তেবে তাৰ প্রাণ ৰক্ষা থাকিবে পৰিয়া ॥

স্ত্রীৰ বচনে বিপ্রে আসে মৰিবাক।
নিন্দিলা অনেক ছাগে ভৎর্সিয়া তাহাক ॥
ছাগৰ ভৎসনি শুনি বিপ্রে মনে গুণি।
চাৰি গোট কিল তাইক মাৰিলা আপুনি ॥

ছাগক বোলন্ত প্রাণ দান দিলা আসি।
মই এবে কিবা দিবো বুলিলন্ত হাসি ॥
কৰিলন্ত স্তুতিক ছাগৰ পাৱে পৰি।
তেতিক্ষণে বিপ্রৰ ছিন্দিলা কৰ্ম্মজৰী ॥

ছাগৰ পাৱক ধুৱাই চৰণৰ ধূলি।
মাথাত লৈলন্ত সেহি পাদোদক তুলি॥
ছাগক আশ্বাস বিপ্রে কৰিলা আহ্লাদ।
প্ৰাণ দান পাইলো মই তোমাৰ প্ৰসাদ॥

এহি বুলি স্তুতি নতি বিস্তৰ কৰিয়া।
মহানন্দে বিপ্ৰে গৈল ঘৰক চলিয়া॥
এতেকে নৃপতি! যিতো হোৱে স্ত্ৰীজিত।
তাত পৰে হাস্যাস্পদ নাহি পৃথিবীত॥

যিতোজন বেদজ্ঞানী হোৱে অতিশয়।
সীতোজনে যদি সৎকৰ্ম্ম নাচৰায়॥
সদা মন্দ কৰ্ম্ম যদি কৰিয়া থাকয়।
তাকো হাস্যাস্পদ বুলি জানা মহাৰাই॥

এহি হেতু তযু আগে কৈলো স্বৰূপত।
আত পৰে হাস্যাস্পদ নাহি জগতত॥

---

# গঙ্গাৰাম দাস

—ooo—

## সীতাৰ বনবাস।

এহি মতে সীতা পটেশ্বৰী কান্দে শ্রীৰামৰ গুণ স্মৰি
তুমি হেন স্বামী পালো কত তপসাই।
দুষ্ট বিধি মোৰ কপালত লেখি আছে দুঃখ শোক যত,
সবাকো সহিলোঁ তোমাৰ চৰণ পাই ॥
যৈসানি ৰাৱণে নিলা হৰি অশোকত থৈলা বন্দীকৰি,
ৰক্ষা দিলা চাৰি পাশে ৰাক্ষসীনীগণ।
তৈতে পালো প্রভু যত দুঃখ সিয়ো মোৰ মনে ভৈলা সুখ,
তযু কথা গৈয়া কহিলন্ত হনুমান ॥
মিথিলা নগৰে বিয়া কৰি আনিলা আমাক ৰঙ্গ কৰি,
তব সঙ্গে সুখ ভুঞ্জিলোঁ ৰত্ন মন্দিৰে।
এৰা প্রভু মোক কি কাৰণে নিৰ্ব্বাস দিলা যে ঘো ৰবনে,
কাৰ সঙ্গে থাকো ঘোৰ অৰণ্য ভিতৰে ॥
হাঁ বাপু লক্ষণ শুনিয়োক মোৰ প্রতি নকৰিবা শোক,
অযোধ্যাক যোৱা মই অভাগীক এৰি।
পূৰ্ব্বে জন্মে বিধি লিখে যাক কিমতে এৰাইবে পাৰে তাক,
বিচ্ছেদ ভৈলোহোঁ স্বামী সহ আজি ধৰি ॥
প্রভু পদে মোৰ নমস্কাৰ কৰো যোৰ কৰি দুই কৰ,
মোৰ কৰ্ম্ম দোষ তান কোন দোষ নাই।
মোৰ অৰ্থে চিন্তা এৰিয়োক সুখে ৰাজ্য পালন কৰন্তোক,
অভাগিনীৰ যি হৌক ইয়াতে বিলাই ॥

দিনে ৰাত্রি এহি বাঞ্ছো মই মোৰ বাঞ্ছা প্রভুত কৰা গই,
জন্মে জন্মে হৌক ৰাম হেন স্বামী মোৰ।
অসুখ অশান্তি নকৰোক সুখে ৰাজ্য পালি থাকন্তোক,
বাপু তুমি শীঘ্রে যোৱা অযোধ্যা নগৰ॥
সুমিত্রা নন্দন শুনি হেন পৰিলেক মাথে বজ্র যেন,
বুলিবে লাগিলা কান্দি কান্দি নম্র কৰি।
হাঁ সীতা আই পটেশ্বৰী কেন মতে তোক যাওঁ এৰি,
কিমতে থাকিবা বন মাঝে একেশ্বৰী॥
তযু স্বামী শ্রীৰামক গৈয়া প্রবোধ কৰিবো কি বুলিয়া,
কৌশল্যা মাতৃক কিৰূপে কতোঁ বুজাই।
শত্রুঘ্ন আৰু ভৰতক অযোধ্যা নগৰে আছে যত,
কোন মতে কৈবোঁ তোমাৰ হেন বিলাই॥
এহি বুলি বীৰ শ্রীলক্ষ্মণে সীতাৰ দুঃখক স্মৰি মনে,
কান্দিবে লাগিলা জানকীৰ পাৱে পৰি।
ব্যাঘ্র সিংহ আদি নানা মত ফুৰে বন্য জন্তু অসংখ্যাত,
এৰি যাওঁ মই কোন নো ভৰসা কৰি॥
স্বভাৱত জানা নাৰীগণ সৰ্ব্বকালে ভয়াতুৰ মন,
পিম্পৰা উঠিলে শৰীৰ হোৱে চকিত।
তোমাকেসে মই কেন মতে এৰি যাইবো ঘোৰ অৰণ্যত,
ভয়ঙ্কৰ জন্তু দেখি হৈবা অতি ভীত॥
হেন শুনি শোকে সীতা সতী লক্ষ্মণক বোলে পুনঃ মাতি,
মোক লাগি নকৰিবা বিষাদিত মন।
যি হৌক সি হৌক গতি মোৰ তুমি যোৱা অযোধ্যা নগৰ,
কিমতে খণ্ডাবা মোৰ বিধিৰ লিখন॥
পূৰ্ব্ব জন্মে আচৰিলোঁ পাপ সি কাৰণে ভুঞ্জো হেন তাপ,
প্রভু সঙ্গে বাপু সুখে ৰাজ্য ভোগ কৰিও।
নকান্দা নকান্দ দেওঁ হাক শুনা শুনা বীৰ মোৰ বাক,
কান্দি নমাৰিবা শৰীৰে খড়গৰ ঘাওঁ॥

কমল লোচন মোৰ স্বামী তাৰ সেৱা চোৰ ভৈলোঁ আমি,
মই দুঃখ ভুঞ্জো অযোধ্যা যোৱা লক্ষণ।
প্ৰাণৰ দেৱৰ শুনিয়োক বিলম্ব নকৰি চলিয়োক,
মোৰ বধ লাগে নকৰা তুমি ক্ৰন্দন ॥
মই অনাচাৰী দুষ্টমতি এতেকে ত্যজিলা প্ৰাণ পতি,
প্ৰভু সুখে ৰৌক আমাৰ হৌক মৰণ।
এতেকে সে বাপু চলিয়োক নগৈলে খঙ্গিবে প্ৰভু মোক,
নয়া যদি বধ মোক কৰাহা লক্ষণ।
জানকীৰ বজ্ৰ বাণী শুনি সুমিত্ৰা নন্দন মহামানী,
কান্দিয়া পৰিল বীৰ ভূমিৰ ওপৰ ॥
সীতাও অনেক কান্দিলন্ত শৰীৰত তত্ব নাহিকন্ত,
ছিণ্ডি পেলাইলন্ত সবখানি অলঙ্কাৰ।
লক্ষণে চেতন পাইল পাছে দেখে সীতা আগে পৰি আছে,
চৰণে পৰিয়া নমস্কাৰ কৰিলন্ত।
বোলে আই তুমি ঐতে থাক মই চলি যাও অযোধ্যাক,
এহি বুলি পুনঃ লক্ষণেও কান্দিলন্ত ॥
পাছে জানকীক ৰথ হন্তে নমাই থৈলেক গঙ্গাততে,
দণ্ডৱতে প্ৰণামিলা চৰণত পৰি।
বোলে আই এৰি যাওঁ তোক নেদিবাহা কিছু দোষ মোক,
নোলায় বচন মাতে গদ গদ কৰি ॥
জানকীয়ো লক্ষণৰ গলে ধৰি কান্দে আতি শোক জালে,
বিমূৰ্চ্ছিত হুয়া ভূমিত পৰিলা ধলি।
পাছে জানকীক তাতে এৰি লক্ষণে চলিল ৰথে চৰি,
সুমৰি সুমৰি শোকানলে যায় জ্বলি ॥
দুই চাৰি পদ চলি যায় পুনঃ জানকীক ফিৰি চায়,
ঘনে ঘনে শোকে মূৰ্চ্ছিত হুয়া পৰন্ত।
অনন্তৰে সীতা পটেশ্বৰী চেতন লভিয়া চান্ত ফিৰি,
তৈত বীৰ লক্ষণক নাহি দেখিলন্ত ॥

পাছে অযোধ্যাৰ ভিতি চাই দেখন্ত লক্ষণ চলি যাই,
হাঁ কৈক যোৱা বুলি চেঞ্চাইবাক লৈলা।
মই অভাগিনী দুৰাচাৰী কৈতনো পেলাই যোৱা এৰি,
জানিলোঁ এবেসে আমাৰ মৰণ ভৈলা॥
নাহিকে বন্ধু বান্ধৱ ভাই শ্বশুৰ শাশুৰী ননন্দ আই,
কোনে প্ৰতিপাল কৰিবে ইতো বনত।
জানিলোঁ মোক কালে পাইলা সিহেতু লক্ষণে এৰি গৈলা,
পৰি ৰৈলোঁ পশুৰ সঙ্গত ঘোৰ অৰণ্যত॥
লক্ষণেও ফিৰি ফিৰি চান্ত সুমন্ত্ৰ সহিতে চলি যান্ত,
ক্ষণে শোকাকুল ৰথ মাঝে কান্দে পৰি।
ক্ষণে সুমন্ত্ৰও প্ৰবোধন্ত তভো শোক অগ্নি নোহে শান্ত,
ৰথে চলি যান্ত অযোধ্যাৰ দিশ ধৰি॥
এহি মতে চলে ধীৰে ধীৰে জানকীক এৰি গঙ্গাতীৰে,
ভৈলা জানকীৰ নয়নৰ অগোচৰ।
লক্ষণক নেদেখিয়া সীতা অধিকে জ্বলিল শোক চিন্তা,
পৃথিবীত পৰি কান্দে হুয়া শোকাতুৰ॥
শুনিয়োক সবে সভাসদ ইটো অশ্বমেধ পৰ্ব্বপদ,
যাহাক শুনিলে কৃষ্ণত বাঢ়ে ভকতি।
মোৰ সম নাহি মূঢ়মতি তথাপিতো কৈলো সাহ আতি,
ছোট পক্ষী হুয়া ধৰোঁ ৰাজহংস গতি॥
হেন জানি মোক ক্ষমিয়োক বঢ়াটুটা দোষ এৰিয়োক,
ধৰিয়োক ঝান্তে গোবিন্দৰ গুণ নাম।
ভণে এক মনে গঙ্গাৰাম এৰিয়োক সবে আনকাম,
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥

জৈমিনি বদতি শুনিয়োক মন কৰি।
তাত পাছে যি কৰিলা সীতা পটেশ্বৰী॥
চক্ষুৰ অন্তৰ যদি হৈলেক লক্ষণ।
কান্দিবে লাগিলা সীতা শোক কৰি মন॥

হাঁ বাপু লক্ষণ তুমি কৈক গৈলা এৰি।
অভাগী দুখিনী মই ঐত বৈলোঁ পৰি॥
মোৰ সম পাপমতি সংসাৰত নাই।
নাৰী কুলে জন্ম ধৰি এতেক বিলাই॥

নাহিকে বন্ধু বান্ধৱ মোৰ পৰিজন।
আজি হন্তে মোৰ সঙ্গী হৈল মৃগগণ॥
হাঁ বিধি গৰ্ভ সমে দিলা বনবাস।
কিনো বজ্ৰ সম দেহা নহয় বিনাশ॥

এহি সময়ত হস্তে পাইলোঁ হলাহল।
ভুঞ্জি বিনাশিলোঁ হয় ইদেহ দুৰ্ব্বল॥
এহি বুলি কান্দে সীতা দীৰ্ঘ ৰাৱ ছাৰি।
বস্ত্ৰ অলঙ্কাৰ সবে পেলাইলা আজুৰি॥

ৰৌদ্ৰ তাপে ঘামিলেক শৰীৰ সুন্দৰ।
চন্দ্ৰ সম মুখ ম্লান হৈলন্ত সীতাৰ॥
সেহি বেলা অৰণ্যৰ পশু পক্ষীগণ।
সীতাৰ ক্ৰন্দন শুনি আসিল সি স্থান॥

তৃণ জল নাহি ভক্ষে যত পক্ষীগণ।
মৃণাল এৰিয়া আসিলেক হংসগণ॥
ময়ূৰে পেষণ এৰি হৈলা থৰবৰ।
সবেও আসিলা সীতা দেবীৰ গোচৰ॥

ৰাজহংসগণে সীতা দেবীৰ ওচৰে।
ৰৌদ্ৰ তাপ ঢাকিলন্ত অতি দয়াতৰে॥
সেহিবেলা মলয় পৱন বহিলন্ত।
গুণ গুণ শবদে ভ্ৰমৰে ঝঙ্কাৰন্ত॥

পাখাত আনিয়া জল সিঞ্চিলা সীতাৰে।
কুহুস্বৰে প্ৰবোধে কোকিলে দয়াতৰে॥
নিজৰাৱ ধ্বনি সবে কৰন্ত বিলাপ।
হৰি হৰি আই তোক দিলা কিয় তাপ॥

কিয় বিধি এত দুঃখ কপালে লেখিলা।
ঘোৰ অৰণ্যত আনি তোমাক এৰিলা॥
এহি বুলি কান্দিলন্ত পশু পক্ষীগণ।
তাত পাছে যি কৰিলা শুনা দিয়া মন॥

বসিলেক সীতা পাছে তৃণৰ ওপৰে।
শোকৰ বেগত যেন হালিজালি পৰে॥
ধূলায় ধুসৰ অতি শৰীৰ বিবৰ্ণ।
নিৰ্ম্মল চন্দ্ৰক মেঘে ঢাকিলেক যেন॥

সূৰ্য্য ৰশ্মি লাগি যেন কুমুদ মলিন।
সিৰূপ বনৰ মাঝে জানকী বদন॥
লাহে লাহে উঠি পাছে সীতা পটেশ্বৰী।
হাঁহা প্ৰাণ প্ৰভু বুলি কান্দে ডাক ছাৰি॥

বনে বনে ভ্ৰমে জনক নন্দিনী আই।
কান্দি কান্দি শ্ৰীৰামৰ গুণক বৰ্ণাই॥
সোণাৰ পুতলি যেন শৰীৰৰ কান্তি।
বনে বনে ফুৰে আজি সেহি সীতা শান্তী॥

# ৰঘুনাথ দাস।

---

## কথা ৰামায়ণ।

নাৰদে কহন্ত, তদনন্তৰে পাত্ৰ মন্ত্ৰীগণে ভৰতক ৰাজা হুইতে বুলিল, ভৰতে বোলন্ত জেষ্ঠ ভাই গুৰু থাকিতে কেনে ৰাজা হুইবো। কিন্তু শ্ৰীৰামৰ চৰণ দেখিতে বনে চলিবো, এখন সৈন্য জড়াৱ। হেন শুনি পাত্ৰ মন্ত্ৰীগণে, মহাৰঙ্গমন হুই সেনা জড়াইলা। বশিষ্ঠে বোলন্ত, পিতৃ সত্য পালি শ্ৰীৰাম বনে গৈল, দৈব বিযোগে ৰাজ্য ভোগ নাহি পাৰে, এবে ৰাজা হুয়া ৰাজধৰ্ম্ম আচৰা। ভৰতে সক্ৰোধে বোলন্ত, হে গুৰু উচিত বুলিলা, ৰাজা অকাৰ্য্য চিন্তিলে, গুৰু সবে বাধাকেসে কৰে, তুমি কেনে অকাৰ্য্য প্ৰবৰ্ত্তৱা; সিংহ থাকিতে কি ক্ষুদ্ৰ মৃগে মৃগপতি হোৱে? ৰাজোচিত গুণ সব ৰামত থিক, হেন ৰামক বঞ্চি ৰাজা হৈবো; তব মোৰ জীৱনৰ ধিক্কাৰ। ভৰতৰ বাণী শুনি বশিষ্ঠে বোলন্ত, হে বাপ কষ্ট ছাৰহ, কিন্তু তোমাৰ চিত্ত পৰীক্ষিলো, ধন্য ৰঘুকুলে জাত ভৈলা; আমি তোমাৰ চিত্ত শুদ্ধ জানি, তথাপি এ বোল বুলি লোককো জনাইলোঁ। ভৰত শত্ৰুঘ্ন ৰথে চড়ি লৰিলা। কৌশল্যা সুমিত্ৰাদি ৰাজমাৱগণো চলিলা। কৈকৈই আপোনাক গৰিহা কৰি শোকে লাজে অধোমুখে লড়িল। বশিষ্ঠ প্ৰমুক্ষে কুল গুৰু সবো চলিল, শ্ৰীৰামক আনিবাক। ব্ৰহ্মণ, ক্ষত্ৰিয়, বৈশ্য, কায়স্থ লেখক, গণক নই, ভাই, সুতমাগধ, বন্দি, নাপিত, সুতাৰ, তেলী, মালী, কমাৰ, কুমাৰ, ৰজক; চমাৰ, সোণাৰী, হাৰী, তান্তা, আৰো অন্ত জাতি। পতিব্ৰতা নাৰীগণে স্বামীক বুলিল, ৰামক নানি কদাচিতো গৃহে নাসিবা। তাৰা সবো আনিবো বুলি চলিলা। নৰ নাৰী হয় হস্তী ৰথে মেদেনী কম্পাই গঙ্গাতীৰ পাইলা। তথা ভৰতে পিতৃক পিণ্ডিলা। তদন্তৰে গুহৰাজে ভৰত আসিবাৰ শুনি, ভৰতৰ চিত্ত নুবুজি, ভৰতক যুজিতে সাজ ভৈল, অশেষ গৰ্জ্জিল। কোটি সংখ্যাৰ গোপ্য কৰি, সোনাসমে জয় জয় ৰাম ঘুষি, যুদ্ধক সমুখ ভৈল। ভৰতৰ সেনা সবো, হাহা ৰাম ফোকাৰি থিত ভৈল। গুহৰাজে বুজিল, ৰামক নিতে ভৰত আসিল। ভৰতৰ চিত্ত বুজিতে চলিল। ভৰতত সুমন্ত্ৰ জনাইল। ভৰতৰ আদেশে সুমন্ত্ৰ ভেণ্টাইল। গুহক দেখি ভৰতে গলে বান্ধি কান্দি পুচিলা। হে গুহৰাজ! বান্ধৱ ৰামৰ

বাৰ্ত্তা কহ। ভৰদ্বাজ আশ্ৰম কথা হৰে কহ। গুহৰাজে বোলন্ত, যেবে অনুমতি পাবো তেবে ৰামত ভেণ্টাবো, কিন্তু তোমাৰ চিত্ত নাহি বুজো। ভৰতে বোলন্ত, কেনে অধৰ্ম্ম বোলা, ৰামৰ চৰণত পৰি কাকুতি কৰি বুলিল, অযোধ্যাক আনি, ৰামৰ প্ৰতিনিধি হুয়া বনে বঞ্চিবো। অন্যথা যেবে কহো তেবে ব্ৰহ্মবধ পাবো। গুহৰাজে ভৰতক প্ৰসংশি, সবে সৈন্যক ভক্ষ ভোজ্য দিলা। প্ৰভাতে গুহৰাজে ভৰতক ৰামৰ বঞ্চিবাৰ ইশুদি বৃক্ষ তলত তৃন শয্যা দেখাইলা। তথা যথাবৃত কহিলা। তৃণ শয্যা দেখি ৰামৰ দুখ স্মৰি, ভৰত শত্ৰুঘ্নে, হিয়ে মুষ্টি হানি, তথা বাগৰি কান্দিলা। মহাদৈই গণো কান্দিলা। কৌশল্যা ভৰতৰ গৃবে ধৰি বিহ্বলে, কি মন্দ বাত শুনিলি শীঘ্ৰে কহ। ভৰতে ৰামৰ তৃণ শয্যা দেখাই মাৰক, বহুত কান্দিলা। গুহে নাৰে তুলি দুই ভাইক পাৰ কৰিল। পঞ্চ শত নাৰে নিসাদগণে প্ৰজা পাৰ কৰিল। একো নাৱত ত্ৰিশ চল্লিশ হস্তী ধৰে। কতো নৌকাত কুৰি শত লোক পাৰ হোৱে। তদনন্তৰে, গুহৰাজাৰ উপদেশে ভৰতে সসৈন্যে বনে পশিলা। কতো দূৰ দুৰ্গম তৰি প্ৰয়াগ পাই, মাতৃগণ সনে ভৰতে শিৰক পূজি ৰাম লক্ষ্মণ সিতাৰ কুশল পাৰ্থিলা। পাছে ভৰদ্বাজৰ আশ্ৰম পাইলা। সবহি ঋষি ভৰদ্বাজক নমিলা। ঋষি হাস্য কৰি বোলন্ত, সসৈন্য ৰামক মাৰি, অকণ্টকা ৰাজ্য কৰিতে চাৱ। ভৰতে বোলন্ত, হাহা বিধিৰ এমত বিৰম্বনা. তোমাৰো মুখে হেন বাক্য বজাইল। যদি ৰামক প্ৰতি মোহোৰ অহিত হোৱে, তেবে ব্ৰহ্ম বধে পাৱে। মাৱৰ দোষে হেন কুখ্যাতি লভিলোঁ। এবে ৰামক আনিতে সসৈন্যে যাইবো। ঋষি বোলন্ত, তোমাৰ যেন সুচৰিত তাক জানি, তথাপি পৰিহাস বুলি যশ বিস্তাৰিলোঁ। হে বাপ আজি সসৈন্যে এথা ৰহ। ভৰতে বোলন্ত, এৱমস্তু, নিৰ্ম্মল ৰামকথা শুনি এথা ৰহবো। পাছে ভৰদ্বাজে বিশ্বকৰ্ম্মাক আদেশি, যাক যি যোগ্য সেৰূপ গৃহ সজাইল। বিষ্ণু ভক্তৰ মহিমা কি কহিব, হাটি, বাতি, হাত, বাট, ধবলিবৰ, ৰাজওঁৱাৰি, শাৰী শাৰী হস্তী ঘোৰা শালা, তোৰণ চিৰল ধ্বজ পতাকা অলঙ্কৃত। দীৰ্ঘিকা ব্যাপি উদ্যানে শোভিত। মধুমত্ত মধুকৰ কোকিলাদিৰ নাদে নাদিত। সৰ্ব্বত্ৰ ব্যেভূষিত মহাঋষি ভৰদ্বাজৰ আদেশে। ইন্দ্ৰে অপ্সৰাগণ পাঞ্চিলা, ভৰতৰ আগে নৃত্য গীত কৰিলা। কুবেৰে নানা দ্ৰব্য যোগাইলা, আৰো অসংখ্য সুন্দৰীগণ পাঞ্চিলা। হস্তীক হস্তিনী, অশ্বক অশ্বিনী, গৰ্দ্ধভক গৰ্দ্ধভী, গুণক গুণী, পক্ষীক পক্ষিনী দিলা। যাক যি উচিত ভক্ষ ভোজ্য লেহ্য শোচ্য, চতুৰ্ব্বিধ অন্ন দিলা। জানা বাল্মিকী শ্ৰীৰাম সেৱক ব্ৰহ্মাণ্ড ভিতৰে কোন দুৰ্ল্লভ থিক। দেখু অৰণ্যতে

স্বৰ্গ সুখ লভিল, দেৱ নাৰী সমে বিহাৰ কৰিল, যাক তপ যপ যজ্ঞ কৰিও নাহি দেখিতে পাৰে; আন সামন্যৰ কি কহিব। প্ৰজাসবে দিব্য ভোগ ভুঞ্জি হৰিষে ৰহিলা। ভৰতৰ চিত্ত কিঞ্চিতো তাত নৰমিল। ৰামৰ বিয়োগে তাপিত হয় নিদ্ৰা নপইলা, প্ৰাতে ভৰতে মাতৃগণ সমে ঋষিক নমিলা। ঋষিৰ আদেশে মাৱগণক চিনাইলা। ঋষি বোলন্ত ঈশ্বৰৰ ইচ্ছা জানি, তোমাৰ মাৱক নুদুষিবা। ভৰতে ঋষিৰ পদধূলা শিৰে ধৰি তান উপদেশে সসৈন্যে যমুনা পাৰ ভৈলা। ভৰতে বোলন্ত হে শত্ৰুঘ্নন এহি চিত্ৰকুট বনে ৰাম লক্ষ্মণ সীতা আছে। এক থান হৌক সীতা লক্ষ্মণ সমে শ্ৰীৰাম আনন্দে আছন্ত। ঈশ্বৰৰ কথা দুঃখ হৰে। শ্ৰীৰামে বোলন্ত হে প্ৰিয়ে, এহি বিচিত্ৰ বন দেখি, অযোধ্যাৰ সুখ পাহৰিলোঁ। দেখু সুগন্ধ কুসুম বাসিত বায়ু বহে চিত্ত উন্মাদ কৰে, পখী সবে পুত্ৰ পুত্ৰ বুলি ডাকিছে। হাহা আমাৰ মাতা কৌশল্যা যেনো এমতে ডাকিছে। দখু বিদ্যাধৰী সবে স্বামী সমে, থানে থানে এথা ফুৰিছে, এমত নানা ৰসে আছন্ত। দিনেক শ্ৰীৰামে সীতাৰ কপালে মানস শিলা পিসি তিলক পিন্ধাইল। শ্ৰীৰামক দেবী আলিঙ্গন্তে হিয়াত লাগিল। সীতা বোলন্ত লক্ষ্মণে দেখি হাসিব, শিগ্ৰে মাৰ্জ্জনা কৰা। শ্ৰীৰামে বোলন্তে ভক্তৰ অৱশেষ দোষ নাহি, কিন্তু সুৰত সুখৰ এহি অলঙ্কাৰ। এক দিনা শৃঙ্গাৰৰ শত শ্ৰান্ত হেন দুই নিদ্ৰা কৰিলা। সেহি সময়ে এক কাক বৃক্ষ শাখা হন্তে, সীতাৰ উদাস শৰীৰ দেখি ভোল হুয়া, চাম্প দিয়া সীতাৰ স্তনে নখে ক্ষত কৰিল। কোমল শৰীৰৰ ৰুধিৰ বজাইল। ঘাৱ বিষে দেবী কান্দিল। পুনু আসি পচাৰন্তে স্তনমধ্যে পৰিল। ই হাতে খেদন্তে সি হাতে পৰন্ত। খেদিতে নাপাৰি বিমোহিত হুয়া কান্দন্তে শ্ৰীৰামৰ গাৱে লোতক পৰিল। জাগি ৰামে সীতাৰ বিপত্তি দেখিল। ৰামক নগনি কাকে পুনু স্তনত চাম্প দিল। ক্ৰোধে শ্ৰীৰামে মন্ত্ৰ পঢ়ি ঐসিক বাণ হানিল। অগ্নি দুই খেদি গৈল দেখি কাকে ভয়ে উৰাৱ কৰিল, ইন্দ্ৰৰ নন্দন কাকে ইন্দ্ৰত শৰণ পশিল। দেৱগণে ৰক্ষা কৰিতে নাপাৰিলা। কাকে ৰক্ষা নপাই ৰামত শৰণে পশিল। কৃপাময় ৰামে এক চক্ষু কান কৰিল। কাকে শ্ৰীৰাম সীতাক প্ৰণাম কৰি দেশে গৈল। সেহি দিন হন্তে কাকৰ এক চক্ষু কান ভৈল। শ্ৰীৰামে অমৃত হাতে মাৰ্জ্জি, সীতাৰ গাৱৰ দুখ হৰ কৰিল। তদনন্তৰে ভৰতে ৰাম চন্দ্ৰৰ আশ্ৰাম কোল পাই হাহা ৰাম বুলি কোলাহল শব্দ কৰিল। শ্ৰীৰামে বোলন্ত হে বাপ দেখু কোনবা ৰাজা মৃগ মাৰিতে আসে শীঘ্ৰে জানি আস। লক্ষ্মণে শালবৃক্ষে চড়ি চাহিল। প্ৰলয়ৰ সাগৰ সম চতুৰঙ্গ সেনাক দেখি ৰামত কহিল। হে

প্ৰভু চতুৰঙ্গ সেনা ব্যাপি আছে, অনুমানে জানো ভৰতেসে আসিছে। তোমাক মাৰি অকণ্টকা ভূমি কৰিব,আততাই ভৰতক মাৰো আজ্ঞা কৰা। শ্ৰীৰামে—হে বাপ লখাই, কেনে হেন বোলা, তোৰে সম ভৰতো মোৰ প্ৰাণ সম, কদাচিতো মন্দ চিত্ত নাহি। কিন্তু মোক নিয়া অযোধ্যাত ৰাজা কৰিব, আপুনি বনবাস কৰিব। মোহোকে সে নিবাক প্ৰজা সবো আসে। যি বান্ধবৰ দ্ৰোহ কৰে, সি নৰকে পচে। শুনি লক্ষ্মণে লাজ পাই ধন্য ধন্য ৰাম বুলি ৰহিলা; ভৰত শত্ৰুঘ্নন, সুমন্ত্ৰ, গুহ, চাৰিয়ো, তপসী সৱত বাৰ্ত্তা পুচি পুচি, মন্দাকিনী তীৰে ধুম দেখিল। ধাৰে ধাৰে যাই ৰামৰ আশ্ৰম পাইলা। পত্ৰ গৃহৰ মাজে ৰামক দেখিলা দুই পাশে লক্ষ্মণ জানকীক দেখিলা। হাহা প্ৰাণ ৰাম বুলি পৰম গৌৰবে, দুই ভাই পাৰত পৰিলা। তদনন্তৰে সবে প্ৰজা ৰাম ৰাম বুলি প্ৰণামিলা। ৰামে প্ৰেমভাৱে ভৰতক আলিঙ্গি ধৰিল। লক্ষণ জানকীৰো শোকে আকুল ভৈলা। গদগদ বাক্যে শ্ৰীৰামে বোলন্ত, বৃদ্ধ মাৱ বাপক ছাড়ি আসিলা, মোক বৰ অসন্তোষ দিলা, শীঘ্ৰে সবাৰে কুশল কহ; তই যুবৰাজ হুই সামাদি উপায় কি জানিলা, দেৱ দ্বিজৰ বাক্য কিবা নচাৰিলা। হয় হস্তীক ৰথ পত্তিক কি পালিছা, ৰাজ বেশ ছাড়ি কেনে জটাধাৰী ভৈলা। ৰামৰ বাক্য শুনি ভৰতে কান্দি কান্দি বোলন্ত, হে প্ৰভু মই পাপীত কি পুচা, কৈকেই ৰাক্ষসীৰ গৰ্ভে জন্মিলো, এতেকে দেখিবাকো অযোগ্য ভৈলো, যৈচে শ্মশানৰ পোড়া কাষ্ঠ, তোৰা তিনিৰ শোকে ছয় দিন অন্তৰে মধ্যনিশা ৰাজা প্ৰাণ ছাড়িলা। প্ৰভাতে বশিষ্ঠে জানি ৰাজাক নাৰায়ণ তৈলত থৈয়া, দূত পঠাই ৰাজ আজ্ঞা বোলাই শীঘ্ৰে শত্ৰুঘ্নন সমে মোক অনাইল। আমি দুয়ো পিতৃৰ নিৰ্যান দেখি বিকল ভৈলো, বশিষ্ঠৰ বাক্যে সুস্থ্য হুয়া পিতৃৰ সংস্কাৰ ক্ৰিয়া কৰি তোমাক নিতে আসিছোঁ। আপুনি তোমাৰ হুই বনে বঞ্চিবো, তুমি অযোধ্যাত ৰাজা হুয়ো। মাৱে কুজীৰ বোলে তোমাক নিৰ্য্যান দিল, এখন তোমাক নিতো আসিছে। যদি মই দাসে তোমাত কপট কহো তেবে, সবে পাপত পচিবো। ইতি শ্ৰীৰামায়ণ কথায়াং সপ্তমোধ্যায়ঃ। সভাসদ নিৰন্তৰে হৰি বোল হৰি।

নাৰদে কহন্ত, শ্ৰীৰামে পিতৃৰ মৃত্যু শুনি শোকে তাপিত ভৈল, কমল নেত্ৰৰ নীৰ জৰিতে লাগিল। বিহ্বল হুয়া ঢলি পৰিল। শ্ৰুতি পাই বিলাপ কৰিল। হৰি হৰি মই পাপী ৰাজাৰ বন্ধ ভাগি ভৈলো। মই ৰাক্ষস পুত্ৰ হৈবাৰ, যাতো কান্ধে বহি পিতৃক দহিতে নপাইলো। সাৰ্থক ভৰত শত্ৰুঘ্নৰ মাত্ৰ জন্ম। এহি প্ৰকাৰে সীতা লক্ষ্মণো বিস্তৰ কান্দিল। সংক্ষেপ কথাত কত কহব। ভৰতে

বোলন্ত, হে ৰামচন্দ্র দাদা তাপ ছাৰিয়ো সবে ৰঘুকুলৰ তুমি আশ্রয়। তুমি আকুল ভৈলে সবাৰে তাপ মিলে। তাপ ছাৰি পিতৃৰ জলাঞ্জলি কৰা। তদনন্তৰে লক্ষ্মণ, সীতা, ৰাম, তিনিহন্তে গঙ্গাত বুৰ দিয়া অঞ্জলি দিলা। ইঙ্গুদি পত্র ফল পনস শ্রীফল এক স্থান কৰি জাহ্নবী জলত। দক্ষিণ মুখে কুশ পাৰি বনৰ বিহিত পিণ্ড দিলা। পৃথিবীৰ ভোগে চিত্ত নাহি পূৰিল, এবে বন্য ফল জলে তৃপ্তি হোৱা। এহি বুলি কান্দি কান্দি তিনিয়ো, তিতাবাসে আশ্রম পাইলা। সবে প্রজাক ৰামে যথোচিতে আশ্বাসিলা। কৌশল্যাদি ৰাজমহীষী সবক, বশিষ্ঠে পাছত আনি, মন্দাকিনী তীৰ পাইলা। কৌশল্যা বোলন্ত, হে সুমিত্রে! ৰামৰ এহি স্নানিবাৰ ঘাট। কুশ পত্র উপৰে এখানে ৰামে, নানা ফলে পুষ্পে পিণ্ড দিলা। কুষএ পথে তিনিহন্তো স্নানিয়া আশ্রমে গৈল। পাচে মহাদৈইগণে কান্দি কান্দি শ্রীৰাম লক্ষ্মণ সীতাক দেখিলা, শোকে তিৰি মিৰি দেখি, ৰাম, লক্ষ্মণ, সীতাৰ গলে ধৰি কান্দিলা। ৰাম লক্ষ্মণ সীতায়ো ৰাজাক সুমৰি বাৰম্বাৰে কান্দিলা। বশিষ্ঠে যুক্তি বাক্যে প্রবোধিলা। ৰামৰ মুখ দেখি সবাৰে চিত্ত শান্ত ভৈল। ৰামক বেঢ়ি পাত্র মন্ত্রী পুৰোহিত বসিল। সেহি সময়ে ভৰতে ৰামক নমস্কাৰ কৰি কৰযোৰে বোলন্ত। হে প্রভু ৰাম! আমাৰ অগোচৰে কুব্জাৰ উপদেশে তোমাক বনে ডাকিল। শোকে তোমাৰ পিতৃ প্রাণ ছাৰিল। সত্য কহো ধর্ম্ম পথ চাই। মাতৃ হেতু কাটি খণ্ড খণ্ড নাহি কৰিলোঁ। যাৰ কৈকেই মাৰ হৈয়াছে, সেহি মোৰ জীৱন ধিক ধিক। যৈচে কাক শৃগালৰ জীৱন। আমাৰো সেহি নয়। মই অধম, হে প্রভু চৰণৰ দাস ভৈলো। ভৃত্য হেন মানি, সবে দোষ মৰষি ৰোষ ছাৰিয়ো, বাকলি ছাৰিয়ো। ৰাজঅলঙ্কাৰ পিন্ধি সসৈন্যে যাই অযোধ্যাত ৰাজা হৈয়ো। পিতৃয়ো সুমন্ত্রত বুলি গৈল। মোৰ বাক্যে ভৰতে বন খাটিব, ৰাম পাটে ৰাজা হৈব; এবে তোমাৰ প্রতিনিধি হুই নির্ব্বাস কৰো, তুমি দেশে চলা। ৰামে বোলন্ত। হে ভৰত! তুমিয়ো মিছা বোল বুলি ভাণ্ডিতে চাহা। তোহোৰ ভক্তিত তুষ্ট ভৈলো, যাতো অসত্য বুলিয়ো নিবাক চাহা। কিন্তু তুমি আমাৰ আগত ডাৰি অযোধ্যাত ৰাজা হুয়া ৰহ। ৰাজ-ভোগক আশে যদি পিতৃ বাক্য ছাৰিবো তেবে জীৱন ধিক ধিক। মান্ধাতা, সগৰ, পৃথু, পুৰুৰবা এসব মহা মহা ৰাজা আছিল, নানা বিক্রম শক্তি আছিল, তাসাম্বাক কালে নাশিল, যশ পুনু আজিও কহে। হেন নশ্বৰ দেহৰ ভোগৰ অর্থে কোন পুৰুষে পিতৃ গুৰু বাক্য ছাৰিব? শুনি ভৰতে পুনু ৰামৰ পাৱে ধৰি বোলন্ত। হে প্রভু বাপৰে ছাৰিল তুমি বনে থাকিৱা, তেবে আমাৰ প্রাণ কেনে

থাকিব। এবে মোকো তোমাৰ সঙ্গে ৰাখা। সেহি সময়ে বশিষ্ঠ পাত্র মন্ত্রী সবো, ৰামক ৰাজা হুইতে বুলিল, প্রজা সবো বুলিল, মাতৃগণো বুলিল, তথাপি ৰামৰ চিত্ত নটলিল। কোটি নদীৰ জলে সাগৰক কোনে নিবাৰ পাৰে। কৌশল্যা বোলন্ত, হে বাপ মোৰ বাক্য কেনে নাহি শুন। ৰঘুবংশী হুয়া মাতৃ বধিতে চাহ। গঙ্গাজল এৰি কুপৰ পানী খাইতে চাহা। প্রজা সবো বুলিল, হে প্রভু! আমাক অনাথ নকৰিয়ো, অযোধ্যাত ৰাজা হুয়ো। ৰামে বোলন্ত, তোৰা সবে কেনে নিগ্রহ কৰি বোলা। জল বুদবুদ সম অথিৰ শৰীৰ তাৰ প্রিতি সাধি, পিতৃ বাক্য ছাৰিবো। প্রিয়াব্রত আদি ৰাজাৰ কথা শুনি আছিল, সবাকো কালে সংহাৰিল। যি শৰীৰ কৃমি, বিষ্ঠা, ভস্ম হৈব, হেন শৰীৰত মোহ কৰি কোন দুৰ্জ্জনে পিতৃৰ বাক্য ছাৰিব? এখন আগ্রহ ছাৰি স্বধৰ্ম্মে অযোধ্যা নগৰত বঞ্চিবো। আমাৰ ৰাজ্যত কাম নাহি, যদি পূৰ্ব্বৰ ভানু পশ্চিমে উদয় হোৱে, যদি আকাশৰ চন্দ্ৰ মহীত উদিত হোৱে, জলনিধি শুকাই যদি, মেৰু মন্দৰ যদি উভৰি পৰে, তথাপি ৰামে পিতৃবাক্য ছাৰি অযোধ্যাত ৰাজা নুহুইব। আমাৰ বাক্য পালি তুমি ৰাজা হুই প্রজাগণ পালিবা, মাতৃগণকো আশ্বাসিয়া লৈয়া যাহা, কৈকৈই মাৱকো মন্দ নুবুলিবা, নিজ ধৰ্ম্ম ৰাখি বৈষ্ণৱৰ প্রিতি সাধিবা; বনতে মোৰ বৈকুণ্ঠ সুখ, মোক লাগি কেহো আৰ শোক নকৰিবা; মোহৰ শপত, এথা কেহো নৰহিবা, এখনে অযোধ্যাক চলা। হেন শুনি ভৰতে কান্দি কান্দি বোলন্ত, তোমাক নেদেখি চতুৰ্দ্দশ বৰ্ষ কেনে প্ৰাণ ৰহিব, হে স্বামী তোমাৰ পাদুকা জুৰি আমাৰ মাথে দিবো, পাদুকাক ৰাজা কৰি তাহাতে গোচৰ কৰি নিত্য ৰাজকাৰ্য্য কৰিবো। এহি বুলি ভৰতে কুশৰ পাদুকা জুৰি শ্ৰীৰামৰ পাৱে পিন্ধাই আপোন মাথে বান্ধিলা; সাত বাৰ ৰাম সীতাক প্ৰদক্ষিণ কৰি বোলন্ত, হে দাদা ৰামচন্দ্ৰ! তোমাৰ আদেশে নগৰে যাইবো, বনবাস তৰি তুমি নগৰে যাইবা, ইহাক মোৰ মাথে হাত দিয়া বোলা। ভৰতক আশ্বাসি শ্ৰীৰামে বুলিলা, তুমি কল্যাণে নগৰে থাকিয়ো, পিতৃ বাক্য কৰি বনবাস তৰি সত্যে সত্যে নগৰক যাইবো। এহি বুলি ৰঘুনাথে বশিষ্ঠাদি মুনিক নমিলা; মাতা সবাকো নমি প্রজা সবকো আশ্বাসি বিদাই দিলা। ৰাম নযাইবাৰ দেখি প্রজাসবে উৰ্দ্ধমুখ হুয়া কান্দিল। বশিষ্ঠাদি মুনি সবো কান্দি হাহাকাৰ কৰিল। তাসাম্বাৰ শোক দেখি ৰাম লক্ষ্মণ সীতায়ো কান্দিলা। হেন দেখি বনবাসী ঋষি সবো ধ্যান এৰি কান্দিলা। পশু পক্ষীগণো আহাৰ এৰিল, বৃক্ষ সবো শোকে, ফল পুষ্পকো ছাৰিল।

ভৰতে কান্দি কান্দি মাতৃ সবাকো আশ্বাসি আগ কৰি চলাইলা। ভৰতে ৰামৰ আশ্ৰম প্ৰদক্ষিণে নমি পুনু কান্দি কান্দি শ্ৰীৰাম সীতাৰ চৰণ ধূলি শিৰে কৰি, লক্ষ্মণকো আশ্বাসি, সবাৰো পাচত কান্দি কান্দি পাদুকা শিৰে ধৰি চলিলা। সবে প্ৰজা হাহা কষ্ট কোলাহল কৰি ভৰদ্বাজৰ আশ্ৰম পাইলা। ভৰদ্বাজে পুছিলা, ভৰতে সবশেষ কহিলা। ঋষি জানিলা, ৰাক্ষস মাৰি শ্ৰীৰামে যশ বিস্তাৰি লোকত কীৰ্ত্তি প্ৰচাৰিব। ভৰতক বোলন্ত, ৰাম বনে থাকোক এখন চিন্তা ছাৰিয়ো, ঈশ্বৰৰ বাঞ্ছিত কাৰ্য্য ৰামৰ বনে থিক, তাক সাধি পুনু আসিব, ইহাত সংশয় নাহি, ইহাক নিষ্ট জানি নগৰে চলা। এহি শুনি ভৰতে কিছু সুস্থ হুয়া নগৰে চলিলা। গুহৰাজো গৃহে গৈল, ভৰতো নগৰ পাইলা। নিৰানন্দ পুৰি দেখি সুমন্ত্ৰক বুলিল, হে সুমন্ত্ৰ! দেখ, বিধবাৰ তুল্য অযোধ্যাপুৰি হৈল, অযোধ্যা নদীৰ জল ৰামৰ বিয়োগে ৰবি জালে শুষিল। মসৰণয় আসি প্ৰজাসবে পুৰি মৰো। সীতা লক্ষ্মণৰ শোক মসৰস্কা পাই, চাম্প দিয়া ধৰিছে। এবে অযোধ্যা শ্মশান তুল্য ভৈল। এহি কহি শূন্য হস্তীশালা তুল্য ৰজাৰ আৱাশত পশিল। ৰামচন্দ্ৰ নাসিবাৰ শুনি নাৰীগণে নানা বিলাপ কৰিল। ভৰতে তথাত ৰজনী বঞ্চি প্ৰভাতে বোলন্ত, ৰাজাৰ ৰামৰ শূন্য আৱাস দেখি চিত্ত নাহি সহে। হে সুমন্ত্ৰ! এখনে সৈন্য জৰাই নন্দি গ্ৰামে চলো। সুমন্ত্ৰ তেখনে সৈন্য জৰাইল। ৰথে চৰি নন্দি গ্ৰাম পাইল। থল সিংহাসনত ৰামৰ পাদুকা তুলি, জয় জয় ৰাম ধ্বনি কৰি, আপুনি পাদুকা উপৰে ধৱল ছত্ৰ ধৰিলা। শক্ৰুঘ্নে চামৰ ঢুলিলা। বশিষ্ঠে সুমঙ্গল কৰিলা। ভৰতে বোলন্ত, হে গুৰু ৰামৰ মই দাস হেন জানিবা, ৰাম মত্ত সিংহ, মই মূষ, ৰামেসে গৰুড় মই টিপচি তুল্য, ৰাম মেৰু মই সৰিষপ, এতেকে ৰাম বাক্য পালি, এহি ৰামৰ পাদুকা নৃপতিৰ আজ্ঞা কৰি, ৰামৰ ব্ৰত ধৰি, ৰামৰ আগমন উপেখি ৰহিবো ; ইহাত মোৰ ৰাজা হেন অহঙ্কাৰ নোহোক। হেন শুনি প্ৰজাগণে পাদুকাত পাৰ পৰি অষ্টাঙ্গে নমিলা। প্ৰজাগণে এহি মতে ৰহিল। সকলে ভৰতৰ আদেশে অযোধ্যাক যাই মাতৃ সবক আশ্বাসিলা। ভৰতেও ন্যায় ৰূপে কৰ তুলি পাদুকাত নিবেদি শাৰী শাৰী ভাণ্ডাৰ বান্ধি থৈলা। সন্তক পালি দুষ্টক দণ্ডিলা। ইতি শ্ৰীবাল্মিকী মহাঋষিকৃত অযোধ্যাকাণ্ড কথায়াং শ্ৰীৰঘুনাথ কৃতায়ামষ্টমোধ্যায়ঃ।

হে সভাসদ এহি বেদ শিৰো ভাগে কথিত শ্ৰীৰাম চৰিত্ৰ, যাত মহামহন্তেও মোহ হৰে। মহামন্ত্ৰ সবো বুজিবাৰ অৰ্থে, কিছু কিছু কথা বন্ধে মই ক্ষুদ্ৰ বুদ্ধি গ্ৰথন কৰিলোঁ, ইহাত নানাধিক দোষ সাধু সবে মাত্ৰ ক্ষমা কৰিব। যি সব

পূৰ্ণ দুষ্ট চিত্ত, সে সবে গুণতে দোষাৰোপন স্বভাৱ, তাসাম্বাক কি বুলিবো। আমাৰ কবিতা হেন বুলি ইহাত হেলা কৰিতে যোগ্য নুই। যদ্যপি অন্তজাতি সবে সুবৰ্ণৰ হাড় মণি নানা চিত্ৰ ৰূপেৰে খচিত কৰি নিৰ্ম্মাণ কৰে, তাক মহামহন্ত সবে দোষ নগণি কণ্ঠে পৰিধান কৰে। ই পুনু ৰামৰ চৰিত্ৰ মহাৰস তুল্য ইহাক শ্ৰৱণ কীৰ্ত্তন কৰি ঘোৰ কলি তৰি বৈকুণ্ঠ পাই। হে সভাসদ সব দেখু, শ্ৰীৰামৰো হেন সাংসাৰিক দুঃখ মিলিল, আন সামান্যৰ কি কহিব। এতেকে পুত্ৰ, ভাৰ্য্যা, বন্ধু, বান্ধৱ, মান, অপমান, লাভালাভ, ইত্যাদিকৰ সবাৰে যোগ বিয়োগ সংসাৰৰ ধৰ্ম্ম, ইহাক মহন্ত সবো এৰাইতে নপাৰো, তথাপি জানিবা তাৰা সবক সংসাৰৰ ধৰ্ম্মে মোহ শোক দিতে নপাৰে। শ্ৰীৰাম পুনু ঈশ্বৰো ঈশ্বৰ, তেহে পুনু কৈছে, সংসাৰ ধৰ্ম্ম ভোগ কৰিব, কিন্তু সংসাৰ ধৰ্ম্ম গ্ৰহণ কৰি লীলা বিস্তাৰিছা। আকে শুনি, ভণি, সংসাৰী সবো সংসাৰত ৰোক, এহি ঈশ্বৰৰ মুখ্য প্ৰয়োজন। ৰাৱণাদি ৰক্ষাস মৰাণৰ কোন ক্ষুদ্ৰ হৱে। যাৰ কটাক্ষতে, কোটি কোটি ব্ৰহ্মাণ্ডৰে প্ৰলয় হোৱে, যি ৰামৰ চৰিত্ৰক যোগেন্দ্ৰ সবো সংসাৰ তাৰক জানি শ্ৰৱণ কীৰ্ত্তন কৰিছে, আৰ বিষয়ী সবো কৰ্ণত অমৃত পাই অপৰ বিষয় সুখ ছাৰি আনন্দে শুনিছে, যাক ভক্ত সবে পৰম পুৰুষাৰ্থ জানি শ্ৰৱণাদি কৰিছে, আৰ হেলায়ে থাকিও অকস্মাৎ কিঞ্চিৎমান যাক পান কৰি মহামহা পাপ ভস্মকৃত হোৱে, হেন ৰাম চৰিত্ৰক যিসবে নুশুনে সি সবাৰে শোস্য, মৰি মৰি যাতনা ভুঞ্জিব। হে পৰমেশ্বৰ কোটি ব্ৰহ্মাণ্ডেশ্বৰ! তোমাক নাসেবি কোটি কোটি কল্প সংসাৰ নিকাৰ ভুঞ্জো। আমাৰ নিকাৰ খণ্ডাইবে কোনো দয়াৱন্ত নভৈল। হে প্ৰভু! সংসাৰী জীৱৰ নিকাৰ দেখি, আৰ যমৰ নিকাৰ শুনি সদায়ে হৃদি কম্পয় যাতো সে দুখ তাৰক তুমি বিনে নাহি। হেন কথা সাধু শাস্ত্ৰ মুখে শুনি, তোমাৰ পাৱত বিক্ৰয় গৈলো। হে করুণাসাগৰ! হে কৃপামই! হে কৃপাল! হে শৰণ্য ৰমন! ইবাৰ নাহি ছাৰিবো, এ ভৱ তৰণৰ উপায় দিও। যদি নাহি দিবা, তেবে করুণা সিন্ধু আদি নাম ছাৰি, বিপৰীত নাম কেনে নাহি ধৰা। তোমাৰ পদে ভৰসা কৰি, কাম মোক্ষ আদি ধৰ্ম্ম সবাকে পিঠি দিয়াছো, তথাপি দিনবন্ধু নাম ধৰি যদি মোক নতাৰিবা, তোমাৰ পতিত পাৱন নামত লোকে কেনে সঞ্জাত কৰিব। অজামিলক তাৰি পতিত পাবন নাম ধৰিছা, গজেন্দ্ৰাদিক তাৰি কৃপাময় নাম ধৰিছা, প্ৰহ্লাদিক তাৰি ভক্তবৎসল নাম ধৰিছা, তাহাত প্ৰত্যয় নাহি; যাতো সে সবৰ পূৰ্ব্ব সুভ বাসনা শুনিছি। যদি সুভ বাসনা হিন, সদা বিকৰ্ম্ম নিৰত, ভক্তি ৰহিত, পাপ ৰাশি সহিত হেন মোক তাৰিতে পাৰা, তেবে তুমি

সাৰ্থক নাম ধৰিলা। যদি শ্ৰৱণ কীৰ্ত্তনাদি ভক্তি ন হিন দেখি মোক নতাৰিবা, তেবে কৃপাময় বুলি কেনে শাস্ত্রে তোমাক কহে। সংসাৰত ভক্তন্তাজনক মহাক্ৰূৰ বৰে ভজে, তেবে তাক কেনে কৃপাময় নোবোলে। এতেকে জানিলো, ভক্তি ন হিন জনো মহা পাতকী, বিষয়ী জনো ত্ৰাহি হৰি মাত্ৰ বুলি যদি তোমাক ডাকে, তাক তাৰিছা। আমাকো তাৰিবা, ইহাত বিপৰীত নাহি। হে সভাসদ সব কেনে নিচিন্তে আছাহা? ইহেন মনুষ্য জন্ম, আৰ কি লভিবা? পুত্ৰ ভাৰ্য্যা বন্ধু বান্ধৱ সমে কি সদা থাকিতে পাইবা? কেনে নাহি দেখা? কাল নদীৰ বেগে পাই কোনবা দিন ছাৰখাৰ কৰিব। কাকো বন্ধু বান্ধৱে ৰাখিতে নপাৰিব, যমদূতে বান্ধি চাৰি ছয় দণ্ডে যম পুৰে হেকাব। এথা যি যি পাপ কথা কৰিলা তথা সে সবৰ ফল ভুঞ্জিবা। যি ৰূপ ফল দুতে ভুঞ্জাইব তাক শুনিলে হৃদয় কম্পমান, মুত্ৰ শ্ৰৱে; সে দুঃখ নাসক বান্ধৱ, ৰাম নাম বিনে নাহি নাহি জানি, উচ্চ কৰি হৰি বোল হৰি।



# ৰঙ্গনাথ দ্বিজ।

---

## অসমীয়া চণ্ডীপদ।

উঠিয়া বসিলা পাছে জৈমিনি মহন্ত।
মনৰ সংশয় কথা প্ৰশ্ন কৰিলন্ত॥
জৈমিনি বদতি শুনা সিদ্ধ পক্ষীগণ।
পোছো এক কথা মই পৰম শোভন॥

চৈধ্যয় মনুৰ জন্ম তাক কহিয়োক।
তাহাৰ প্ৰসঙ্গে পাচে চণ্ডী কহিয়োক॥
সূৰ্য্যপুত্ৰ সাবৰ্ণিক অষ্টম মনুৰ।
কয়ো জন্ম কথা মোত কৰিয়া বিস্তৰ॥

ধৰণীত ৰাজা সিতো হৈব যেহিমত।
তাক প্ৰপঞ্চিয়া মোত কোৰা স্বৰূপত॥
মোহৰ মনধ ইতো সংশয় গহন।
শিঘ্ৰে তোৰাসবে আক কৰিয়ো ছেদন॥

হেন শুনি পক্ষী সবে লৈলা কহিবাক।
মাৰ্কণ্ডেয় ভাগুৰিৰ সম্বাদ কথাক॥
পক্ষীগণ নিগদতি শুনিয়ো জৈমিনি।
কৰো ইতো কথা যেন মতে আছো শুনি॥

একদিনা মহাসুখে মাৰ্কণ্ডেয় ঋষি।
ভাগুৰি সহিতে ৰঙ্গমনে আছে বসি॥
সেহি বেলা মাৰ্কণ্ডেয় ঋষিত ভাগুৰি।
অষ্টম মনুৰ কথা পুছিলা সাদৰি॥

হেন শুনি মাৰ্কণ্ডেয় ঋষি সৰ্ব্বজান ।
কহিবে লাগিলা পাছে মনুৰ আখ্যান ॥
মাৰ্কণ্ডেয় নিগদতি শুনা মুনিবৰ ।
সাধু সাধু পুছিলাহা কথা মনোহৰ ॥

অষ্টমযে মনু সাৰ্বৰ্ণিক বোলে যাক ।
প্ৰপঞ্চিয়া কহো শুনা তাহাৰ জন্মক ॥
সূৰ্য্যৰ তনয় সবৰ্ণীত হয়ে জাত ।
সিহেতু সাৰ্বৰ্ণি নাম হৈলন্ত প্ৰখ্যাত ॥

মহামায়া অনুকুলে সূৰ্য্যৰ সন্ততি ।
যেন মতে হৈব মন্বন্তৰে অধিপতি ॥
তাকো বিস্তাৰিত কৰি কহিবো সত্বৰ ।
সাবধানে শুনিবা ভাগুৰি মুনিবৰ ॥

পূৰ্ব্ব দেবগুৰু বৃহস্পতিৰ ভাৰ্য্যাত ।
চন্দ্ৰৰ তনয় ভৈলা বুধ নামে খ্যাত ॥
একদিনাপ্ৰতি বুধে নন্দন বনত ।
প্ৰযটি ফুৰন্ত পাছে কৌতুক মনত ॥

ঘৃতাচিৰ গৰ্ভে জাত কুবেৰৰ জীউ ।
তাহাৰ আগত আসি কন্যা ভৈলা ঠিউ ॥
চিত্ৰা নামে সিতো বনে যুবতী সুন্দৰী ।
ত্ৰৈলোক্যত ৰূপে গুণে যাক নাহি সৰি ॥

নিৰ্য্যান থানত বুধে তাঙ্ক লাগ পাইলা ।
গন্ধৰ্ব্ব বিধিয়ে সেহি কন্যাক বিহাইলা ॥
তাহাৰ সন্ততি এন্তে স্বাৰোচিষ নাম ।
তাহাৰ তনয় ভৈলা চৈত্ৰ গুণধাম ॥

স্বাৰোচিষ মন্বন্তৰে চৈত্ৰৰ বংশত ।
জন্মিলা ক্ষত্ৰিয় এক নামত সুৰথ ॥
সমস্তে পৃথিৰ সিতো ভৈলা অধিপতি ।
পুত্ৰব্ৰতে প্ৰজাক পালন্ত মহামতি ॥

আপোন ৰাজ্যত ৰাজা বহু ভোগ কৰি।
কোলা নামে কৰিলন্ত অপৰ নগৰি॥
নিজধৰ্ম্মে ৰাজ্য পাছে কৰিলা পালন।
দুষ্ট শত্রু ৰাজাগণে কৰিয়া যতন॥

যুদ্ধ কৰি তান শত্রু ভৈলা ৰাজাগণ।
কোলা নামে নগৰিক কৰিলা মৰ্দ্দন॥
যুদ্ধত ঘাটিল পৰে জিনিলেক ৰণ।
জয় বিজয়ৰ যে কাৰণ ভগবান॥

সমৰত ঘাটি পাছে সুৰথ নৃপতি।
দুখ মনে স্বদেশক আইলা মহামতি॥
পুৰ্ব্বধৰ্ম্মে ৰাজা তাক কৰিলা পালন।
তাতো বলৱন্ত শত্রু ভৈলা ৰাজাগণ॥

সুৰথ ৰাজাক যুদ্ধে আক্রমণ কৰি।
শত্রুগণে কাঢ়ি লৈলা সমস্ত নগৰি॥
মহা পৰাক্রমী দুষ্ট অমাত্য সকলে।
ধন জন দাস দাসী কাঢ়ি লৈলা বলে॥

ভণ্ডাৰ সকল কাঢ়ি লৈলা সুৰথৰ।
হৰিলন্ত ৰাজা পদ হিন ভৈলা বড়॥
পৰাজয় ভৈলা যদি সুৰথ নৃপতি।
তাত পাছে যেন ভৈলা শুনা মহামতি॥

ঘোড়াত চৰিয়া ৰাজা মৃগয়াৰ তৰে।
একেস্বৰে গৈলা পাছে অৰণ্য ভিতৰে॥
সেহি বন মাজে দ্বিজবৰ মেধষৰ।
আশ্রম খানক দেখিলন্ত নৃপবৰ॥

কিছু কথা কহো শুনা সিতো অশ্রমৰ।
পৰম সোভন অতিশয় ৰুচিকৰ॥
একেলগে মৃগ বাঘে গমন কৰয়।
ঋষিৰ প্রভাৱে হিংসা ধৰ্ম্ম নচাৰয়॥

সিংহে হস্তী একেলগে কৰন্ত আহাৰ।
সেনে কপোতিয়ে কৰে একেলগে চাৰ॥
ঘোড়া মহিষৰ তাত আছয় পিৰিতি।
সৰ্পে নেউলেয়ো কৰে আনন্দে বসতি॥

মাৰ্জাৰ মূষকে দুয়োঁ নকৰয় দন্দ।
পেচক কাকেঁও সদা নচাৰয় মন্দ॥
ব্ৰাহ্মণ সকলে সদা বেদ পাঠ কৰে।
কোকিলে নাদয় যেন সুললিত স্বৰে॥

মলয় পবন তাতে বহে সৰ্ব্বদাই।
ধৰণী মণ্ডলে যাৰ সম স্থান নাই॥
নানা পুষ্পগণ ফুটি আছে থানে থান।
তাত পৰি ভ্ৰমৰে কৰে মধুপান॥

ফুলে পুষ্পে জাতিস্কাৰ দেখিতে শোভন।
সাক্ষাতে দেখি যেন ইন্দ্ৰৰ ভুবন॥
ক্ষুধা তৃষ্ণা নাহি তাত সংসাৰ নিকাৰ।
কোনে বৰ্ণাইবে পাৰে মহিমা তাহাৰ॥

অতি মনোহৰ স্থান দেখিয়া সুৰথ।
প্ৰবেশ হৈলন্ত যাই সিতো আশ্ৰমত॥
দেখি প্ৰিয় বচনে মেধষ মুনিবৰ।
নৃপতিক সাদৰ কৰিলা বহুতৰ॥

মুনিৰ বচনে আনন্দিত মহীপাল।
সিতো আশ্ৰমত আছিলন্ত কিছুকাল॥
ইঠাই সিঠাই কৰি সিতো আশ্ৰমত।
ভ্ৰমন্তে ফুৰন্তে ৰাজা চিন্তয় সতত॥

মোহে আকুলিত চিত্ত সুৰথ নৃপতি।
সদাই কৰন্ত চিন্তা বিষয়ক প্ৰতি॥
হাহা বিধি কিনো ভৈলা মোহোৰ কপাল
মোক খেদাই ভৃত্যগণে ভৈলেক ভূপাল॥

যিতো আছিলন্ত মোৰ প্ৰধান নগৰি।
পালিলন্ত পিতৃ পিতামহ আদি কৰি ॥
সিতো নগৰ এবে হৰুৱাইলো মই।
নজানোহো কিবা ভৈলা তাহাৰ বিলাই ॥

সম্প্ৰতি তাহাক মোৰ দুষ্ট ভৃত্য গণে।
পূৰ্ব্বৱতে কৰে কিবা নৰকে পালনে ॥
সদা মদশ্ৰৱে যিতো প্ৰধান কুঞ্জৰে।
শত্ৰুৰ অধীন হুয়া কিবা ভোগ কৰে ॥

যিতো ভৃত্য সব আগে প্ৰসাদ ধন খায়া।
সৰ্ব্বদায় সেবা কৰে অবনত হুয়া ॥
সিতো ভৃত্যগণে অন্য নৃপতি সবৰ।
প্ৰতিদিনে আজ্ঞা পালি থাকে নিৰন্তৰ ॥

অতিদুখে সাঞ্চিলোহো ধনৰ ভণ্ডাৰ।
অসদৰ্থ ব্যয়ে তাক কৈলা ছাৰখাৰ ॥
এহিসব চিন্তা কৰি সুৰথ ভূপাল।
ভাৰ্য্যাক চিন্তন্তে আৰু বুকে দিলা শাল ॥

হা হৰি হৰি, মোৰ কিনো ভৈলা বিধি।
চিন্তাজ্বৰে প্ৰাণ যাই নাপাওঁ ঔষধি ॥
মোৰ ভাৰ্য্যা আছিলন্ত দৃষ্টিৰ গোচৰ।
সম্প্ৰতি নিলেক সিতো ভাৰ্য্যাক নকৰ ॥

যাৰ মুখ পদ্ম যে চন্দ্ৰমা নোহে যোৰ।
নাসা তিল ফুল সম নয়ন চকুৰ ॥
কুটিল যে ভ্ৰুব যুগ মদনৰ ধনু।
যাৰ দৃষ্টি পাতে কাম্পে তৰুণৰ তনু ॥

বিম্বফল সম দেখি অধৰৰ কান্তি।
পক্ক ডাড়িম্বৰ বীজ দশনৰ পান্তি ॥
স্তন যুগ শোভে তাল ফলৰ সমান।
মধ্যদেহ ক্ষীণ অতি দেখিতে সুঠান ॥

সুবলিত ভুজ মৃণালৰ সমসৰ।
কৰিকৰ সম উৰু অতি মনোহৰ॥
সুঠান অঙ্গুলিচয় দেখি সুশোভন।
সৰ্ব্বাঙ্গে সুন্দৰী একো অঙ্গে নুহি হিন॥

হেন মোৰ প্ৰাণ সম প্ৰিয় পটেশ্বৰী।
সম্প্ৰতি কিমতে থাকে শত্ৰুৰ নগৰি॥
এহিমতে চিন্তা কৰি আছয় সুৰথ।
দেখে এক বৈশ্য আশ্ৰমৰ নিকটত॥

বৈশ্যক দেখিয়া ৰাজা বিলম্ব নকৰি।
মধুৰ বচনে তাঙ্ক পুছিলা সাদৰি॥
কিবা তযু নাম কোন্না কিহেতু গমন।
কিবা হেতু শোকাকুল দেখোঁ তযু মন।

নৃপতি বোলয় শুনিয়োক মহামতি।
কোন তুমি কোঁন্না মোত কিবা তযু জাতি॥
আশ্বাস বচন বৈশ্যে শুনি সুৰথৰ।
অবনত হুয়া তাঙ্ক দিলন্ত উত্তৰ।

বৈশ্য নিগদতি শুনিয়োক মহামতি।
সমস্তকে কহো মই তোমাত সম্প্ৰতি॥
মিলিল বৈশ্যৰ পুত্ৰ সুবিনীত আতি।
কলিঙ্গ দেশৰ ৰাজা বিৰাধৰ নাতি॥

তামা লৈয়া পুস্কৰত দেবক আৰাধি।
যাক পুত্ৰ কৰি পাইলা নামত সমাধি॥
সমাধি মোহোৰ নাম বৈশ্য জাতি খ্যাত।
মহাধনীকৰ কুলে মোৰ ভৈলা জাত॥

ধন লোভে দুষ্ট ভাৰ্য্যা পুত্ৰগণে মোক।
ধন সব কাঢ়ি লৈলা ভৰ্চ্ছিয়া অনেক॥
ধন কাঢ়ি লৈয়া সবে কৰিলেক ত্যাগ।
হৈলো অতি দুখী মই জানা মহাভাগ॥

হিন ভৈলো ধন ভাৰ্য্যা পুত্ৰ বন্ধুগণে।
সিকাৰণে বনক আসিলো দুঃখ মনে॥
ইঠানত থাকি ভাৰ্য্যা পুত্ৰ পৰিয়াল।
নজানোহো কিছু মই কুশলাকুশল॥

কিবা তাসম্বাৰ গৃহে কুশল সম্প্ৰতি।
কিবা অকুশল ৰূপে থাকে প্ৰতিনিতি॥
সাধু বৃত্তি কৰে কিবা মোৰ পুত্ৰগণে।
অসাধুৰ বৃত্তি কিবা কৰে অনুক্ষণে॥

ইসব চিন্তায়ে মোৰ ব্যাকুল হৃদয়।
সৰ্ব্বকালে দুখ্‌মনে শোক নুগুচয়॥
সমস্তে কহিলো মই তোমাৰ আগত।
এহি হেতু দুখ্‌ মোৰ নুগুচে মনত॥

এহিবাক্যচয় ৰাজা শুনিয়া বৈশ্যৰ।
পুনৰপি বৈশ্যত পুছিলা নৃপবৰ॥
গুৰুৰ চৰণে আগে প্ৰণাম কৰিয়া।
দূৰ্গাপদ পঙ্কজক মনত ভাবিয়া॥

ভণে ৰঙ্গনাথ দ্বিজে চণ্ডীৰ পয়াৰ।
শিব দুৰ্গা ঘুষি হোৱা সংসাৰৰ পাৰ।

---

# কবিৰাজ চক্ৰবৰ্ত্তী।

## শঙ্খচূড় বধ।

সৌমাৰ পিঠৰ শিবসিংহ অধিপতি।
হৰিহৰ চৰণত সদা যাৰ মতি॥
ৰূপে নিন্দি আছে কামদেৱৰ শৰীৰ।
যাৰ যশে তুল্য কৰি আছে গঙ্গানীৰ॥

ধৈৰ্য্যত সাগৰ দানে যিতো কৰ্ণ সম।
দণ্ডে যম সম ৰাজনয়ে মনুপম॥
উদাৰ চৰিত্ৰ নানা গুণৰ ভবন।
মানে দুৰ্যোধন দুষ্ট বশে হুতাশন॥

সুবৰ্ণৰ যত বস্ত্ৰ আনো নানা ধন।
যাত হস্তে প্ৰতিদিনে লভে বিপ্ৰগণ॥
যাৰ পদ পঙ্কজক সেবি নৃপগণে।
ভাৰ্য্যা পুত্ৰ সমে সুখে থাকে ৰঙ্গমনে॥

বিস্তৰ পণ্ডিতে যাক কৰে আশীৰ্ব্বাদ
যাহাৰ দৰ্শনে বৈৰগণৰ বিষাদ॥
তাহান আছিল জায়া ফুলেশ্বৰী নাম।
পত্নীগণ মধ্যে শ্ৰেষ্ঠ গুণে অনুপাম॥

যেহেন ইন্দ্ৰৰ শচী হৰৰ পাৰ্ব্বতী।
সেহি মতে নৃপতিৰ যাত অতি ৰতি॥
কামিনীৰ মধ্যে সাৰ ৰূপে অনিন্দিতা।
ভক্তি ভৰে স্বামীক সেৱন্ত সুচৰিত্ৰা॥

গম্ভীৰ বচন গতি মতি ৰতি সতী।
কৃষ্ণদেৱ চৰণত অতি ভক্তিমতী॥
হেন নৃপ মহিষীৰো আজ্ঞা শিৰে ধৰি।
কবিৰাজ চক্রবর্ত্তী মতি অনুসৰি॥

পৰম সুন্দৰ ব্রহ্মাবৈবর্ত্ত পুৰাণ।
ব্যাসদেৱে বান্ধি আছে নানা উপাখ্যান॥
বৈষ্ণবৰ মধ্যে সাৰ শঙ্খচূড় নাম।
দানবৰ অধিপতি গুণে অনুপাম॥

ব্যাস ঋষি বান্ধি আছে তাহান চৰিত্র।
দুৰ্ঘোৰ কলিত আক জানিবাহা মিত্র॥
তপ কৰি বসি তাক সন্তোষ কৰিয়া।
তুলসী দেবীক যিতো গৃহিনী লভিয়া॥

তুলসী সহিতে ভোগ বিস্তৰ ভুঞ্জিলা।
অনন্তৰে গোলোকত কৃষ্ণক লভিলা॥
হেন শঙ্খচূড় ৰাজা কৃষ্ণত ভকত।
তাহান চৰিত্র শুনা সভাসদ যত॥

নাৰদ বদতি নাৰায়ণ মুনিবৰ।
তোমাৰ চৰণে কৰো অপৰ গোচৰ।
বৈকুণ্ঠৰ নাথ যিতো প্রভু নাৰায়ণ।
তান প্রিয় ভার্য্যা কহি আছা চাৰিজন॥

গঙ্গা লক্ষ্মী তুলসী অপৰ সৰস্বতী।
তাঙ্ক নিতে সেবি থাকে এহি চাৰি সতী॥
আসম্বাৰ মধ্যে দেবী তুলসী কেমতে।
বৈকুণ্ঠ নাথক স্বামী লভিলা সাক্ষাতে॥

কৈত বা লভিলা জন্ম কিবা নাম পাইলা।
কাহাৰ দুহিতা কোন কুলত জন্মিলা॥
তপস্বিনী কোন তপ কৰি অতিৰেক।
প্রকৃতিত পৰ বিষ্ণু স্বামী লভিলেক॥

সর্ব্বসাক্ষী স্বৰূপ নিৰিহনি নির্ব্বিকাৰ।
যিতো নাৰায়ণ পৰমাত্মা সর্ব্ব সাৰ॥
সর্ব্বাধাৰ সর্ব্বৰূপ সর্ব্বজ্ঞ ঈশ্বৰ।
সবাৰে পালক সর্ব্ব হেতু দামোদৰ॥

ব্রহ্মা আদি দেৱে যাক আৰাধনা কৰে।
হেনয় বিষ্ণুক স্বামী পাইলা কাৰ বৰে॥
গোবিন্দৰ কেন মতে শ্রেষ্ঠ পত্নী ভৈল।
এহিতো সংশয় মনে উপস্থিত হৈল॥

ভঙ্গিয়ো সংশয় মোৰ সংশয় ভঞ্জনে।
সুধিবাক পাঞো মোক অনুৰাগী মনে॥
এহি বাক্য নাৰদৰ নাৰায়ণে শুনি।
যথাৱতে কহিতে লাগিলা মহামুনি॥

পূর্ব্বত আছিলা দক্ষ সাবর্ণি নামক।
মনু হুয়া চিৰকাল পালিলা লোকক॥
ভক্তি কৰি যিতো মাধৱক তুষিলন্ত।
তাহান তনয় বিষ্ণু সাবর্ণি ভৈলন্ত॥

ইন্দ্রিয়ক যিনি মাধৱক ভজিলন্ত।
তাহান তনয় দেৱ সাবর্ণি ভৈলন্ত॥
ব্রত কৰি বিষ্ণু দেবতাক আৰাধিল।
তাহান তনয় ৰাজ সাবর্ণি জন্মিল॥

শঙ্কৰৰ মহাক্রোধ কাশ্যপে জানিলা।
সূর্য্য সমে বিধাতাত শৰণ মাগিলা॥
অনন্তৰে বৃষকেতু কৰে শূল ধৰি।
ব্রহ্মালোকে চলি গৈলা মহা কোপ কৰি॥

বিকাৰতে শঙ্কৰৰ বুজিয়া ভাৱক।
কাশ্যপ ভাস্কৰ সমে গৈলা বৈকুণ্ঠক॥
দুঃখে ভয়ে শুস্ক কণ্ঠ তালু শুখাইল।
তিনিয়ো বিষ্ণুত গৈয়া শৰণ মাগিল॥

জানু শিৰে তিনিয়ে: কৰিলা নমস্কাৰ।
ভক্তি ভাৱে স্তুতি কৰিলন্ত বাৰম্বাৰ ॥
বিষ্ণুৰ চৰণে সৰ্ব্ব কাৰ্য্য নিবেদিলা।
গোবিন্দেও সিসবক অভয়ক দিলা ॥

শুনা সৃষ্টি কৰ ঋষিবৰ দিবাকৰ।
স্থিৰ হুয়া তিনিয়ো ভয়ক পৰিহৰ ॥
কাৰ হন্তে ভয় আছে আমি বিদ্যমানে।
ইহাত কাৰণ কহো শুনা সাৱধানে ॥

যিতো জনে ভয় হুয়া বি-াত্তি কালত।
আমাক স্মৰণ কৰে মনে যি ঠাৱত ॥
সিঠাৱত আনন্দেঁ চলিয়া চক্ৰধৰি।
তাহাক পালন কৰো ভয় দূৰ কৰি ॥

হেৰা দেৱগণ জানিবাহা তত্ত্ব কৰি।
মই সে পালন কৰো বিষ্ণু ৰূপ ধৰি ॥
ব্ৰহ্মাণ্ডত সৃষ্টি কৰো বিধি ৰূপ ধৰি।
মইসে সংহাৰ কৰোঁ ৰুদ্ৰ ৰূপ ধৰি ॥

এতেকে শিৱক মোৰ স্বৰূপ জানিবা।
ব্ৰহ্মা তুমি আপোনাকো মইসে বুজিবা ॥
মোহোৰে সে ৰূপ সূৰ্য্য ত্ৰিগুণ স্বৰূপ।
যাতো জগতকে পালোঁ মই নানাৰূপ ॥

আজি ধৰি শঙ্কৰত ভয় পৰিহৰি।
তিনিয়ো কুশলে চলা মোৰ নাম স্মৰি ॥
ভগৱন্ত সদাশিৱ শীঘ্ৰে তুষ্ট হন্ত।
সন্ত সকলৰ কুশলক আচৰন্ত ॥

ভক্তৰ অধীন শিৱ বৎসল ভক্তৰ।
ভক্তিক জানন্ত আত্মা ভকত জনৰ ॥
প্ৰাণতো অধিক মোৰ শিৱ সুদৰ্শন।
জানিবা নিশ্চয় কৰি এই দুইজন ॥

তেজস্বী নাহিকে আন শিৱৰ সমান।
ইতো ব্ৰহ্মাণ্ডৰ ভিতৰত বিদ্যমান॥
লীলায়ে স্ৰজিতে পাৰে কোটি দিবাকৰ।
ব্ৰহ্মাৰো কোটিক স্ৰজিবাক পাৰে হৰ॥

অল্প মাত্ৰ আছে বাহিৰৰ জ্ঞান তান।
ৰাত্ৰি দিনে মোকে মাত্ৰ মনে কৰে ধ্যান॥
আমাৰ ৰূপক মনে সততে চিন্তয়।
মোৰ নাম গুণ সদা মুখত গাৱয়॥

যিজনে যেমতে মোক কৰে আৰাধন।
তাহাকো তেমতে মই কৰো উপাসন॥
এহি হেতু দৃঢ় কৰি আমিয়ো শিৱৰ।
সৰ্ব্বদায়ে কুশলক চিন্তো সৃষ্টিকৰ॥

বৈকুণ্ঠ সভাত এহি বুলি ভগৱন্ত।
শিৱৰ মহিমা প্ৰকাশিয়া বসিচন্ত॥
সেই সময়ত মিলিলন্ত ত্ৰিনয়ন।
বৃষভ বাহন সঙ্গে নাহি পৰিজন॥

ক্ৰোধত অৰুণ বৰ্ণ নয়ন ত্ৰিতয়।
হস্তত ধৰিছা শূল দেখি লাগে ভয়॥
শুনা সভাসদ ইতো পুৰাণ আখ্যান।
পৰম পবিত্ৰ ৰস অমৃত সমান॥

অসাৰ সংসাৰ সাগৰৰ ইসে সাৰ।
হেন জানি আত মন দিয়া বাৰম্বাৰ॥
ধন জন ভাৰ্য্যা পুত্ৰ সবাকে ছাৰিয়া।
কৃষ্ণ পাদ পঙ্কজত সদা মন দিয়া॥

সদায়ে শ্ৰবণ কৰা বৈষ্ণৱ চৰিত্ৰ।
যম নগৰত জানা ইসে বৰ মিত্ৰ॥
পৰম বান্ধব আৰ গোবিন্দৰ নাম।
হেন জানি নিৰন্তৰে বোলা ৰাম ৰাম॥

দোলড়ী

বিষ্ণুক দেখিয়া বৃষৰ নামিয়া,
সদাশিৱে নমিলন্ত।
ব্ৰহ্মা আদি দেৱ যাক কৰে সেৱ,
লক্ষ্মীয়ো যাক ভজন্ত॥
চন্দ্ৰ সম মুখ দেখি মিলে সুখ,
মনোহৰ শান্ত বেশ।
নীল আকুঞ্চিত ললিত বলিত,
শিৰত প্ৰকাশে কেশ॥
ৰত্ন সিংহাসনে ৰত্নৰ ভূষণে,
অধিকে আছন্ত ভাসি।
মকৰ কুণ্ডল কৰে জলমল,
মুখে মৃদু মন্দ হাসি॥
দিব্যৰত্ন ময় কিৰীটি ভাসয়,
বৰ্ত্তুল চাৰু শিৰত।
নানা ৰুচি জ্বালা গলে বনমালা,
প্ৰকাশে চক্ৰ ভুজত॥
নীল জলধৰ শ্যাম কলেবৰ,
সুন্দৰ মৃদু শৰীৰ।
দীৰ্ঘ ভুজ চাৰি ভক্ত দুঃখ হাৰী,
সাগৰ কোটি গম্ভীৰ॥
চতুৰ্ভুজ বৰ বিষ্ণুৰ কিঙ্কৰ,
সকলে শুক্ল চামৰ।
হস্তত ধৰিয়া সমীপ চাপিয়া,
সেবি আছা নিৰন্তৰ॥
সৰ্ব্বাঙ্গ ললিত, চন্দনে চৰ্চ্চিত,
তাতে শোভে পীতবস্ত্ৰ।
ক্ৰমত বৰ্ত্তুল সুদীৰ্ঘ মৃদুল,
চাৰি ভুজে চাৰি অস্ত্ৰ॥

সমীপতে সেৱি মহালক্ষ্মী দেৱী,
তাম্বুল দিয়া আছন্ত ।
মহাৰঙ্গ মনে প্ৰভু নাৰায়ণে,
সেহি গুৱা ভুঞ্জিছন্ত ॥
বিদ্যাধৰীগণে আনন্দিত মনে,
গীত নৃত্য কৰিছন্ত ।
মহাৰঙ্গে হৰি অল্প হাস্য কৰি,
তাহাক চাহি আছন্ত ॥
সবাৰে ঈশ্বৰ যিতো দামোদৰ,
পৰমাত্মা নিৰাকাৰ ।
ভকত জনক কৃপা কৰিবাক,
হৈছা যিতো সাকাৰ ॥
হেনয় কৃষ্ণৰ নমিলা শঙ্কৰ,
ভক্তি ভাৱে পদ দুই ।
পাছে সৃষ্টিকৰ চৰণে শিৰৰ,
প্ৰণামিলা নম্ৰ হুই ॥
সূৰ্য্যেয়ো উঠিয়া স্তুতিক কৰিয়া,
শঙ্কৰক প্ৰণামিলা ।
তেমতে কাশ্যপ মুনি মহাতপ,
শিৱৰ পদে সেৱিলা ॥
অন্ধক নাশক দেৱে মাধৱক,
পাচে স্তুতি কৰিলন্ত ।
বিষ্ণুৰ বাক্যত ৰত্ন আসনত,
পাচে হৰ বসিলন্ত ॥
তথাতে শিৱক বিষ্ণুৰ সেৱক,
সকলে চামৰ ধৰি ।
চৌপাশে বেঢ়িয়া পদ প্ৰণামিয়া,
ৰহিলা উপাসা কৰি ॥

সেহি সময়ত দেৱৰ মধ্যত,
শিৱ যেবে শান্ত ভৈলা।
পাছে নাৰায়ণে মধুৰ বচনে,
শিৱক বুলিতে লৈলা॥
শুনা ত্রিনয়ন আমাৰ বচন,
তুমি সদা সুখালয়।
অত্যন্ত নির্ম্মল তপস্যাৰ ফল,
তোমাতেসে হস্তে হয়॥
সেবি তযু পদ সকল সম্পদ,
লভৈ সুৰাসুৰ নৰে।
তোমাক ভজিয়া সুমতি লভিয়া,
সংসাৰ সাগৰ তৰে॥
মৃত্যুক জিনিছা আপদ তৰিছা,
সদায়ে আনন্দময়।
হেনয় তোমাৰ শুভ পুচিবাৰ,
কার্য্য যে কিছো নাহয়॥
তথাপিতো আর্য্য আসিবাৰ কার্য্য,
আমাত কৈয়ো শঙ্কৰ।
হেনয় বচন শুনি ত্রিনয়ন,
কৃষ্ণক দিলা উত্তৰ॥
শুনা লক্ষ্মীকান্ত নৃপ মহা শান্ত,
বৃষধ্বজ নাম যাৰ।
মোৰ মহাহিত মোক ভজৈ নিত,
প্রাণৰ তুল্য আমাৰ॥
তাহাঙ্ক শপিলা মোক শোক দিলা,
এহি দুষ্ট দিবাকৰ।
ভক্তৰ শোকত মোহোৰ মনত,
মিলিল ক্রোধ বিস্তৰ॥

এহি হেতু আক নাশ কৰিবাক,
আমাৰ ভৈলেক মন ।
জানি মোৰ খঙ্গ সূৰ্য্য ছাড়ি ৰঙ্গ,
পিতৃত লৈলা শৰণ ॥
পাচে দুয়ো যাই ব্ৰহ্মলোক পাই,
ব্ৰহ্মাত শৰণ লৈলা ।
ব্ৰহ্মায়ো ভয়ত সূৰ্য্যক সঙ্গত,
লৈয়া বৈকুণ্ঠক গৈলা ॥
এবে লক্ষ্মীপতি ভকতৰ গতি,
শুনা তত্ত্ব কহো মই ।
মনে বা বচনে তোমাত যি জনে,
ভয়ত শৰণ লই ॥
ভয়ত তৰিয়া মৃত্যুকো জিনিয়া,
সিতো পাৱে পুণ্য ঠাই ।
ইতো তিনি জনে তোমাৰ চৰণে,
সাক্ষাতে শৰণ পাই ॥
কত পুণ্য ৰাজি সাক্ষি আছে আজি,
কি কহিবো ইতো কথা ।
যাতো নাৰায়ণ তোমাক স্মৰণ,
কৰৈ যিতো যথা তথা ॥
তথাপি সমস্ত অমঙ্গল অন্ত,
তাহাৰ হৱে সৰ্ব্বথা ।
কিন্তু দামোদৰ মোহোৰ ভক্তৰ,
কি হৈবো এবে অৱস্থা ॥
সূৰ্য্যৰ শাপত আমাৰ ভকতে,
লভি আছে মহাতাপ ॥
ইহাৰ উপায় দিয়া মহাশয়,
তুমি সমস্তৰে বাপ ॥

শিৱৰ বচন শুনি নাৰায়ণ,
পাচে বুলিবাক লৈল।
শুনিয়ো ত্রিনেত্র একদণ্ড মাত্র,
তুমি আসিবাৰ ভৈল ॥
এতেক মাত্রত মানুষ লোকত,
এক বিংশ যুগ গৈল।
এতেকে শঙ্কৰ চলিয়ো সত্বৰ,
বৃষধ্বজ মৰি গৈল ॥
কালচক্র মোৰ পৰম দুৰ্ঘোৰ,
তাক কোনে লঙ্ঘিবেক।
এতেকে তাহান পুত্র লক্ষ্মীহীন,
বৃষসেনো মৰিলেক ॥
তাহান তনয় দুই মহাশয়,
ধৰ্ম্মধ্বজ কুশধ্বজ।
সূৰ্য্যৰ শাপত সম্পদ ৰহিত,
ভজে হৰি পদৰজ ॥
সঙ্গক তেজিয়া ৰাজ্যক ছাৰিয়া,
দুয়ো তপ আচৰিছা।
সেই দুইৰো দুই পত্নী আছে দুই,
সতীৰ ধৰ্ম্ম ধৰিছা ॥
দুইৰো ভাৰ্য্যাত লক্ষ্মী হৈবজাত,
কলা অৱতাৰ ধৰি।
পাচে সুখী হৈব দুয়ো ৰাজ্য লৈব,
সৰ্ব্ব দুঃখ পৰিহৰি ॥
আবে ত্রিনয়ন তেজি ৰোষ মন,
দেৱগণে সমে চলা।
এহি বুলি হৰি সভা পৰিহৰি,
অভ্যন্তৰ গৃহে গৈলা ॥

পাচে দেৱগণ হুয়া ৰঙ্গ মন,
আপোন স্থানে চলিলা ।
ক্রোধক ছাড়িয়া শঙ্কৰো চলিয়া,
তপস্যাত প্রবেশিলা ॥
শুনা সভাসদ পুৰাণৰ পদ,
ইসে জানা পুণ্য হেতু ।
সংসাৰ সাগৰ পাৰ হৈবাৰ,
এহিসে প্রধান সেতু ॥
হেন জানি আন নকৰিবা কাণ,
সদা স্মৰা হৰি নাম ।
কবিৰাজ দ্বিজ হৰিদাস নিজ,
ভণে বোলা ৰাম ৰাম ॥

---

পদ ।

নাৰায়ণ বদতি নাৰদ মুনিবৰ ।
শুনিয়ো চৰিত্র বৃষসেনৰ পুত্রৰ ॥
ধৰ্ম্মধ্বজ কুশধ্বজ দুয়ো মহাসন্ত ।
সম্পত্তিৰ অর্থে ঘোৰ তপ কৰিলন্ত ॥

লক্ষ্মীৰ বৰত পাচে সম্পদ লভিলা ।
ৰাজাৰ যুগুত ভোগ সকলে ভুঞ্জিলা ॥
প্রথমতে কহোঁ কুশধ্বজৰ দুহিতা ।
শুনা মুনি কেন মতে আসি ভৈলা সীতা ॥

কুশধ্বজ ৰাজাৰ বল্লভা মালবতী ।
কালক্রমে দুহিতাক লভিলন্ত সতী ॥
পৰম সুন্দৰী মহালক্ষ্মী অৱতাৰ ।
কন্যা দেখি মহাৰঙ্গ মিলিল ৰাজাৰ ॥

উপজিয়া বেদ পাঠ কৰিলন্ত সতী।
এহি হেতু তান নাম দিলা বেদৱতী॥
অনন্তৰে মঙ্গল কৰিয়া মালৱতী।
তীৰ্থ জলে ধুৱায়া কন্যাক থৈলা সতী॥

সূতিকা গৃহৰ হন্তে তপস্যাক মনে।
বেদৱতী সতী চলি যান্ত তপোবনে॥
বন্ধুগণে নিবাৰণ কৰিতে লাগিলা।
তথাপিতো বেদৱতী বনক চলিলা॥

পুষ্কৰ দ্বীপত দেবী উপস্থিত ভৈলা।
নাৰায়ণ দেবতাক চিন্তিবাক লৈলা॥
এক মন্বন্তৰ কালি পুষ্কৰ দ্বীপত।
তপ কৰিলন্ত ভোগে হুয়া বিৰকত॥

তথাপি তাহান দেহ পুষ্ট নতু ক্লিষ্ট।
পৰম সুন্দৰ নৱ যৌবন বিশিষ্ট॥
অনন্তৰে আকাশী বচন শুনিলন্তি।
বচন শুনিয়া সুখ নতু লভিলন্তি॥

ব্ৰহ্মা আদি দেৱে যাক কৰে আৰাধন।
পৰজন্মে সেহি স্বামী হৈব নাৰায়ণ॥
এহি বাক্য শুনি ৰুষ্ট হুয়া বেদৱতী।
পুনৰ্ব্বাৰ ঘোৰ তপ আচৰিলা সতী॥

চিৰকাল সেহি স্থানে তপ আচৰিয়া।
বসি আছা বেদৱতী নিঃশ্বাস তেজিয়া॥
সেহি সময়ত বীৰ বাৰণ দুৰ্ব্বাৰ।
ভ্ৰমিয়া ফুৰন্ত বনে কৰিয়া বিহাৰ॥

দেবীক দেখিয়া দুষ্টে সমীপ চাপিলা।
অতিথি মানিয়া সতী শুশ্ৰূষা কৰিলা॥
সুশীতল জল ফুল মূল দিলা নিষ্ট।
ভুঞ্জিয়া দেবীৰ কাছে বসিলা পাপিষ্ঠ॥

পুচিলা দেবীত পাচে মধুৰ বচনে।
কাহাৰ দুহিতা তুমি কেনে আছা বনে॥
পীন স্তন দুই আতি মনোহৰ বেশ।
ময়ূৰৰ পুচ্ছসম বিৰাজিছে কেশ॥

শৰত কালৰ পদ্মদল সম দুই।
নয়ন তোমাৰ ভাসে দেখি মোহ হুই॥
বদন চন্দ্ৰত প্ৰকাশিছে মদু হাঁসি।
দণ্ড মুক্তা পংক্তি আছে তাহাতে প্ৰকাশি॥

তপ্ত সুবৰ্ণৰ সম শৰীৰৰ কান্তি।
চম্পক কলিকা যেন অঙ্গুলিৰ পান্তি॥
তোমাক দেখিয়া কোনে ধৈৰ্য্যক ধৰিব।
কামশৰ বিষ লাগি সমূলি মৰিব॥

এহি বুলি কাম বাণে হৈয়া জৰ্জ্জৰিত।
মূৰ্চ্ছা লভি ৰাৱণ পড়িলা পৃথিবীত॥
ক্ষণেকে চেতন পাচে পায়া নিশাচৰে।
সম্ভোগ ইচ্ছায়ে আঝুড়িলা ধৰি কৰে॥

ৰাৱণৰ দুষ্ট ভাৱ দেখি কোপে সতী।
যোগবলে স্তম্ভি থৈলা তাক বেদৱতী॥
ঠৰ ভৈল হস্ত পাৱ ইন্দ্ৰিয় সকল।
বুলিতে নাপাৰে কিছু দূৰ হৈল বল॥

অদ্ভুত মহিমা পাছে দেখি মন্দমতি।
মনতে কৰিলা স্তুতি জানি ভগৱতী॥
পাচে দেৱী ৰাৱণৰ ভক্তি ভাব জানি।
তুষ্ট হুয়া অনুগ্ৰহ কৰিলা গোঁসানী॥

গুচিলেক জড় ভাৱ পূৰ্ব্বৱত হৈল।
দুষ্টৰ দমন হেতু বুলিবাক লৈল॥
শুন অৰে দুৰ্জ্জন ৰাৱণ পাপৰত।
সবান্ধবে মৰিবি মোহোৰ নিমিত্তত।

যিহেতু কামত তই পর্শিল আমাক।
এতেকে তেজিবো আজি দেখ শৰীৰক॥

এহিবুলি যোগ ধৰি দেবী বেদৱতী।
তাহাৰ আগত দেহ তেজিলন্ত সতী॥
অদ্ভুত কৰ্ম্মক পাচে দেখি মহাবীৰ।
ক্ষেপিলা গঙ্গাত নিয়া দেবীৰ শৰীৰ॥

অনন্তৰে নিজগৃহে ৰাৱণ চলিলা।
লাজে ভয়ে ইতো কথা কাতো নকহিলা॥
কিনো বিপৰীত কৰ্ম্ম আজি আচৰিলোঁ।
অদ্ভুতৰো অদ্ভুতক সাক্ষাতে দেখিলোঁ॥

এহিৰূপে মনত চিন্তিয়া নিশাচৰ।
বাৰম্বাৰ বিলাপ কৰিলা বীৰবৰ॥
কতকাল অনন্তৰে দেবী বেদৱতী।
জনক ৰাজাৰ গৃহে উপজিলা সতী॥

সীতা নাম ভৈলা তান জগতে প্ৰখ্যাত।
যাত হস্তে লঙ্কেশ্বৰ মৰিল সাক্ষাত॥
অপৰ জন্মত তপ কৰিছা বিস্তৰ।
তাৰ ফলে প্ৰিয় ভাৰ্য্যা ভৈলা ৰাঘৱৰ॥

পৰিপূৰ্ণতম যিতো প্ৰভু নাৰায়ণ।
মহাতপ কৰি যাক কৰৈ আৰাধন॥
সমস্ত জগত পতি দুৰ্জ্জনৰ কাল।
হেন ৰাম সমে ৰমিলন্ত চিৰকাল॥

সুন্দৰীৰ মণি সীতা ভুঞ্জি নানা সুখ।
জাতি স্মৰ হুয়া পাসৰিলা সৰ্ব্বদুখ॥
যিতো ৰাম হস্তে বহু বিভৱ লভিলা।
যাৰ সুকুমাৰ ৰূপে মনক মুহিলা॥

অভিনৱ যৌবনে ৰুচিৰ কলেবৰ ।
পৰম ৰসিক শান্ত নাৰী মনোহৰ ॥
গুণৱন্ত কামিনীৰ বশ্য সুচৰিত্র ।
পৰম পণ্ডিত প্রভু সজ্জনৰ মিত্র ॥

হেনয় ৰামক স্বামী পায়া ভগৱতী ।
চিৰকাল বহু ভোগ ভুঞ্জিলন্ত সতী ॥
অনন্তৰে পিতৃবাক্য ৰক্ষাৰ কাৰণে ।
লক্ষণ সীতায়ে সমে ৰাম গৈলা বনে ॥

কতকাল বনত ভ্রমিয়া ৰঘুপতি ।
সাগৰৰ নিকটত কৰিলা বসতি ॥
একদিনা তহিতে ৰাঘৱ ভগৱন্ত ।
বিপ্রৰূপ অগ্নি দেৱতাক দেখিলন্ত ॥

ৰামক দুঃখিত দেখি দেৱ হুতাশন ।
শোকাকুল হৈয়া কিছো বুলিলা বচন ॥
অগ্নি বোলে শুনা ৰাম বচন আমাৰ ।
সীতা হৰণৰ কাল মিলিল তোমাৰ ॥

অতি বলৱন্ত কাল জানা ৰঘুপতি ।
আক নিবাৰিতে পাৰে কাহাৰ শকতি ॥
হেন জানি জানকীক মোত সমৰ্পিয়ো ।
ছায়া সীতা স্রজি তাঙ্ক সমীপে ৰাখিয়ো ॥

অগ্নিত পৰীক্ষা হৈব যৈখানি সীতাৰ ।
তৈখানি সীতাক মই দিবোহোঁ তোমাৰ ॥
দেবগণে কৰি আছে মোক নিয়োজন ।
নোহো বিপ্র স্বৰূপত মই হুতাশন ॥

এহি বাক্য অগ্নিৰ শুনিয়া ৰঘুপতি ।
নিশ্চয় কৰিলা মনে হুয়া দৃঢ়মতি ॥
অৰ্পিলা সীতাক ৰামে অগ্নিৰ হস্তত ।
বিশ্বাস ৰাখিয়া নকহিলা লক্ষণত ॥

পাছে ছায়া সমে তৈত ৰৈলা মহাশয়।
সীতাৰ বিৰহ তাপে মনক দহয় ॥
অনন্তৰে কনক মৃগক দেখি সতী।
পাঞ্চিলা ৰামক মৃগ আনিবাক প্ৰতি ॥

সীতাৰ ৰক্ষাত লক্ষণক নিয়োজিয়া।
চলিলেক ৰাম শৰ ধনুক ধৰিয়া ॥
মৃগক লক্ষিয়া ৰামে শৰ প্ৰহাৰিলা।
তীক্ষ্ণতৰ শৰ গৈয়া মৃগত পড়িলা ॥

মায়া মৃগে মনত স্মৰিয়া মাধৱক।
লক্ষণক সম্বুধিয়া চাড়িলা প্ৰাণক ॥
মৃগৰূপ তেজি পাছে দিব্য ৰূপ ধৰি।
ৰত্নময় বিমানত আৰোহণ কৰি ॥

বৈকুণ্ঠক পায়া তৈৰ দ্বাৰত ৰহিলা।
জয় বিজয়ৰ পূৰ্ব্বে কিঙ্কৰ আছিলা ॥
মহাবলৱন্ত সিতো নামত অজিত।
সনকাদি সিদ্ধৰ শাপত পৃথিবীত ॥

ৰাক্ষস শৰীৰ পাই মাৰিচ হৈলন্ত।
পুনৰপি বৈকুণ্ঠ দ্বাৰক লভিলন্ত ॥
অপৰাধ তাৰতম্য পূৰ্ব্বৰ আছিল।
এতেকে ৰাক্ষস তনু অল্পতে ছাড়িল ॥

অনন্তৰে লক্ষণক মাতিবাৰ শুনি।
লক্ষণকো পাঞ্চিলন্ত ছায়া মনে গুনি ॥
ৰামৰ সমীপ যদি চলিলা লক্ষণ।
সেহি সময়ত আসি মিলিল ৰাৱণ ॥

আনন্দে সীতাক লৈয়া লঙ্কাক গৈলন্ত।
লক্ষণক দেখি ৰামে দুঃখ লভিলন্ত ॥
বন হন্তে শীঘ্ৰকৰি গৃহে চলিলন্ত।
সীতাক নাদেখি তথা মূৰ্চ্ছিত হৈলন্ত ॥

চেতন লভিয়া শোকে বিলাপ কৰিলা।
সীতাক বিচাৰি পুনু বনত ভ্ৰমিলা ॥
সম্পাতিৰ হন্তে পাছে বাৰ্ত্তাক লভিলা।
অনন্তৰে বানৰক সহায় কৰিলা ॥

